*Kamrup Zila Mukti-Jujarur Jivani-Kosh : A collection of many names of freedom-fighters of Kamrup District (Assam), published by Kamrup Zila Mukti-Jujaru Sanmilan and edited by a board of editorials constituted by Kamrup Zila Mukti-Jujaru Sanmilan, Guwahati, Cover designed by Benu Mishra, 1st edition : January, 2008 and printed at the Joya Press, Guwahati-781003*
*Price Rs. 200.00 only.*

---

সম্পাদনা সমিতি ঃ
শ্ৰীপদ্ম হাজৰিকা
শ্ৰীযতীন গোস্বামী
শ্ৰীকামাখ্যাপ্ৰসাদ দাস
শ্ৰীঅম্বু বৰা
শ্ৰীদ্বিজেন শৰ্মা

বেটুপাত ঃ শ্ৰীবেণু মিশ্ৰ, গুৱাহাটী

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ২০০৮

প্ৰকাশক ঃ কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলন, গুৱাহাটী

ছপা ঃ জয়া প্ৰেছ, কন্বাচল ৰোড, গুৱাহাটী-৭৮১০০৩

অলংকৰণ ঃ 'আখৰ', গুৱাহাটী- ৭৮১০০৩

বেচ খনে ঃ দুশ টকা মাথোন

প্ৰাপ্তিস্থান ঃ (ক) চন্দ্ৰপ্ৰকাশ, পাণবজাৰ, গুৱাহাটী-৭৮১০০১
(খ) অসম ৰাজ্যিক মুক্তি-যুঁজাৰু সন্মিলনৰ জিৰণি চ'ৰা, ৰূপনগৰ, গুৱাহাটী-৭৮১০৩২

# পাতনি

কামৰূপ জিলা মুক্তি-যুঁজাৰুৰ জীৱনী-কোষখনত আমি যিসকল যুঁজাৰুৰ নাম সন্নিৱিষ্ট কৰিছো সেইসকলৰ কাৰ্য্যকাল ১৯২১ চনৰ পৰা ১৯৪২-৪৩ চন। অৰ্থাৎ আজিৰ পৰা ৬৫-বছৰৰ আগৰ কালৰ। ভাৰতৰ শেষৰখন স্বাধীনতাৰ ৰণ শেষ হোৱাৰ আজি ৬৫-বছৰ উকলি গ'ল। এই ৬৫ বছৰৰ পৰা ৮৬-বছৰৰ কালছোৱাৰ মুক্তি-যুঁজাৰু সকলৰ সবিশেষ সংগ্ৰহ কৰি জীৱনীকোষত সন্নিৱিষ্ট কৰা কাৰ্য্য দুৰূহেই নহয় যথেষ্ট কষ্টসাধ্য আৰু প্ৰায় অসম্ভৱো। যিকোনো স্বাধীনতা আন্দোলনৰ ইতিহাস এখন কাহানিও সম্পূৰ্ণ নহয়—যদিহে সেই আন্দোলনৰ কৰ্মীসকলৰ জন্ম তাৰিখ, জন্ম স্থান, পিতৃ পৰিচয়, স্বাধীনতা আন্দোলনত তেওঁৰ অৰিহণা, তেওঁ ভোগ কৰা নিৰ্য্যাতন আৰু পৰৱৰ্তী কালত তেওঁৰ চমু জীৱন-পঞ্জী লিপিবদ্ধ কৰা নহয়। ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি ব্ৰিটিছ চৰকাৰৰ হাতত অশেষ নিৰ্য্যাতন ভোগ কৰা স্বাধীনতা সংগ্ৰামীসকল কাহানিবাই আমাৰ মাজৰ পৰা আঁতৰি গ'ল। কামৰূপ জিলাৰে ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনৰ কৰ্মীসকলৰ দহজনো এতিয়া জীৱিত নাই। আনকি বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনৰ সংগ্ৰমীসকলৰো ৭৫ ভাগেই ইতিমধ্যে ইহলীলা সম্বৰণ কৰিলে।

এতিয়া এইখন জীৱনী-কোষৰ জন্ম-বৃত্তান্ত সম্পৰ্কে দুষাৰ ঃ আজিৰ পৰা ১১-বছৰ আগৰ কথা। শ্ৰীকামিনী মোহন শৰ্মা কামৰূপ জিলা সন্মিলনৰ সভাপতি হৈ থকাৰ শেষৰ ফালে, অৰ্থাৎ ১৩/১০/১৯৯৬ তাৰিখৰ কাৰ্য্য-নিৰ্বাহকৰ সভাই সিদ্ধান্ত ল'লে— কামৰূপ জিলা মুক্তি যুঁজাৰুৰ জীৱনীকোষ এখন প্ৰকাশ কৰিবলৈ। সেই উদ্দেশ্যে শ্ৰীলোকনাথ ভৰালীক সভাপতি আৰু শ্ৰীদেবেন্দ্ৰ কুমাৰ দাসক সম্পাদক হিচাপে এখন সংকলন সমিতি গঠন কৰি দিয়া হ'ল। সভাই লগতে সিদ্ধান্ত গ্ৰহণ কৰিলে যে আন জিলাৰ যিসকল মুক্তি-যোদ্ধাই ইতিমধ্যে গুৱাহাটীত নিগাজীকৈ বসবাস স্থাপন কৰিলে তেওঁলোকৰ

নামো এইখন জীৱনীকোষত সন্নিৱিষ্ট কৰা হ'ব। এইখন সংকলন সমিতিয়ে কিছুদিন কাৰ্য্যনিৰ্বাহ কৰিয়েই নিষ্ক্ৰিয় হৈ পৰিল। তথাপিও জিলা সন্মিলনীৰ কাৰ্য্য-বিৱৰণীৰ পৰা দেখা যায় যে ১৭/৪/৯৮ তাৰিখৰ কাৰ্য্য-নিৰ্বাহক সভাই (লোকনাথ ভড়ালী জিলা সভাপতি হৈ থকাৰ দিনত) জীৱনী সংগ্ৰহৰ প্ৰ-ফৰ্মা এখন অনুমোদন কৰি দিয়ে আৰু জীৱনী বিচাৰি খবৰ কাগজত জাননী দিয়াৰো সিদ্ধান্ত গ্ৰহণ কৰিলে। জাননী প্ৰকাশ হ'ল। কিছু সংখ্যক জীৱনী জিলা সম্পাদক শ্ৰীকৃষ্ণ শৰ্মাৰ হাততো পৰিলহি।

কিন্তু কিছু দিনৰ পিছত এইখন সমিতি আকৌ নিষ্ক্ৰিয় হৈ পৰিল। পবীন্দ্ৰ নাথ শৰ্মাৰ সভাপতিত্বৰ কালত ২/৫/২০০৩ তাৰিখৰ কাৰ্য্য-নিৰ্বাহকৰ সভাত আৰু এখন নতুন সংকলন সমিতি গঠিত হ'ল—সভাপতি পবীন্দ্ৰ নাথ শৰ্মা, কাৰ্য্যকৰী সভাপতি কামাখ্যা প্ৰসাদ দাস, যুটীয়া সম্পাদক কল্যাণধৰ বৰা আৰু অম্বু বৰা আৰু মুখ্য সম্পাদক অধ্যাপক কনক চন্দ্ৰ ডেকাৰে। আকৌ ৯/৫/২০০৩ তাৰিখৰ কাৰ্য্য-নিৰ্বাহকৰ সভাই কামৰূপ জিলাৰ গাঁৱে গাঁৱে গৈ জীৱনী সংগ্ৰহ কৰা আৰু বাতৰি কাকতত আকৌ জাননী দিয়াৰ কথা ঘোষণা কৰিলে। এইখন সংকলন সমিতি কেতিয়ালৈ সক্ৰিয় হৈ থাকিল তাৰ কোনো উল্লেখ পোৱা নগল। কিন্তু সন্মিলনৰ কৰৰা অধিবেশনত শ্ৰীকামাখ্যা প্ৰসাদ দাস জিলা সভাপতি নিৰ্বাচিত হোৱাৰ পিছত শ্ৰীদাসক সভাপতি আৰু শ্ৰীভৰত চন্দ্ৰ ভড়ালীক সম্পাদক হিচাপে নতুনকৈ এখন সংকলন সমিতি গঠন কৰা হ'ল যদিও এই সম্পৰ্কে জিলা কাৰ্য্য-নিৰ্বাহকৰ কাৰ্য্য-বিৱৰণী বহীত তাৰ কোনো উল্লেখ নাই। যি নহওক এইবাৰ কেবাখনো দৈনিক বাতৰি কাগজত ৩০/১১/০৫ তাৰিখৰ ভিতৰত জীৱনী জমা দিবলৈ সম্পাদকে জাননী প্ৰকাশ কৰিলে। সেইমতে আৰু কিছু সংখ্যক জীৱনী সংগৃহীত হ'ল।

২০০৬ চনৰ আগষ্ট মাহত জিলা সন্মিলনীৰ ছয়গাওঁ অধিৱেশনত শ্ৰীপদ্ম হাজৰিকাক সভাপতি আৰু শ্ৰীভৰত চন্দ্ৰ ভৰালীক সন্মিলনৰ সাধাৰণ সম্পাদকৰ দায়িত্ব অৰ্পণ কৰিলে। জীৱনী-কোষ সংকলন সমিতি কিন্তু আগৰখনেই থাকিল আৰু দুই-এখনকৈ জীৱনীও আহি থাকিল। ১০-৯-০৬ তাৰিখে বহা নতুন কাৰ্য্যনিৰ্বাহকত সভাপতি শ্ৰীপদ্ম হাজৰিকাই বছৰেকীয়া কৰ্ম আঁচনি ঘোষণা কৰি ২০০৭ চনৰ ৯ আগষ্ট তাৰিখে জীৱনীকোষখন উন্মোচন কৰাৰ দিন ঠিক কৰি সংগৃহীত হোৱা জীৱনীখিনিৰ আধা শ্ৰীযতীন গোস্বামীয়ে আৰু আধা সভাপতিয়ে সম্পাদনা কৰাৰ ব্যৱস্থা কৰি জীৱনীখিনিৰ তালিকা তৈয়াৰ কৰি সম্পাদকক বিলাই দিবলৈ কোৱা হ'ল।

কিন্তু সম্পূৰ্ণ তালিকা প্ৰস্তুত নোহোৱাৰ অজুহাতত সেই কাম তাতেই পৰি থাকিল।

ইয়াৰে তিনি-চাৰি মাহৰ পিছত সম্পাদক শ্ৰীভৰালীয়ে আধাখিনি জীৱনী শ্ৰীযতীন গোস্বামীক আৰু বাকীখিনি শ্ৰীকামাখ্যা দাসক জমা দিলে যদিও বিভিন্ন কাৰণত সমিতিৰ কাম স্থবিৰ হৈ পৰিল। কাৰ্য্য-নিৰ্বাহকৰ সভাই সম্পাদকৰ অসুস্থতাৰ কাৰণে কাৰ্য্য-নিৰ্বাহক সমিতিয়ে কাৰ্য্যকৰী সভাপতি শ্ৰীযতীন গোস্বামীক ভাৰপ্ৰাপ্ত সাধাৰণ সম্পাদকৰ দায়িত্ব অৰ্পণ কৰিলে। ইয়াৰ পিছত ১৮-৩-০৭ তাৰিখৰ জিলা কাৰ্য্য-নিৰ্বাহকৰ সভাই পূৰ্বৰ সংকলন সমিতি ভংগ কৰি এখন পাঁচজনীয়া সদস্যৰে জীৱনী-কোষ সম্পাদনা সমিতি গঠন কৰি দিলে। সদস্যসকল হ'ল সৰ্বশ্ৰী পদ্ম হাজৰিকা, যতীন গোস্বামী, কামাখ্যা প্ৰসাদ দাস, অম্বু বৰা আৰু দ্বিজেন শৰ্মা। এই সমিতিৰ ভিতৰৰে প্ৰথম তিনিজনে লক্ষী বৰা কমিছনৰ 'List of Freedom Fighters'ৰ পৰাও কামৰূপ জিলাৰ নাম সংগ্ৰহ কৰি চমু জীৱনী লিখাৰ দায়িত্ব ল'লে। সেইখন সভাতে সভাপতিয়ে ঘোষণা কৰিলে যে ২০০৭ চনৰ ভিতৰতে জীৱনী-কোষখন প্ৰকাশ কৰাৰ যত্ন কৰা হ'ব।

নতুন সদস্যত্ৰয়ে যথেষ্ট কষ্ট কৰি নতুন উদ্যমেৰে কামত আগ বাঢ়িল। মাজে-সময়ে মুক্তিযোদ্ধা হিতেশ্বৰ বৰঠাকুৰেও কামত সহায় কৰি দিলে। সভাপতিয়ে আন আন উৎসৰ পৰাও বহুত নাম সংগ্ৰহ কৰি জীৱনীকোষত সন্নিৱিষ্ট কৰিছে।

আমাৰ একান্ত ইচ্ছা আছিল—যিমান দূৰ সম্ভৱ, বিশেষকৈ প্ৰয়াত মুক্তি-যুঁজাৰুসকলৰ চমু জীৱনীৰ লগতে তেওঁলোকৰ আলোকচিত্ৰও প্ৰকাশ কৰা। যিসকলে নিজে বা পৰিয়ালৰ লোকে জীৱনী পঠাইছে তেওঁলোকে প্ৰায়েই ফটোখন পঠাইছে। সেইবিলাক আমি সন্নিৱিষ্ট কৰিছো। গুৱাহাটী নগৰৰে প্ৰায়কেইজন প্ৰসিদ্ধ মুক্তিযোদ্ধাৰ জীৱনী আমি নিজেই লিখিছো; কিন্তু তেওঁলোকৰ ফটো বিচাৰি বিচাৰি পৰিয়ালৰ পৰা পোৱা নগ'ল। ফলত পুৰণি আলোচনী বা আন গ্ৰন্থৰ পৰা সংগ্ৰহ কৰি ছপোৱা হৈছে যদিও সেইবোৰ ছবি অস্পষ্ট হোৱাৰ বাবে আমি সন্তুষ্ট হ'ব পৰা নাই।

পাতনিৰ আৰম্ভণিতে আমি উল্লেখ কৰা ৬৫-বছৰৰ পিছত মুক্তিযুঁজাৰু জীৱনীকোষ সংকলন কৰাৰ জেৰ টানি আমি চাৰি দশকৰ পিছলৈ উভতি গৈ উপলব্ধি কৰিছো যে যোৱা শতিকাৰ সত্তৰ দশকতো যদি অসম ৰাজ্যিক মুক্তি-যুঁজাৰু সন্মিলনৰ সৌজন্যত জিলা ভিত্তিত জীৱনী-কোষবিলাক সংকলন

কৰিবলৈ ব্যৱস্থা ল'লেহেঁতেন তেনেহ'লে একোখন সৰ্বাংগ সুন্দৰ, শুদ্ধ তথ্যসম্বলিত আৰু দলিলস্বৰূপ সম্পদৰ সৃষ্টি হ'লহেঁতেন; কাৰণ তেতিয়া বিয়াল্লিশৰ সংগ্ৰামীসকলৰ বয়স ৫০-৬০ৰ ভিতৰতে আছিল আৰু তেওঁলোকৰ আছিল যৌৱনসুলভ কৰ্ম তৎপৰতা। জনদিয়েক নিষ্ঠাবান কৰ্মীয়ে জিলাৰ গাঁৱে গাঁৱে ঘূৰি অনায়াসে সকলো তথ্য আহৰণ কৰিব পাৰিলেহেঁতেন। তথাপি শেহতীয়াকৈ হ'লেও যোৰহাট জিলা মুঃ যুঃ সম্মিলনে দুজন নিষ্ঠাবান কৰ্মী শ্ৰীদলৈ, শ্ৰীবৰদলৈৰ প্ৰচেষ্টাত 'স্বাধীনতা আন্দোলনত যোৰহাট' নামেৰে ইয়াণ্ডাবু সন্ধিৰ পিছৰ পৰা স্বাধীনতাৰ আন্দোলনৰ বুৰঞ্জীৰ লগতে যোৰহাটৰ প্ৰায় সকলোখিনি মুক্তি-যুঁজাৰুৰ নাম আৰু জীৱনী ফটোসহ সন্নিৱিষ্ট কৰি এখন বৃহৎ গ্ৰন্থ প্ৰকাশ কৰি এটা মহৎ কাম সমাধা কৰিলে। কিন্তু আনবোৰ জিলাৰ কোনেও আগ নাবাঢ়িল। ফলত সেই সেই জিলাৰ স্বাধীনতাৰ বুৰঞ্জীও অসম্পূৰ্ণ হৈয়ে থাকিল। কামৰূপ জিলাতো এঘাৰ বছৰৰ আগত নহয়—২৫/৩০ বছৰৰ আগতেও এই প্ৰচেষ্টা হাতত লোৱা হ'লে এইখন জীৱনী কোষতকৈ সেইখন বেছি প্ৰমাণ্য আৰু বহলভিত্তিক হ'লহেঁতেন বুলি আমি বিশ্বাস কৰো।

তাহানিতে কামৰূপ জিলা মুক্তি-যুঁজাৰু সম্মিলনে প্ৰত্যেকগৰাকীৰ জীৱনী নহ'লেও প্ৰকৃত মুক্তি-যুঁজাৰুৰ তথ্য ভিত্তিক তালিকাখন প্ৰস্তুত কৰি থৈ যোৱা হ'লে আজি আচল মুক্তিযোদ্ধা, নকল মুক্তিযোদ্ধাৰ বিতৰ্কৰ সৃষ্টিয়েই নহ'লহেঁতেন। কিন্তু কিয় হ'ল সেই কথা বুজিবলৈ ১৯৪৭ চনলৈ ঘূৰি যাব লাগিব। দেশে স্বাধীনতা লাভ কৰাৰ লগে লগে সমাজৰ সুযোগ-সন্ধানী এচাম ব্যক্তিয়ে— যিসকলে ব্ৰিটিছৰ গুণ-গান গাই স্বাধীনতা সংগ্ৰামৰ সদায় বিৰোধিতা কৰি আহিছিল, আনকি স্বাধীনতা সংগ্ৰামীক পুলিচৰ হাতত ধৰা দিবলৈও কুণ্ঠাবোধ কৰা নাছিল, তেওঁলোকৰ অনেকেই হেনো ৰাতিটোৰ ভিতৰতে খদ্দৰৰ পোছাক পিন্ধি, আনকি মূৰত গান্ধী টুপীটোও পিন্ধি পিছদিনা জাতীয় পতাকাৰ তলত কংগ্ৰেছ নেতাৰ লগত শাৰী পূৰালেহি আৰু ৰাতিটোৰ ভিতৰতে কংগ্ৰেছী হৈ পৰিল। কংগ্ৰেছ নেতাসকলৰ উদাৰতা আৰু দুৰ্বলতাৰ সুযোগ লৈ এওঁলোকৰ কিছুসংখ্যকে ১০-১২ বছৰৰ পিছতে ঠায়ে ঠায়েহেনো কংগ্ৰেছ কমিটিৰ নেতত্বও লাভ কৰিলে আৰু চৰকাৰৰ ঘৰতো আসন পাতি বহিল।

কালৰো কাল বিপৰীত কাল হৈ দেখা দিলে যেতিয়া ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে স্বাধীনতা সংগ্ৰামীসকলক দেশপ্ৰেমৰ স্বীকৃতিস্বৰূপে তাম্ৰপত্ৰ দিয়া আৰু দুশ টকাকৈ মাহে স্বতন্ত্ৰ সৈনিক সন্মান পেঞ্চন দিয়াৰ সিদ্ধান্ত গ্ৰহণ

কৰিলে। আমি আগতে উল্লেখ কৰা নতুন কংগ্ৰেছী অথচ অনা-মুক্তিযোদ্ধাৰ এছামেও তাম্ৰপত্ৰ লাভ কৰিলে অথচ প্ৰকৃত মুক্তিযোদ্ধাৰ এছাম বাদ পৰি গ'ল। আচল মুক্তিযোদ্ধাৰ মাজত প্ৰতিবাদৰ ঢৌ উঠিল। মুক্তিযুঁজাৰু সন্মিলনে মুক্তি যুঁজাৰুৰ শুদ্ধ তালিকা প্ৰস্তুতিৰ দাবী উত্থাপন কৰিলে। শেষত শৰৎ সিংহ চৰকাৰে ১৯৭৩ চনৰ ১৫ আগষ্টত মুক্তি যুঁজাৰু লক্ষ্মীধৰ বৰাক চেয়াৰমেন, মহেন্দ্ৰ হাজৰিকা আৰু ৰবীন নবীশক সদস্য আৰু পি পি এছক সদস্য সচিব হিচাপে এখন কমিটি গঠন কৰি প্ৰকৃত মুক্তি যুঁজাৰুৰ তালিকা প্ৰস্তুত কৰিবলৈ দিলে। সেই মতে কমিছনে পাঁচ বছৰ পৰিশ্ৰম কৰি জে'লৰ ৰেকৰ্ড, পুলিচ থানাৰ ৰেকৰ্ড, কংগ্ৰেছ কমিটিৰ কাৰ্য্যালয়ৰ নথি-পত্ৰ আৰু কিছুমান ঠাইত চৰজমিন তদন্ত কৰি ১৫,৭৭৬ জন মুক্তিযোদ্ধা, ২৮ জন পুলিচৰ গুলীত নিহত হোৱা আৰু এজন ফাঁচীৰ কাঠত উঠি মৃত্যু হোৱা শ্বহীদ, ৪৭ জন পুলিচৰ গুলীত আহত হোৱা স্বাধীনতা সৈনিকৰ নাম সন্নিৱিষ্ট কৰি ১৪৭২ পৃষ্ঠাৰ বৃহৎ আকাৰৰ গ্ৰন্থ ছপা কৰি ২২-৬-৭৯ তাৰিখে অসম চৰকাৰৰ ওচৰত জমা দিলে।

বৰা কমিছনে যিমানেই আন্তৰিকতাৰে এই তালিকাখন প্ৰস্তুত কৰিলে তাতো কিছু ভুল থাকি গ'ল; আৰু তাৰ কাৰণে দায়ী 'সময়'। ত্ৰিশ বছৰৰ পিছত কোনো কোনো জে'লত পৰিষ্কাৰ ৰেকৰ্ড নাপালে; পুলিচ থানাবিলাকত কিছুমান ৰেকৰ্ড জৰাজীৰ্ণ অৱস্থাত পালে—য'ৰ পৰা গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰা আত্ম-গোপনকাৰী বহুসকলৰ নাম উদ্ধাৰ কৰিব নোৱাৰিলে। কিছুমান কংগ্ৰেছ কাৰ্য্যালয়ে কংগ্ৰেছবিৰোধী বহু মুক্তি যুঁজাৰুৰ নাম বাদ দি থ'লে। অৱশ্যে, কাৰাবাস খটাসকলৰ নামৰ তাৰতম্য নহ'ল। যি নহওঁক, গ্ৰন্থখন প্ৰকাশ হৈ ওলোৱাৰ পিছত দুজনমানে হাইকৰ্টত গোচৰ তৰিলে। পৰৱৰ্তী চৰকাৰে হাইকৰ্টত গোচৰটো সম্পৰ্কে কাৰ্য্যকৰী ব্যৱস্থা নোলোৱাত হাইক'ৰ্টে গোটেই তালিকাখন আইনতঃ অকাৰ্য্যকৰী কৰি ৰখাৰ হুকুম দিলে। ফলত এতিয়া আচল মুক্তি-যুঁজাৰুৰ প্ৰামাণ্য তালিকা এখন নাই। তথাপি আমি উক্ত গ্ৰন্থত কামৰূপৰ নাম থকাসকলৰ ভিতৰৰ কিছু নাম বাদ দিছো—যিসকলে জে'লৰ পৰা আগলৈ আন্দোলন নকৰো বুলি মচুলকা দি ওলাই গৈছিল। তাৰ সলনি আন আন উৎসৰ পৰা পোৱা আন কিছুমান মুক্তি-যুঁজাৰুৰ নাম এইখন জীৱনী কোষত আমি অন্তৰ্ভুক্ত কৰিছোঁ।

অপ্ৰাসংগিক হ'লেও আমি আন এটা কথা উনুকিয়াই থব খোজো যে ভৱিষ্যতে যদি অসম চৰকাৰে মুক্তি-যোদ্ধাৰ নামত নতুনকৈ পেঞ্চন দিব

খোজেও এই জীৱনী কোষত সেইজনৰ নামটো অন্তৰ্ভুক্ত হৈছে বুলিয়েই তেওঁৰ পেন্সনৰ কাৰণে আইনতঃ দাবী নৰজিব।

সদৌ শেষত আমি জনাব খোজো যে মুক্তি-যুঁজাৰুৰ জীৱনী কোষখন মুক্তি-যুঁজৰ এটা অংশহে। সেই কাৰণে স্বাধীনতা আন্দোলন সম্পৰ্কে তিনিটা প্ৰবন্ধ— (ক) স্বাধীনতা আন্দোলনত উত্তৰ-কামৰূপ, (খ) স্বাধীনতা আন্দোলনত দক্ষিণ কামৰূপ আৰু (গ) স্বাধীনতা আন্দোলনত অসম শিতানত তিনিটা প্ৰৱন্ধ চমুকৈ অন্তৰ্ভুক্ত কৰিছো এই বুলিয়েই—যাতে মুক্তি-যুঁজাৰুসকলৰ উত্তৰাধিকাৰীসকল তথা নতুন প্ৰজন্মই তেওঁলোকৰ পিতৃ, পিতামহ সকলে অংশ লোৱা স্বাধীনতা আন্দোলনৰ আভাস পাব পাৰে।

জীৱনী-কোষখনৰ সংকলন, সম্পাদনা আৰু ছপা কামত থাকিব পৰা দোষ-ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে—

**সম্পাদনা সমিতি,**
**'কামৰূপ জিলা মুক্তি যুঁজাৰু জীৱনী কোষ'**
**কামৰূপ জিলা মুক্তিযুঁজাৰু সন্মিলন**
**১৫ জানুৱাৰী, ২০০৮**

# সূচী-পত্ৰ

■ ■ ■

# স্বাধীনতা সংগ্ৰামত অসম

—পদ্ম হাজৰিকা

**(ক) ইয়াণ্ডাবু সন্ধিৰ পিছত :** ১৮২৬ চনৰ ২৬ ফেব্ৰুৱাৰীত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ হে ইষ্ট ইণ্ডিয়া কোম্পানী আৰু ব্ৰহ্মদেশৰ ৰজাৰ লগত হোৱা চুক্তি মতে অসমৰ প্ৰজাই মান-সেনাৰ অমানৱীয় অত্যাচাৰৰ পৰা সকাহ পালে যদিও আহোম ৰাজবংশৰ অভিজাত শ্ৰেণীটোৱে বুজি পালে যে পৰোক্ষভাৱে কোম্পানীয়ে অসম খণ্ডত ব্ৰিটিছ শাসন স্থায়ী কৰিব বিচাৰিছে আৰু সেই শাসনৰ পতন ঘটোৱাতহে তেওঁলোকৰ মূল লক্ষ্য হ'ব লাগে। সেয়েহে তেওঁলোকৰ মাজত অসন্তুষ্টি বিয়পি পৰিল। লগে লগে কোম্পানীৰ শাসনকৰ্তা ডেভিদ স্কটৰ শাসন ব্যৱস্থাই কৃষক শ্ৰেণীকো সন্দিহান কৰি তুলিলে।

দুবছৰৰ পিছতে ইংৰাজক খেদি আহোম ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ আহোম আমোলা ধনঞ্জয় বৰগোহাঁই আৰু ৰাজবংশৰ সাহসী ডেকা গমধৰ কোঁৱৰ আগবাঢ়ি আহিল আৰু তেওঁলোকে এদল সৈন্য-সামন্ত গোটাই বিদ্ৰোহ ঘোষণা কৰিলে; কিন্তু কাম হাতত লোৱাৰ আগতে সুনিপুণ ইংৰাজ সেনাৰ হাতত তেওঁলোক গ্ৰেপ্তাৰ হ'ল। বিচাৰত গমধৰ কোঁৱৰক সাত-বছৰৰ কাৰাদণ্ড বিহিলে আৰু ধনঞ্জয়ক মৃত্যুদণ্ডৰ হুকুম দিলে। চতুৰ ধনঞ্জয়ে ইংৰাজৰ হাতৰ পৰা পলাই প্ৰথমে নগা পাহাৰত আশ্ৰয় লৈ পাহাৰীয়া জনজাতিসকলক ইংৰাজৰ বিৰুদ্ধে সংগঠিত কৰিলে। নগা পাহাৰৰ পৰা ধনঞ্জয় বৰগোহাঁই মটক ৰাজ্য, চিংফৌ, জয়ন্তীয়া আদিত বিদেশী শক্তিৰ বিৰুদ্ধে বিভিন্ন জাতি-জনজাতীয় লোকসকলক সংগঠিত কৰি পিয়লি বৰফুকন, জীউৰাম দুলীয়া বৰুৱাৰ নেতৃত্বত ৰংপুৰত অৱস্থিত খাৰ ঘৰত জুই দিবলৈ সাজু হ'ল। কিন্তু এই খবৰ ইংৰাজ সেনাপতিয়ে আগতীয়াকৈ পাই এই বিদ্ৰোহো দমন কৰিলে ১৮৩০ চনৰ ফেব্ৰুৱাৰী মাহত। এইবাৰো ধনঞ্জয়ে পুতেক হৰকান্তৰ সৈতে পলাই সাৰিল; কিন্তু ইংৰাজে পিয়লি বৰফুকন আৰু জীউৰাম দুলীয়া বৰুৱাক ফাঁচী দি হত্যা কৰিলে। ভাৰতত এই দুগৰাকী বীৰ আছিল প্ৰথম শ্বহীদ আৰু এয়াই আছিল স্বাধীনতাৰ হকে প্ৰকৃত

আৰু প্ৰথম আন্দোলন। আনকেইজন বিদ্ৰোহী হৰনাথ, ৰূপচাঁদ আৰু বনচিংফৌক ঢাকা জে'লত বন্দী কৰি থ'লে।

সেই সময়তে জয়ন্তীয়া পাহাৰৰ তিৰৎ সিঙে দুবছৰ কাল ইংৰাজ সেনাৰ লগত গৰিলা যুদ্ধ কৰি অৱশেষত আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য হ'ল।

**(খ) চিপাহী বিদ্ৰোহৰ পটভূমিত ঃ** ১৮২৬ চনৰ পিছতে ভাৰতত প্ৰথমতে আৰম্ভ হোৱা স্বাধীনতা সংগ্ৰামৰ পিছত ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ তথা ভাৰতৰ স্বাধীনতা সংগ্ৰামে ইংৰাজ চৰকাৰক শলঠেকত পেলাইছিল যদিও ইংৰাজৰ চূড়ান্ত দমন-নীতি আৰু অন্যান্য কূটনৈতিক কৌশলেৰে এই বিদ্ৰোহ দমন কৰিবলৈ সমৰ্থ হ'ল। সেই সময়ত মণিৰাম দেৱান কলিকতাত আছিলগৈ। যদিও মণিৰামে ১৮২৮ আৰু ১৮৩০ চনত অসমৰ বিদ্ৰোহীসকলৰ বিপক্ষে থিয় হৈ ইংৰাজৰ দমন নীতিত সহায় কৰিছিল, পিছলৈ বিদেশী শাসনকৰ্তাসকলেই নহয়—ইংৰাজ চাহ খেতিয়কসকলেও মণিৰামৰ উন্নতিত পদে পদে বাধা দিয়াত তেওঁ ভুল বুজিব পাৰি ইংৰাজ-বিৰোধী স্থিতি গ্ৰহণ কৰিলে। কলিকতাৰ পৰা সেয়েহে তেওঁ আহোম ৰাজকোঁৱৰ সকললৈয়ে অকল নহয় জনজাতি নেতাসকললৈ চিঠি লিখি চিপাহী বিদ্ৰোহৰ ধামখুমিয়াতে ইংৰাজসকলৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ আহ্বান জনালেও। কিন্তু তেনেকুৱা চিঠি দুখন ব্ৰিটিছ চোৰাংচোৱাৰ হাতত পৰিল। লগে লগে কলিকতাতে মণিৰাম দেৱানক গ্ৰেপ্তাৰ কৰি তেওঁৰ সহযোগী মধু মল্লিকৰ লগত যোৰহাটলৈ আনি চমু বিচাৰ এখন পাতি মণিৰাম দেৱানৰ লগতে অসমত বিদ্ৰোহৰ সূচনা কৰা নেতা পিয়লি বৰুৱাক ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰী তাৰিখে ফাঁচী দিলে।

ইয়াৰ কিছুদিনৰ আগতে কন্দৰ্পেশ্বৰ সিংহক বন্দী কৰি কলিকতাৰ আলিপুৰ জে'ললৈ পঠালে। বিদ্ৰোহৰ সূচনা কৰাসকলৰ ভিতৰত মধু মল্লিক, কমলা বৰুৱা, দুতিৰাম বৰুৱা, মৰঙীখোৱা গোহাঁই, ফৰমুদ আলী, বাহাদুৰ গাওঁবুঢ়া—এই সকলোকে কালাপানীলৈ পঠালে আৰু তেওঁলোকৰ সা-সম্পত্তিও বাজেয়াপ্ত কৰিলে।

এইদৰে অসম ভূমিৰ পৰা ইংৰাজক খেদিবলৈ কৰা তৃতীয় প্ৰচেষ্টাও বিফল হ'ল।

কোম্পানী চৰকাৰে শাসন-যন্ত্ৰ কটকটীয়া কৰি চৰকাৰৰ ৰাজহ বৃদ্ধি কৰিবলৈ কৃষকৰ ওপৰত বিভিন্ন কৰ-কাটল লগালে। মাটিৰ খাজানা বৃদ্ধি কৰিলে অথচ

বিনা কৰে হাজাৰ হাজাৰ বিঘা মাটি চাহ খেতি কৰিবলৈ বিলাতী চাহ খেতিয়কসকলক বিলাই দিলে। খাজনা আৰু কৰ-কাটল বৃদ্ধিয়ে কৃষকৰ মাজত চৰকাৰৰ বিৰুদ্ধে অসন্তুষ্টি বৃদ্ধি কৰিলে। তলে তলে কৃষকসকল বিদ্ৰোহী হৈ উঠিল। ঠায়ে ঠায়ে গঞা ৰাইজে মেল পাতি অৰ্থনৈতিক নিপীড়নৰ পৰা সকাহ পোৱাৰ চিন্তা-চৰ্চা কৰিলে।

প্ৰথমখন ৰাইজ মেল ফুলগুৰিত বহিল। কৃষকৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰাত ছিংগাৰ নামৰ চাহাব বিষয়াজনক লাঠীৰে কোবাই মাৰি পেলালে আৰু মৃতদেহটো কলং নদীত উটুৱাই দিলে। সেই দিনটো আছিল ১৮৬১ চনৰ ১৭ অক্টোবৰ। নগাৱঁৰ ডেপুটি কমিছনাৰে তেজপুৰৰ পৰা সৈন্য-সামন্ত আনি ২৩ তাৰিখে সেই অঞ্চলত সন্ত্ৰাসৰ ৰাজত্ব চলাই ৩৯-জন কৃষকক গুলীয়াই মাৰিলে; নেতৃস্থানীয় তিনিজনক ফাঁচী দি মাৰিলে; ৬-জনক কালাপানীলৈ পঠালে আৰু ৬০-জনক জে'লত বন্দী কৰিলে। এইটো বিদ্ৰোহেই 'ফলগুৰিৰ ধেৱা'।

ইতিমধ্যে চৰকাৰে আগৰবাৰ বৃদ্ধি কৰা খাজনাতেই সন্তুষ্ট নাথাকি সত্তৰ দশকত মাটিৰ খাজনা আৰু ৫০ শতাংশ বৃদ্ধি কৰিলে আৰু নিজৰ বাৰীত থকা গছৰ ওপৰত, পুখুৰীৰ ওপৰতো কৰ লগোৱাত ৰায়তসকল জাঙুৰ খাই উঠিল আৰু বিভিন্ন অঞ্চলত ৰাইজমেল পাতি বৰ্ধিত খাজনা নিদিয়াৰ সিদ্ধান্ত কৰিলে। ৰঙিয়াৰ ৰাইজমেল, পথৰুঘাটৰ কৃষক বিদ্ৰোহ, বজালী, সৰ্থেবাৰীৰ ৰাইজমেল ৰক্তাক্ত হৈ সামৰণি পৰিল। ব্ৰিটিছৰ দমন নীতিয়ে ৰাইজক পংগু কৰি পেলালে। জনমত দুৰ্বল হৈ গ'ল। মানুহৰ মাজত হতাশাৰ সৃষ্টি হ'ল। ব্ৰিটিছ চৰকাৰ নিশ্চিন্ত হ'ল।

**চিপাহী বিদ্ৰোহৰ পৰৱৰ্তী পৰ্য্যায় :** চিপাহী বিদ্ৰোহৰ দমনৰ পৰৱৰ্তী পৰ্য্যায়ত ১৮৬০ চনৰ পৰা অসমৰ দৰে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত কৃষক-বনুৱাৰ মাজত ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে অসন্তুষ্টি বাঢ়ি আহিল আৰু ঠায়ে ঠায়ে খণ্ডযুদ্ধও চলি আছিল যদিও, সংগঠিতভাৱে চৰকাৰ-বিৰোধী কোনো আন্দোলনেই মূৰ দাঙি উঠিব পৰা নাছিল। ১৮৯৫ চনত যদিও কংগ্ৰেছ অনুষ্ঠানৰ জন্ম হ'ল আৰু ১৯০৩ চনত অসমত 'অসম এছোচিয়েচন'ৰ জন্ম হ'ল, এই দুই অনুষ্ঠানৰে উদ্দেশ্য আছিল আবেদন-নিবেদনৰে প্ৰজাৰ দুখ-দুৰ্গতিৰ অবসান ঘটোৱা; কিন্তু সংঘাতেৰে নহয়।

অৱসৰপ্ৰাপ্ত ব্ৰিটিছ বিষয়া হিউমৰ নেতৃত্বত গঠিত হোৱা কংগ্ৰেছৰ গুৰি ধৰিছিল জাতীয়তাবাদী নেতা গোপাল কৃষ্ণ গোখলে, দাদাভাই নৌৰজী,

ফিৰোজশ্বাহ মেহতা, সুৰেন্দ্রনাথ বেনার্জী আদিয়ে। পিছলৈ এই নৰমপন্থীসকলে ব্ৰিটিছৰ শাসন নীতিৰ পৰিৱৰ্তনৰ দাবীও পেছ কৰিবলৈ আৰম্ভ কৰিলে যদিও কংগ্ৰেছৰ ভিতৰতে থকা চৰমপন্থী নেতা বাল গংগাধৰ তিলক, বিপিন চন্দ্ৰ পাল, অৰবিন্দ ঘোষ আদিয়ে কংগ্ৰেছক আৱেদন-নিৱেদনৰ পথ পৰিত্যাগ কৰি, ৰাজহুৱা স্বাৰ্থসাপেক্ষে ব্ৰিটিছৰ আইন-কানুন সংশোধনৰ দাবী উত্থাপন কৰিবলৈ বাধ্য কৰালে।

জন্মৰ লগ্নৰে পৰা অসমত অসম এছোচিয়েচনৰো নেতৃত্ব বহন কৰিছিল মাণিক চন্দ্ৰ বৰুৱা, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, পদ্মনাথ গোহাঁই বৰুৱা আদিয়ে। পিছলৈ ১৯১৪-১৫ চনত এই অনুষ্ঠানৰ দায়িত্বভাৰ গ্ৰহণ কৰে স্বদেশ প্ৰেমিক যুৱক চন্দ্ৰ নাথ শৰ্মা, ৰোহিনীকান্ত হাতী বৰুৱা আদিয়ে আৰু লগে লগে ইয়াৰ কাৰ্য্যসূচীতো পৰিৱৰ্তন আৰম্ভ হয়।

**বংগ-ভংগৰ প্ৰভাৱ ঃ** ১৯০৫ চনত চৰকাৰে বংগ দেশ দ্বি-খণ্ডিত কৰাৰ প্ৰতিবাদত বংগৰ জনতা বিক্ষুব্ধ হৈ উঠিল; প্ৰতিবাদী গণ আন্দোলন দমন কৰিবলৈ ব্ৰিটিছ চৰকাৰে জনতাৰ ওপৰত অশেষ নিৰ্য্যাতন চলালে। নিৰ্য্যাতনৰ প্ৰতিশোধ ল'বলৈ এছাম যুৱকে হাতত বন্দুক, পিষ্টল তুলি ল'লে, বোমা তৈয়াৰ কৰিবলৈ কাৰখানা গঢ়ি তুলিলে, ঠায়ে ঠায়ে অত্যাচাৰী বিষয়া কেইবাজনকো গুলীয়াই মাৰিলে। কিন্তু উপযুক্ত কৌশল আৰু সংগঠনৰ অভাৱত এই বিদ্ৰোহ বেছি আগবাঢ়িব নোৱাৰিলে। কিন্তু ইয়াৰ সুদূৰপ্ৰসাৰী প্ৰভাৱে যুৱ-ছামৰ ওপৰত দেশ-প্ৰেমৰ বীজ বহন কৰিলে। ইতিমধ্যে ১৯১৭ চনৰ ৰুচ বিপ্লৱৰ কৃতকাৰ্য্যতাই ভাৰতৰ বিভিন্ন ঠাইত যুৱকসকলক গুপ্ত আন্দোলনৰ ঘাটি তৈয়াৰ কৰাত উৎসাহ যোগালে।

**ভাৰতৰ ৰাজনীতিত গান্ধীৰ আৱিৰ্ভাৱ ঃ** ১৮৯৩ চনতে ডেকা বাৰিষ্টাৰ মোহনদাস কৰমচাঁদ গান্ধীয়ে এটা মোকৰ্দমাৰ কামত দক্ষিণ আফ্ৰিকালৈ গৈ তাত বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে সুদীৰ্ঘ ২১-বছৰ কাল অহিংসা আৰু সত্যাগ্ৰহৰ পন্থাৰে যুঁজ দি, সেইখন যুঁজত কৃতকাৰ্য্য হৈ ১৯১৫ চনত ভাৰতলৈ ঘূৰি আহিল আৰু গোপাল কৃষ্ণ গোখলেৰ পৰামৰ্শ অনুযায়ী গোটেই ভাৰতবৰ্ষৰ ৰে'লৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰি ৰাইজৰ দুখ-দুৰ্দশাৰ উমান ল'লে।

গান্ধীজীয়ে দেশৰ পৰিস্থিতি অধ্যয়ন কৰি বুজি উঠিল যে সত্য, অহিংসা আৰু ন্যায়ৰ পথেৰে আগবাঢ়ি গ'লেহে, গঠনমূলক কামৰ জৰিয়তে কৃষকসকলক স্বাৱলম্বিতাৰ পথ দেখুৱাব পাৰিলেহে, সামাজিক অনীতি,

অন্ধবিশ্বাস, অস্পৃশ্যতাৰ গ্লানি দূৰ কৰিব পাৰিলেহে সমাজক শক্তিশালী ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে ঐক্যবদ্ধভাৱে যুঁজৰ কাৰণে আগবঢ়াই আনিব পৰা হ'ব। সেয়েহে গান্ধীজীয়ে কংগ্ৰেছৰ চাৰিজনীয়া সদস্য নোহোৱাকৈয়ে, কেতিয়াও কংগ্ৰেছ সভাপতিৰ বাব নোলোৱাকৈয়ে কংগ্ৰেছৰ জৰিয়তে আন্দোলনৰ কাৰ্য্যসূচী গ্ৰহণ কৰিলে। ইতিমধ্যে জন-বিৰোধী ৰাওলাট আইনৰ প্ৰৱৰ্তন, ১৯১৯ চনৰ ১৩ এপ্ৰিলত জালিয়ানালাবাগৰ হত্যাকাণ্ডই গান্ধীজীক আন্দোলনৰ পথলৈ ওচৰ চপাই আনিলে।

**অসহযোগ আন্দোলনত অসম ঃ** ১৯১৭-১৮ চনৰ পৰা অসম এছোচিয়েচনে লাহে লাহে ৰাজনীতিৰ পথাৰত ভৰি দিলে—যেতিয়া চন্দ্ৰ নাথ শৰ্মা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন আদি দেশপ্ৰেমিকসকলে ইয়াৰ নেতৃত্ব ল'লে। বহুত চিন্তা-চৰ্চাৰ মূৰত ১৯২১ চনৰ পাঁচ জুন তাৰিখে অসম প্ৰদেশ কংগ্ৰেছ কমিটি গঠন কৰা হ'ল আৰু লগে লগে অসম এছোচিয়েচন নিষ্ক্ৰিয় হৈ পৰিল।

১৯২১ চনত গান্ধীজীয়ে অসহযোগ আন্দোলন আৰম্ভ কৰিলে। ভাৰতৰ বিভিন্ন ঠাইত সংগঠন কৰি ১৯২১ চনৰ আগষ্ট মাহত তেওঁ গুৱাহাটীলৈ আহি তৰুণৰাম ফুকনৰ ঘৰত উঠিল। পিছদিনা তেওঁৰ হাউলিতে অনুষ্ঠিত হোৱা এখন বিৰাট সভাত গান্ধীজীয়ে অসহযোগৰ বাণীৰে উকীলসকলক ওকালতি ত্যাগ কৰি, ছাত্ৰসকলক চৰকাৰী শিক্ষানুষ্ঠান ত্যাগ কৰি, চৰকাৰী কৰ্মচাৰীসকলক চাকৰি ত্যাগ কৰি অসহযোগত যোগ দিবলৈ আহ্বান জনালে। লগতে কপাহৰ খেতি কৰি, কপাহৰ সূঁতা কাটি খাদী বস্ত্ৰৰ পৰিধান কৰি স্বাৱলম্বী হ'বলৈ, মদ, কানি, ভাং আদি বৰ্জন কৰিবলৈ, সমাজত ব্যাপকভাৱে গঢ় লৈ উঠা অস্পৃশ্যতা বৰ্জন কৰিবলৈও আহ্বান জনালে। গান্ধীজীৰ আহ্বানত সভাত উপস্থিত দৰ্শকসকলে এনেদৰে অভিভূত হৈ পৰিল যে গান্ধীজীৰ সন্মুখতে প্ৰথমে তৰুণৰাম ফুকনে নিজে পিন্ধি থকা আৰু ঘৰত থকা সকলোবোৰ বিলাতী বস্ত্ৰ গোটাই অগ্নিত সমৰ্পণ কৰিলে। উপস্থিত থকা প্ৰায় সকলো লোকেই গাত পিন্ধি থকা বিলাতী চোলা, কোট আদি জুইত দলিয়াই দিয়েই ক্ষান্ত নাথাকি ওচৰৰ মানুহখিনিয়ে ঘৰৰ পৰা বিলাতী কাপোৰ আনি অগ্নিত জাপি দিলেহি।

গান্ধীজীৰ ভ্ৰমণে সোৰোপা অসমীয়া বহুখিনিক জাগ্ৰত কৰি তুলিলে। ভালেমান উকীলে ওকালতি ত্যাগ কৰি অসহযোগ আন্দোলনত অংশ-গ্ৰহণ কৰিলে, বহুসংখ্যক ছাত্ৰই স্কুল-কলেজ বৰ্জন কৰিলে, চৰকাৰী কৰ্মচাৰীৰ একাংশইও চাকৰিৰ পৰা পদত্যাগ কৰিলে।

মাদক দ্ৰব্যৰ দোকান আৰু বিলাতী বস্তুৰ দোকানত সমূহীয়াকৈ পিকেটিং চলিল; কিছুমান ঠাইত প্ৰজাই খাজনা দিয়া বন্ধ কৰিলে। মাজে মাজে হৰতাল কৰি চৰকাৰী কাৰ্য্যালয় আদি অচল কৰি দিলে। চৰকাৰেও চূড়ান্ত দমন নীতি চলাই হাজাৰ হাজাৰ স্বাধীনতা সেনানীক গ্ৰেপ্তাৰ কৰি কাৰাগাৰত নিক্ষেপ কৰি; সভা শোভাযাত্ৰাৰ ওপৰত লাঠি চালনা কৰি বহুতকে ঘূণীয়া কৰিলে; জেলত সোমোৱাসকলৰ ওপৰত অবৰ্ণনীয় শাস্তি জাপি দিলে। কামৰূপ জিলাৰ বকো অঞ্চলত—য'ত ৰাভা, বড়ো আদি জনজাতিসকলে সমূহীয়া ভাৱে ব্ৰিটিছ বিৰোধী আন্দোলনত যোগ দিছিল—তাত অসহযোগী সকলক পুলিচে ধৰি-বান্ধি পুহমহীয়া জাৰত জলজলি নদীত ডিঙিলৈকে পানীত ডুবাই থৈ অমানৱীয় শাস্তি বিহিছিল। আকৌ বকোৰ ঘটনাত গান্ধীজী অতীষ্ঠ হৈ ৰাজেন্দ্ৰ প্ৰসাদ আৰু মদনমোহন মালব্যক সৰজমিন তদন্তৰ কাৰণে পঠাইছিল আৰু তেওঁলোকৰ ৰিপোৰ্ট ভাৰতৰ পাৰ্লিয়ামেন্টতে নহয়, আনকি বিলাততো চৰ্চাৰ কেন্দ্ৰ বিন্দু হৈ পৰিছিল।

**আইন অমান্য আন্দোলন** ঃ ১৯২২ চনৰ চৌৰিচৌৰাৰ হিংসাত্মক ঘটনাত অহিংসাৰ পূজাৰী গান্ধীজী মৰ্মাহত হ'ল আৰু অসহযোগ আন্দোলন বন্ধ কৰি দিলে। এই কাৰ্য্যই কংগ্ৰেছৰ চৰমপন্থীসকলক অসন্তুষ্ট আৰু যুৱ-ছাত্ৰক বিক্ষুব্ধ কৰি তুলিলে যদিও ভাৰতৰ কোটি কোটি নিপীড়িত জনতাৰ অন্তৰত গান্ধীজীয়ে অলৌকিক শক্তি হিচাপে স্থান লাভ কৰিলে। এফালে গান্ধীজীয়ে চৰকাৰৰ বিভিন্ন আইন-কানুনৰ বিৰুদ্ধে কংগ্ৰেছৰ জৰিয়তে কঠোৰ স্থিতি গ্ৰহণ কৰিলে, আনহাতে নিজে গঠনমূলক কামত ব্ৰতী হৈ জনতাক মাৰ্গ দৰ্শনৰ সন্ধান দিলে।

ইফালে ১৯২৩ চনৰ পৰা ১৯২৯-৩০ চনলৈ ভাৰতত কেবাটাও সন্ত্ৰাসবাদী দলৰ জন্ম হ'ল। বিভিন্ন ঠাইত বেঙ্ক ডকাইতি আদি কৰি অস্ত্ৰ-শস্ত্ৰ ক্ৰয় কৰি সন্ত্ৰাসৰ ৰাজত্ব চলালে, পুলিচে চোৰাংচোৱা আৰু চৰকাৰী বিষয়াক গুলিয়াই মাৰিলে। চৰকাৰেও প্ৰতিশোধ লবলৈ ভালেমান বিপ্লৱীক গুলিয়াই হত্যা কৰিলে, ভালেকেইজনক চেলুলাৰ জেললৈ পঠালে; ভালেকেইজনক বিচাৰত ফাঁচী দিলে।

এনে পৰিস্থিতিয়ে ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছে পূৰ্ণ স্বৰাজৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু ১৯৩০ চনৰ ২৬ জানুৱাৰীত ৰাজহুৱা ঠাইত ত্ৰিৰঙ্গ পতাকা

উত্তোলনৰ কাৰণে দেশবাসীক আহ্বান জনালে। গান্ধীজীয়ে নিজেই দাণ্ডি যাত্ৰা কৰি লোণ আইন অমান্যৰ সিদ্ধান্ত কৰিলে। এই লোণ আইন অমান্যই গোটেই পৃথিৱীতে আলোড়নৰ সৃষ্টি কৰিলে। গান্ধীজীয়ে দেশজুৰি আইন অমান্য আন্দোলনৰো আহ্বান জনালে।

অসমত আন এটা সমস্যাৰ সৃষ্টি হ'ল। ডি, পি, আই কানিংহামে ছাত্ৰ সকলক স্বদেশী আন্দোলনৰ পৰা আঁতৰত ৰাখিবলৈ এখন চাৰ্কুলাৰ জাৰি কৰিলে। এই চাৰ্কুলাৰৰ বিৰুদ্ধে প্ৰথমে কটন কলেজৰ ভালেমানে শিক্ষাজীৱন বৰ্জন কৰি ওলাই আহিল। লগে লগে নগৰৰ স্কুলৰে নহয়--গাৱঁৰ হাইস্কুল, মজলীয়া স্কুলৰ ছাত্ৰইও পঢ়াশুনা বাদ দি ৰাজ-পথলৈ ওলাই আহিল। কৰ্মীৰ অভাৱত অসম কংগ্ৰেছে আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ হোঁহোকা-পিচলা কৰি আছিল যদিও এই স্কুল কলেজ এৰি অহা ছাত্ৰসকলেই কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈ মদ, কানি, ভাঙৰ দোকানত পিকেটিং কৰি আন্দোলন গঢ়ি তুলিলে। পিছত অৱশ্যে গাৱেঁ-ভূঞে শান্তি সেনা শিবিৰ গঢ়ি উঠিল। ডেকা সকলৰ লগতে ছাত্ৰ সকলেও শিবিৰত প্ৰশিক্ষণ লৈ জিলা কংগ্ৰেছৰ নিৰ্দেশত ভালেমান স্বেচ্ছাসেৱক নগৰলৈ আহি মদ, ভাং, কানিৰ দোকানৰ বাহিৰেও বিদেশী বস্তুৰ দোকানত পিকেটিং কৰি পুলিচৰ মাৰ খালে, বহুতকে গ্ৰেপ্তাৰ কৰি জেলত ভৰালে। গাঁৱৰ স্বেচ্ছাসেৱকসকলে গাওঁবিলাকত মাদক দ্ৰব্য বৰ্জনৰ বাহিৰেও, অস্পৃশ্যতা বৰ্জন, খাজনা বন্ধ কৰা, গাঁৱৰ বিচাৰ গাওঁ পঞ্চায়তৰ জৰিয়তে মীমাংসা কৰা, খাদী উৎপাদন কৰি স্বাৱলম্বী হোৱা আদি প্ৰচাৰ কৰি ফুৰোঁতে বহুতে জেলৰ ভাত খাব লগা হ'ল।

১৯৩২ চনত শোণিতপুৰ জিলাৰ এটা শিবিৰত জ্যোতিপ্ৰসাদ আগৰৱালাৰ উৎসাহত ভূমিধৰ বৰদলৈ নামৰ এজন স্বেচ্ছাসেৱকে ১৮ মাৰ্চ তাৰিখে দুপৰীয়া তেজপুৰ কাছাৰীৰ ওপৰত উঠি ইউনিয়ন জেক নমাই স্বৰাজৰ পতাকা উত্তোলন কৰি বন্দে-মাতৰম ধ্বনি দিয়াতহে পুলিচে গম পাই ধৰি আনি গ্ৰেপ্তাৰ কৰিলে। সেই খবৰে আন আন জিলাৰ সদৰ ঠাইত ইউনিয়ন জেক নমাই ত্ৰিৰঙ্গ পতাকা উত্তোলনৰ প্ৰতিযোগিতা চলিল। গুৱাহাটীৰ কাছাৰী প্ৰাঙ্গনত পদ্ম চন্দ্ৰ গগৈ, প্ৰভাত গোস্বামী, লক্ষ্মীৰাম কুমাৰ, অমৃত শৰ্মা, হৰেণ কলিতা, ৰমা কান্ত শৰ্মা আদিয়েও তেনে চেষ্টা চলাই কাৰাবাস খাটিব লগা হ'ল। অৱশ্যে এই কামত গুৱাহাটীত কৃতকাৰ্য্য হ'ল প্ৰথম দুজনহে। তেজপুৰ, গুৱাহাটীৰ বাহিৰেও ধুবুৰী, হবিগঞ্জ আদি আন বহুতো ঠাইত ১৯৩২ চনত এনে প্ৰচেষ্টা চলিছিল।

**যুদ্ধৰ বিৰুদ্ধে একক সত্যাগ্ৰহ ঃ** ১৯৩৯ চনৰ চেপ্টেম্বৰ মাহত ইউৰোপত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। হিটলাৰে প্ৰথমে পোলেণ্ডক আক্ৰমণ কৰিলে। লগে লগে ইংৰাজ আৰু ফ্ৰান্সে হিটলাৰ-মুছোলিনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। কিছুদিন পিছত জাপানে জাৰ্মান-ইটালীৰ পক্ষত আৰু আমেৰিকাই ইংলেণ্ড আৰু ফ্ৰান্সৰ পক্ষত যোগ দিলে। ভাৰতৰ ইংৰাজ চৰকাৰে এই যুদ্ধত ধনে-জনে সহায় কৰিবলৈ ভাৰতবাসীক আহ্বান জনালে। কিন্তু গান্ধীজী আৰু কংগ্ৰেছে জনাই দিলে—"আগেয়ে আমাক স্বাধীনতা দিয়া, স্বাধীন চৰকাৰে যুদ্ধত সহায় কৰা-নকৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিব"। ব্ৰিটিছ চৰকাৰে সেই কথাত কৰ্ণপাত নকৰাত গান্ধীজীয়ে এটা অভিনৱ কৌশল উদ্ভাৱন কৰি একক সত্যাগ্ৰহৰ আহ্বান জনালে। তেওঁৰ মতে সত্যাগ্ৰহীসকল সত্য, ন্যায় আৰু অহিংসাৰ ওপৰত সম্পূৰ্ণ বিশ্বাসী হব লাগিব। সকলো ধৰণৰ পংকিলতাৰ পৰা মুক্ত হব লাগিব। তাৰ বাহিৰেও আৰু বহুতো গুণ। সেয়েহে গান্ধীজীয়ে প্ৰথম সত্যাগ্ৰহী হিচাপে নিযুক্তি দিলে বিনোৱা ভাৱেক।

অসমৰ প্ৰথম সত্যাগ্ৰহী গোপীনাথ বৰদলৈয়ে ১৯৪০ চনৰ ১১ ডিচেম্বৰত গুৱাহাটীত সত্যাগ্ৰহৰ পাতনি মেলে আৰু সেইদিনাৰ পৰা বিভিন্ন ঠাইত সত্যাগ্ৰহ কৰি সত্যাগ্ৰহী সকলে কাৰাবৰণ কৰিলে। এই সত্যাগ্ৰহ ১৯৪১ চনৰ মাৰ্চলৈকে চলি থাকিল। সত্যাগ্ৰহৰ এই সময়ছোৱাত পৰৱৰ্ত্তী পৰ্য্যায়ৰ আন্দোলনৰ কাৰণে কৰ্মী তৈয়াৰ কৰিবলৈ বিভিন্ন ঠাইত শন্তি-সেনাৰ শিবিৰ প্ৰতিষ্ঠা কৰি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। প্ৰশিক্ষণৰ পিছত এই শান্তি-সেনা সকলে গাঁৱে-ভূঞে সভা-শোভাযাত্ৰা কৰি জনতাক সজাগ কৰি তুলিলে আৰু গান্ধীজীৰ গঠনমূলক কামৰ বিষয়েও প্ৰচাৰ কাৰ্য্য চলালে। কংগ্ৰেছৰ সংগঠনিক কাম-কাজো দ্ৰুত গতিত আগবাঢ়িল।

**ক্ৰিপছ মিছন ঃ** দ্বিতীয় মহাসমৰত ব্ৰিটিছৰ সপক্ষে *'not a person, not a pie to this Imperialist war'*— এই সংকল্পৰে গান্ধীজীয়ে চলোৱা সত্যাগ্ৰহৰ প্ৰভাৱ সদৌ ভাৰততে পৰা দেখা পাই ব্ৰিটিছ চৰকাৰে বুজি উঠিল যে জেল-জৰিমনাৰে ভাৰতবাসীক দমাই যুদ্ধৰ ফলীয়া কৰিব পৰা নহব। সেয়েহে প্ৰধানমন্ত্ৰী চাৰ্চিলে এজন বিশেষ কূটনীতিবিদ ষ্টেফোৰ্ড ক্ৰিপছক ব্ৰিটিছৰ স্বাৰ্থ ৰক্ষা কৰি ভাৰতৰ দাবী সম্পৰ্কে ভাৰতীয় নেতাসকলৰ লগতে আলোচনা কৰি এটা মীমাংসাত উপনীত কৰিবলৈ ভাৰতলৈ পঠালে। সেইজন ক্ৰিপছে ১৯৪২ চনৰ ২৩ মাৰ্চ তাৰিখে ভাৰতত উপস্থিত হৈ আলোচনা আৰম্ভ

কৰিলে। সেই সময়ছোৱা আছিল ব্ৰিটিছৰ কাৰণেও বৰ দুৰ্যোগপূৰ্ণ। জাপানে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি দক্ষিণ-পূব এচিয়াৰ ইংৰাজৰ দখলত থকা ৰাষ্ট্ৰসমূহ এফালৰ পৰা দখল কৰি হাজাৰ হাজাৰ ইংৰাজৰ সৈন্যক বন্দী কৰি ব্ৰহ্মদেশ পালেহি। সেই সময়তে সুভাষ বসুৱে ভাৰতৰ পৰা পলাই দক্ষিণ পূব এচিয়াত উপস্থিত হৈ ৰাজবিহাৰী বসুৰ লগ লাগি জাপানে বন্দী কৰি ৰখা ইংৰাজৰ ভাৰতীয় সৈন্যবিলাকক লৈ আজাদ হিন্দ ফৌজ গঠন কৰি জাপানী সৈন্যৰ সহযোগত ব্ৰহ্মদেশত ইংৰাজ সেনাৰ লগত যুদ্ধত অৱতীৰ্ণ হ'ল আৰু মণিপুৰৰ ফালে অগ্ৰসৰ হ'ল।

ক্ৰিপছ মিছন সফল নহ'ল। মুছলীম লীগে ৮-কোটি মুছলমানৰ কাৰণে ভাৰতৰ বিভাজন বিচাৰিলে। পাকিস্থানৰ দাবী উত্থাপন কৰিলে। সেই সময়ত আমেৰিকা আৰু চীন দেশেও বিচাৰিছিল--ভাৰতে যুদ্ধত সহযোগ কৰক; কাৰণ সেই দুখন দেশৰ ৰাষ্ট্ৰ-প্ৰধানদ্বয়েও বুজি উঠিছিল যে জনগণৰ সহযোগ অবিহনে ভাৰতত হ'ব লগীয়া যুদ্ধত ব্ৰিটিছ তথা allied force এ জাপানক হৰুৱাব নোৱাৰিলে। চীনদেশৰ ৰাষ্ট্ৰ-প্ৰধান চিয়াং-কাই-শ্বোকে ভাৰতলৈ আহি যেতিয়া গম পালে যে জিন্নাই ৮-কোটি মুছলমানৰ কাৰণে ভাৰতৰ বিভাজন বিচাৰিছে--যিটো গান্ধীজী তথা কংগ্ৰেছে মানি নলয়। চিয়াং-কাই-শ্বেকে জিন্নাক স্পষ্টভাবে ক'লে যে চীনত থকা দহকোটি মুছলমানে যিহেতু কোনো সমস্যাৰ সৃষ্টি কৰা নাই, ভাৰতৰ ৮-কোটি মুছলমানক কিয় এখন বেলেগ দেশ লগা হ'ল? কিন্তু চীনৰ নিচিনা বিশাল দেশখনৰ ৰাষ্ট্ৰ-প্ৰধানৰ কথাত জিন্নাই কোনো গুৰুত্ব নিদিলে। কিন্তু এই কথা আজি ৬৬-বছৰৰ পিছতো প্ৰণিধানযোগ্য যে চীন দেশ আজিও অ-খণ্ডিত হৈয়ে আছে।

**ভাৰত-ত্যাগ আন্দোলন ঃ** ব্ৰিটিছ চৰকাৰৰ হোঁহোকা-পিচলা নীতিত ক্ষুব্ধ হৈ গান্ধীজীয়ে চৰকাৰক ভাৰত ত্যাগ কৰিবৰ কাৰণে কংগ্ৰেছৰ জৰিয়তে প্ৰস্তাৱ যোগে চৰম-পত্ৰ দিয়াৰ সিদ্ধান্ত ললে। সেই মৰ্মে গান্ধীজীয়ে প্ৰস্তাৱটোৰ খচৰা তৈয়াৰ কৰি কংগ্ৰেছৰ সভাপতিলৈ পঠালে। কংগ্ৰেছৰ ওৱাৰ্কিং কমিটি ৱাৰ্দ্ধাত ১৯৪২ চনৰ ৭ তাৰিখৰ পৰা ১৪ তাৰিখলৈ বহি প্ৰস্তাৱটো সপক্ষে-বিপক্ষে সূক্ষ্মভাবে আলোচনা কৰিলে। নেহৰু, আজাদ, গোবিন্দবল্লভ পন্ত, চৈয়দ মহম্মদে প্ৰস্তাৱৰ বিপক্ষে থিয় দিলে—এই যুক্তিত যে জাপানৰ আগ্ৰাসনৰ মুহূৰ্ত্তত ভাৰতত ব্ৰিটিছৰ বিৰুদ্ধে গণ আন্দোলনে ব্ৰিটিছ তথা Allied forceক চক্ৰশক্তিৰ (Axis force) বিৰুদ্ধে দুৰ্বল কৰা হ'ব আৰু ই পৃথিৱীব্যাপী

প্ৰতিক্ৰিয়া প্ৰকাশ কৰিব। কিন্তু ৰাজেন্দ্ৰ প্ৰসাদ, চৰ্দ্দাৰ পেটেল, আচাৰ্য্য নৰেন্দ্ৰ দেৱ, কৃপালনী আদি সৰহ সংখ্যক সদস্যই গান্ধীজীৰ পক্ষ সমৰ্থন কৰাত আৰু গান্ধীজীয়ে সকলো দিশ সামৰি ব্যাখ্যা আগবঢ়োৱাৰ পিছত উক্ত প্ৰস্তাৱ কমিটিয়ে গ্ৰহণ কৰি নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এখন বিশেষ সভাত প্ৰস্তাৱটো দাঙি ধৰিবলৈ ঠিক কৰিলে। সেইমতে ৭ আৰু ৮ আগষ্টত বোম্বাইৰ গোৱালিয়ৰ টেঙ্ক ময়দানত এই সভা অনুষ্ঠিত হ'ল।

ইয়াৰ আগতে ১৪ জুলাইৰ ওৱৰ্কিং কমিটিৰ সিদ্ধান্তত ব্ৰিটিছ চৰকাৰেও গান্ধীজীৰ প্ৰত্যাহবানৰ জবাব দিবলৈ সাজু হ'ল। প্ৰদেশবিলাকৰ গবৰ্ণৰ সকলৈ, প্ৰতিখন জিলাৰ ডেপুটি কমিছনাৰ, পুলিচ চুপাৰ সকলৈ গোপনে নিৰ্দেশ গল আন্দোলন আৰম্ভ হলেও কলিতে নিৰ্মম অত্যাচাৰ কৰি হ'লেও মষিমূৰ কৰি পেলাবলৈ। আনকি আৱশ্যকযেন দেখিলে গান্ধীক কেনিয়ালৈ নিৰ্বাসিত কৰিবলৈও নিৰ্দেশ দিলে; আনকি গান্ধীয়ে আমৰণ অনশনত বহি লেও সেই খবৰ যাতে কতো প্ৰকাশ নহয় তাৰো চিন্তা কৰিলে।

৮ আগষ্টৰ নিশা জৱহৰলাল নেহৰুৰ প্ৰস্তাৱ আৰু চৰ্দ্দাৰ পেটেলৰ সমৰ্থনত ভাৰত-ত্যাগ প্ৰস্তাৱ গৃহীত হ'ল। গান্ধীজীয়ে প্ৰস্তাৱৰ মোখনি মাৰি ঘোষণা কৰিলে যে তেওঁ ব্ৰিটিছ চৰকাৰক ভাৰত ত্যাগ কৰিবলৈ ১৫-দিনৰ সময় দিব; সেয়েহে গণ আন্দোলন ১৫ দিনৰ পিছতহে আৰম্ভ কৰা হ'ব। গান্ধীজীয়ে আৰু ক'লে—'কালিলৈ টেঙ্ক ময়দানত জাতীয় পতাকা উত্তোলনৰ পিছত ভাৰত ত্যাগ প্ৰস্তাৱৰ সবিশেষ ৰাইজৰ আগত দাঙি ধৰিব'।

সাম্ৰাজ্যবাদী ব্ৰিটিছ চৰকাৰে গান্ধীজীক চাৰিঘন্টাও সময় নিদিলে। আগতে ঠিক কৰি ৰখা কৌশল মতেই শেষ নিশা গান্ধীজী, কস্তুৰবা, সৰোজনী নাইডু, সুশীলা নায়াৰ, মীৰা বেনক পুনাৰ আগা খাঁ পেলেচত, বাকী সকল কংগ্ৰেছ নেতাক আহমদ নগৰ দুৰ্গত বন্দী কৰি ৰাখিলে। নেতাসকলক গ্ৰেপ্তাৰৰ খবৰ নজনাকৈয়ে পুৱা হাজাৰ হাজাৰ পুৰুষ-মহিলা টেঙ্ক ময়দানত গোট খালেহি।

ইতিমধ্যে নেতাসকলৰ গ্ৰেপ্তাৰৰ খবৰ জনাজাত হ'ল। উপস্থিত ৰাইজৰ মাজত ক্ষোভ আৰু উত্তেজনাৰ সৃষ্টি হ'ল। এনেসময়তে সাহসী মহিলা অৰুণা আচফ আলি হঠাতে পতাকাৰ বেদীত আবিৰ্ভাৱ হৈ ত্ৰিৰঙ্গা পতাকা উত্তোলন কৰি ঘোষণা কৰিলে যে ব্ৰিটিছৰ বিৰুদ্ধে ভাৰতবাসীৰ ৰণ এই মুহূৰ্ত্তৰ পৰা আৰম্ভ হ'ল। লগে লগে অৰুণাজী ৰাইজৰ মাজত মিহলি হৈ অন্তৰ্ধান হ'ল। পুলিচে তলকিবই নোৱাৰিলে।

চৰকাৰৰ চক্ৰান্তমতেই ৯-আগষ্টৰ দিনাই পুলিচে ধৰ-পাকৰ আৰম্ভ কৰি প্ৰাদেশিক নেতাসকলক দলে বলে গ্ৰেপ্তাৰ কৰি জেল বিলাকত নিক্ষেপ কৰিলে। কংগ্ৰেছক বে-আইনী ঘোষণা কৰিলে; কংগ্ৰেছ অফিচবিলাক চীল কৰিলে; বেঙ্ক একাউন্টবিলাক জব্দ কৰিলে।

কিন্তু ৰাইজো বহি নাথাকিল। কৰিম কিম্বা মৰিম মন্ত্ৰৰে উদ্দীপিত হৈ হাজাৰ হাজাৰ লোক ৰাজপথলৈ ওলাই আহিল। নৰমপন্থী কংগ্ৰেছীসকল জেলত আবদ্ধ হোৱাৰ পিছত আন্দোলনৰ নেতৃত্ব কংগ্ৰেছ-ছচিয়েলিষ্টসকলৰ হাতলৈ গ'ল। তেওঁলোকক সহযোগ কৰিলে ফৰৱাৰ্ড ব্লক, আৰ-চি-পি-আই, আৰু চৰমপন্থী কংগ্ৰেছীসকলে। কিন্তু মুছলিম লীগ, হিন্দু মহাসভা আৰু কমিউনিষ্টসকলে এই ভাৰত-ত্যাগ আন্দোলনৰ ঘোৰ বিৰোধিতা কৰাই নহয়, ঠায়ে ঠায়ে বিদেশী চৰকাৰক সহায়হে কৰিলে। জয় প্ৰকাশ নাৰায়ণ ১৯৪০ চনৰ পৰা জেলত আবদ্ধ হৈ থকা স্বত্বেও তেওঁৰ সহযোগী ডঃ ৰাম মনোহৰ লোহিয়া, অচ্যুত পটবৰ্দ্ধন, অৰুণা আফচ আলি, অশোক মেহতা, কমলা দেবী চট্টোপাধ্যায়, পুৰুষোত্তম দাস ত্ৰিকমদাস, চাদিক আলি, এচ, এম, যোশী, নানা পাটিল, এন, জি, গোড়ে আদিয়ে গুপ্ত আন্দোলনৰ দ্বাৰা ব্ৰিটিছক ভালকৈ এসেকা দিবৰ কাৰণে গোটেই ভাৰততে এটা বৃহৎ নেটৱৰ্ক গঢ়ি তুলিলে। পিছত জয়প্ৰকাশ নাৰায়নে হাজাৰিবাগ জেলৰ পৰা ৫-জন সতীৰ্থ লগত লৈ পলাই আহি আন্দোলন গাঢ়তৰ কৰি তুলিলে।

**বিয়াল্লিশত অসম :** ভাৰত-ত্যাগ আন্দোলনত অসমৰ ঘটনাৱলী লিখিবলৈ গলেই বহু ঘটনা, বহু কাহিনী লিখিব লাগিব। কিন্তু এই প্ৰবন্ধৰ আকাৰ বা পৃষ্ঠাৰ সীমাবদ্ধতাৰ কাৰণে কেৱল মূল-মূল ঘটনাখিনি চমুকৈ দাঙি ধৰাৰ প্ৰয়াস কৰিলো। ৭, ৮ আগষ্টৰ বোম্বে কংগ্ৰেছত অসমৰ প্ৰতিনিধি হিচাপে গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাই যোগদান কৰি ৰেলত ঘূৰি আহি অসম সোমোৱাৰ লগে লগে ১০ আগষ্টৰ পুৱা ৰেলত তেওঁলোকক গ্ৰেপ্তাৰ কৰিলে। তেওঁলোকৰ লগত যোৱা কামিনী শৰ্মাৰ হাতত আগতীয়াকৈ ভাৰত-ত্যাগ প্ৰস্তাৱৰ নকল আদি দি থৈছিল কাৰণে শৰ্মাই কাগজ-পত্ৰখিনি লুকুৱাই আনি প্ৰদেশ কংগ্ৰেছ কাৰ্য্যালয়ত হেম বৰুৱাৰ হাতত জমা দিলেহি।

'বিয়াল্লিশত অসম' বুলি কবলৈ গলেই ত্যাগবীৰ হেম বৰুৱাৰ নাম প্ৰথমতেই লব লাগিব। আত্ম-গোপনকাৰীসকলৰ বাহিৰে নেতা-কৰ্মী সকলো গ্ৰেপ্তাৰ হোৱাৰ পিছতো ৰোগ-শয্যাত পৰি থকাৰ কাৰণে বৰুৱাক পুলিচে গ্ৰেপ্তাৰ কৰা

নাছিল। নৱীয়া গাৰেই তেওঁ যি চমকপ্ৰদ কৌশলেৰে বিয়াল্লিশৰ গণ আন্দোলন তথা গুপ্ত আন্দোলন পৰিচালনা কৰিলে, সি এক ডাঙৰ ইতিহাস। আগতে কৈ অহা মতে ভাৰত-ত্যাগ আন্দোলনৰ মূল ঘটনাসমূহ চমুকৈ বেকত কৰিছো।

**(১) পুলিচৰ গুলি চালনা ঃ**

**(ক) জোঙাল-বলহু গড়**– ২৫ আগষ্ট তাৰিখে ৰাতি বাৰপুজীয়া অঞ্চলৰ এদল স্বাধীনতা সংগ্ৰামীয়ে জোঙাল-বলহু গড়ৰ ওচৰৰ ট্ৰাংক ৰোডৰ ওপৰৰ এখন দলং ধ্বংস কৰিবলৈ চেষ্টা কৰোতে সেনা বাহিনীৰ গুলিত হেমৰাম বৰদলৈ আৰু গুণাভি পাটৰ নিহত হ'ল আৰু মোহন চন্দ্ৰ ডেকা আৰু হলিৰাম হাজৰিকা বেছি ধৰণে আহত হৈছিল।

**(খ) বেবেজিয়া**– নগাঁও জিলাৰে বেবেজিয়াত পুলিচ আৰু সেনাৰ গুলি চালনাত কলাই কোছ আৰু হেমৰাম বৰা নিহত হ'ল, লগতে প্ৰদীপ শইকীয়া, ৰাজেন্দ্ৰ কলিতা, মোহন নাথ, নাহৰ নাথ, বগাই ডেকা, কালিসিং ৰাজবংশী, গোলক ভুঞা, বলাই লালুং পুলিচৰ গুলিত আঘাটপ্ৰাপ্ত হৈছিল। এই ঘটনা ২৬ আগষ্টৰ।

**(গ) বাৰপুজীয়া**– তেতিয়াৰ নগাওঁ জিলাৰে বাৰপুজীয়াত ২৮ আগষ্টত হাতত ম'হঁৰ শিঙা লৈ সাহসী যুৱক তিলক ডেকাই পহৰা দি থাকোঁতে, বীৰত্ব-পূৰ্ণভাৱে পুলিচৰ হুকুম অমান্য কৰি পুলিচৰ গুলি বুকু পাতি লৈ শ্বহীদ হ'ল।

**(ঘ) বৰহমপুৰৰ বৰভোজত**— নগাওঁ জিলাৰ বৰহমপুৰৰ শান্তি-সেনাৰ শিবিৰ সংগ্ৰামী ৰাইজে ১৮ ছেপ্টেম্বৰত দখল কৰি এটা বৰভোজ পাতিলে আৰু প্ৰথম দলটোৱে শিবিৰ প্ৰাংগনত ভোজ খাবলৈ বহোতেই নগাৱঁৰ পৰা পুলিচ আৰু সেনাৰ দল গৈ নৃশংসভাৱে কৰা গুলীচালনাত ভোগেশ্বৰী ফুকননী, লক্ষ্মী হাজৰিকা, বলো সূত আৰু ঠগী সূত নিহত হ'ল আৰু চাকিৰাম বৰা, ডম্বৰুধৰ বৰুৱা, ভেলুৰাম নাথ, হেমকান্ত বৰুৱা গুলীত আঘাতপ্ৰাপ্ত হ'ল।

**(ঙ) নগাওঁ দিৱস পালনত**— ২৫ ছেপ্টেম্বৰৰ দিনা পাঠশালা, জালাহ, পাটাছাৰকুছি আদি ঠাইত নগাওঁ জিলাৰ ৯-জন শ্বহীদৰ স্মৃতিত 'নগাওঁ দিৱস' পালন কৰা অৱস্থাত ৰাউতাৰাম কছাৰী আৰু স্কুলীয়া ছাত্ৰ মদন বৰ্মণ পুলিচৰ গুলীত নিহত হ'ল আৰু ভালেকেইজন মানুহ আহত হ'ল। তাৰ ভিতৰত গুণেশ্বৰ শৰ্মা, ৰজনী শৰ্মা আৰু অভয় শাস্ত্ৰীৰ জখম গুৰুতৰ আছিল।

**(চ) গহপুৰ থানা দখলত**— শোণিতপুৰ জিলা কংগ্ৰেছৰ নিৰ্দেশত আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ দ্বাৰা প্ৰশিক্ষিত মৃত্যু বাহিনীৰ নেতৃত্বত ২০-

ছেপ্টেম্বৰৰ দিনা প্ৰায় দহহাজাৰ স্বাধীনতাকামী জনতাই গহপুৰ থানাত স্বৰাজৰ পতাকা উত্তোলন কৰি থানা দখল কৰিবলৈ আগবাঢ়ি যোৱাত পুলিচৰ গুলীত কনকলতা বৰুৱা আৰু মুকুন্দ কাকতি নিহত হ'ল আৰু গুলী লাগি থুলেশ্বৰ ৰাজখোৱা, ভোলানাথ বৰদলৈ, মণি কছাৰী, কুন্দা কছাৰী, চন্দ্ৰকান্ত নাথ, কলিদৈ নাথ, গোলাপী নাথ, তুলসী নাথ, দাৰিকা নাথ আদি আহত হৈছিল।

**(ছ) ঢেকীয়াজুলি থানা দখলত—** গহপুৰৰ লগত একেদিনাই, একে উদ্দেশ্যেৰে ঢেকীয়াজুলি থানাত ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ আগবঢ়াত মনবৰ নাথ, তিলেশ্বৰী বৰুৱা, কুমলী নাথ, খহুলী নাথ, মণিৰাম কছাৰী, ৰতন কছাৰী, মহীৰাম কোঁচ, সৰুৰাম চুতীয়া, দয়াল দাস পানিকা, মঙ্গল কুৰ্কু, লেৰেলা বড়ো পুলিচৰ গুলীত নিহত হ'ল। ইয়াৰ বাদেও দুজন নিহত ব্যক্তি অচিনাক্ত হৈয়ে থাকিল। গুলী আৰু লাঠীচালনাত আহত হৈছিল ২২-জন সেনানি।

**(জ) পাইকাৰী জৰিমনা নিদিয়াত—** গোৱালপাৰা জিলাৰ ধূপধৰা গাৱঁত ২৮ ছেপ্টেম্বৰ তাৰিখে নিধানু ৰাজবংশীয়ে পাইকাৰী জৰিমনা নিদিয়াৰ বাবে পুলিচে ঘৰতে গুলীয়াই নিহত কৰিলে।

**(২) ৰে'ল বাগৰোৱা ঘটনা ঃ** ১১/১২ আগষ্টৰ পৰা চলা অহিংস আন্দোলনকাৰীৰ ওপৰত চলোৱা নিষ্পেষণে সংগ্ৰামী সকলক বিক্ষুব্ধ কৰি তুলিলে আৰু তেওঁলোকৰ মাজৰ পৰা এদল শান্তি সেনাক লৈ মৃত্যু বাহিনী গঠন হ'ল আৰু কূটাঘাতমূলক কামৰ আশ্ৰয় ল'লে। অৱশ্যে প্ৰথম ছোৱাত ৰাইজে দলে-বলে দিন-দুপৰতে ৰে'ল লাইনৰ ফিচপ্লেট খুলিলে; মফছল অঞ্চলৰ চৰকাৰী কাৰ্য্যালয়ত জুই দিলে, ৰাস্তাৰ দলং পুৰি গাৱঁত পুলিচ-মিলিটাৰী সোমোৱাত বাধা দিলে। পিছলৈ পুলিচ আৰু সেনাৰ অত্যাচাৰ বৃদ্ধি পোৱাত মৃত্যু-বাহিনীয়ে লুকাই-চুৰকৈ এনে কাম কৰিব লগাত পৰিল। অসম উপত্যকাত আঠটা ৰে'ল বগৰোৱা ঘটনা ঘটিল। তাৰে ভিতৰত তিনিটা ঘটনা চৰকাৰৰ বাবে অতিকৈ ক্ষতিকাৰক আছিল।

(ক) ১০-১০-৪২ তাৰিখে গোলাঘাটৰ মৃত্যু বাহিনীৰ নেতা বৈকুণ্ঠ সিং আৰু সুৰেন ফুকনে সৰুপথাৰৰ এদল স্বেচ্ছাসেৱকক লগত লৈ ৰাতি ফিচ-প্লেট খুলি যুদ্ধৰ কাৰণে মিলিটেৰী কঢ়িয়াই অনা ৰে'লগাড়ী এখন বগৰাই পেলালে। ফলত ভালেমান সেনা মৃত্যুমুখত পৰিল যদিও চৰকাৰে কথাটো লুকুৱাই ৰাখিলে। এই ঘটনাৰ লগত অকণো সম্পৰ্ক নথকা গান্ধীবাদী কংগ্ৰেছ কৰ্মী কুশল কোঁৱৰক বিচাৰৰ নামত প্ৰহসন পাতি ফাঁচী দিলে; কনকেশ্বৰ

কোঁৱৰ, ধৰ্মকান্ত ডেকা, ঘনশ্যাম শইকীয়াক যাৱজ্জীৱন কাৰাদণ্ড আৰু নগেন চুতীয়া, ইন্দ্ৰেশ্বৰ কোঁৱৰক ১০-বছৰৰ কাৰাদণ্ড বিহিলে।

(খ) আন এটা বিধ্বংসী আৰু চৰকাৰ তথা দ্বিতীয় মহাসমৰৰ কাৰণে যথেষ্ট ক্ষতিকাৰক ৰে'ল বগৰোৱা ঘটনা ঘটিল ২৪-১১-৪২ তাৰিখে পানীখাইতী ৰে'ল ষ্টেচনৰ কাষৰ পাহাৰীয়া, এঢলীয়া কেঁকুৰি এটাত। সেইখন আছিল উজনিলৈ অহা সেনা-ভৰ্তি ৰে'ল। গুৱাহাটী ষ্টেচনলৈ গোপনভাৱে ৰে'লখন অহাৰ সময় জানি লৈ ফিচপ্লেট খুলি ৰে'লখন বগৰালে। এই ঘটনাটো যদিও পূৱ কামৰূপত হৈছিল ইয়াৰ নেতৃত্ব দিছিল বৰ্তমানৰ মৰিগাওঁ জিলাৰ মায়ং অঞ্চলৰ মহদানন্দ গোস্বামীয়ে আৰু কৰ্মীসকলো আছিল নগাওঁ জিলাৰে। এই ঘটনাত বহুজন সেনা-জোৱানৰ মৃত্যু হ'ল যদিও চৰকাৰে কাকো দোষী সাব্যস্ত কৰিব নোৱাৰিলে।

(গ) আন এটা এনে ঘটনা সংগঠিত কৰিছিল ৰঙিয়াৰ ওচৰৰ কেন্দুকনা ষ্টেচনত। এইখন অৱশ্যে সেনা কঢ়িওৱা ৰে'লগাড়ী নাছিল, আছিল সেনাৰ ৰচদ কঢ়িওৱা মালগাড়ীহে। এইটো ঘটনাতো অত্যাৱশ্যকীয় বহু সামগ্ৰী নষ্ট হ'ল।

**(ঘ) সৰভোগৰ ঘটনা ঃ** ৩১-আগষ্টৰ নিশা বিপ্লৱী ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত প্ৰায় তিনি হাজাৰ স্বাধীনতা সেনানীয়ে হাতত জোৰ লৈ সৰভোগৰ ওচৰত বেকী নদীৰ পাৰত সাজি থকা আৰ্মী এৰোড্ৰমটো, আৰু লগতে তৈয়াৰ কৰি থকা সেনা শিবিৰবোৰ জুই লগাই ছাৰখাৰ কৰি পেলালে। তাৰে আন এটা দলে সৰভোগৰ ডাকঘৰ আৰু অন্যান্য চৰকাৰী কাৰ্য্যালয়ত অগ্নি সংযোগ কৰি ধ্বংস কৰিলে।

**(৪) সশস্ত্ৰ বিপ্লৱৰ প্ৰস্তুতি ঃ** বংগদেশৰ বিপ্লৱী দলৰ দৰে অসমত যদিও তেনে বিপ্লৱী দলৰ জন্ম হোৱা নাছিল, আন্দোলনৰ আৰম্ভণিতে পুলিচ আৰু সেনাৰ অত্যাচাৰত বিক্ষুব্ধ হৈ প্ৰথমে নগাৱঁত গান্ধীবাদী কংগ্ৰেছ কৰ্মী মহেন্দ্ৰ হাজৰিকাই এটা সংগ্ৰামী যুৱকৰ দল— ভদ্ৰ হাজৰিকা, মংগলেশ্বৰ গঁগৈ, বেণুধৰ ডেকা, ভাবিৰাম বৰা, আনন্দ ভূঞা, উমা ফুকন আদিৰে গঠন কৰি নগাওঁ জিলাৰ বিভিন্ন ঠাইৰ পৰা আৰু মিকিৰপাহাৰ জিলাৰ পৰাও ১৫-১৬ টা বন্দুক চুৰি কৰি অত্যাচাৰী পুলিচ বিষয়া আৰু চোৰাংচোৱাক নিপাত কৰাৰ কৌশল ৰচনা কৰিলে। এই কামত নগাৱঁৰ আনজন আত্ম-গোপনকাৰী বিপ্লৱী লক্ষ্মীপ্ৰসাদ গোস্বামীৰো সহযোগ আছিল যদিও হাজৰিকাৰ কৌশল সম্পৰ্কে

তেওঁৰ মত-পাৰ্থক্য হ'ল আৰু সেইটো দলৰ পৰা গোস্বামী আঁতৰি আহিল। হাজৰিকাক চৰকাৰে Enemy No.I বুলি ঘোষণা কৰি তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ চাৰিওফালে জাল পেলালে। তথাপি হাজৰিকাৰ দলে ৩/৪ টা হিংসাত্মক কাৰ্য্য ঘটোৱাৰ পিছতে ১৯৪৩ চনৰ ১৫ ফেব্ৰুৱাৰীত পুলিচৰ হাতত ধৰা পৰিল আৰু লগে লগে সেই অপাৰেশ্যনটো বন্ধ হ'ল।

এনেকুৱা কাৰ্য্য আন আন জিলাতো ঠায়ে ঠায়ে ঘটিছিল যদিও প্ৰশিক্ষণৰ অভাৱত কতো কৃতকাৰ্য্য নহ'ল।

**(৫) স্বাধীন ৰাষ্ট্ৰ ঃ** ভাৰত ত্যাগ আন্দোলনত ভাৰতৰ কেইবাখনো ঠাইত স্বাধীনতা সংগ্ৰামীসকলে কিছুদিনৰ কাৰণে হ'লেও একোখন স্বাধীনতা ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰিছিল। তাৰ ভিতৰত মহাৰাষ্ট্ৰৰ চাতাৰা জিলাত নানা পাটিলৰ নেতৃত্বত স্বাধীন চৰকাৰ প্ৰায় দুবছৰ; উত্তৰ প্ৰদেশৰ বালিয়া জিলাৰ চিটু পাণ্ডেৰ নেতৃত্বত তেৰ দিন; মেদিনীপুৰ (বঙ্গদেশৰ) জিলা সতীশ চন্দ্ৰ সামন্তৰ নেতৃত্বত প্ৰায় দুবছৰ স্বাধীন ৰাষ্ট্ৰ হিচাপে শাসন কাৰ্য্য চলাইছিল। আমাৰ অসমতো যোৰহাটৰ চাৰি গাওঁ মৌজাই লক্ষেশ্বৰ বৰুৱাক ৰাষ্ট্ৰপতি হিচাপে লৈ দহদিন শাসন কাৰ্য্য চলাইছিল।

**(৬) জে'লৰ ভিতৰত লাঠীচালনা ঃ** আন্দোলনৰ সময়ছোৱাত শোভাযাত্ৰাকাৰীৰ ওপৰত পুলিচে লাঠীচালনা কৰা, সভা ভংগ কৰিবলৈ লাঠীচালনা কৰা, পিকেটিংকাৰী, হৰতালকাৰীৰ ওপৰত লাঠীচালনা কৰা স্বাভাৱিক কথা; কিন্তু জেলৰ ভিতৰত ৰাজনৈতিক বন্দীৰ ওপৰত লাঠীচালনা কৰাটোহে অস্বাভাৱিক কথা। কিন্তু তেনে অমানৱীয় ঘটনাই ব্ৰিটিছ চৰকাৰে ১৯৪৩ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে যোৰহাট জেলৰ ভিতৰত ঘটালে। এই ঘটনাত ১৪-জনৰ মূৰ ফাটিল, ২৮-২৯ জনৰ হাত-ভৰি ভাগিল, ৫০-৫৫ জনৰ আন আন জখম হ'ল।

আশ্চৰ্য্যৰ কথা যে এইখন জেলৰ ভিতৰতে সেই সময়ত গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলী আহমেদ প্ৰথম শ্ৰেণীত; বিষ্ণুৰাম মেধি, তৈয়বুল্লা চাহাব, সিদ্ধিনাথ শৰ্মা, দেবেশ্বৰ শৰ্মা, ডাঃ হৰিকৃষ্ণ দাস, অমিয় কুমাৰ দাস, বিমলা প্ৰসাদ চলিহা প্ৰমুখ্যে নেতাসকল দ্বিতীয় শ্ৰেণীত আছিল।

**মোখনি ঃ** স্বাধীনতা আন্দোলনৰ বিষয়ে এটা প্ৰবন্ধত লিখিবলৈ চেষ্টা কৰা ভুৰুকাত হাতী ভৰোৱাৰ লেখীয়া কাম। অন্ততঃ বিয়াল্লিশৰ আন্দোলনটোৱেই ইমান ঘটনাবহুল যে লিখি থাকিলে ইটোৰ পিছত সিটো ঘটনা কলমৰ আগেদি ওলাই আহিব বিচাৰে। তথাপিও আন বহু ঘটনা বাদ দি যিকেইজন সাহসী,

কষ্ট সহিষ্ণু, নমস্য সংগ্ৰামীয়ে আত্ম-গোপন কৰি, বহু ধৰণৰ বিপদ মূৰ পাতি লৈ অসমত এই আন্দোলনতো দুবছৰৰ ওপৰ কাল চলাই লৈ গ'ল তেওঁলোকৰ বিষয়ে উল্লেখ নকৰিলে আমাক দোষে চুব। সেয়েহে চমুকৈ দুৱাষাৰ—

(ক) **শঙ্কৰ বৰুৱা** ঃ এইজন কংগ্ৰেছ নেতাই আগষ্ট আন্দোলন আৰম্ভৰ লগে লগে পুলিচৰ হাতত ধৰা নিদি আন্দোলনৰ স্বাৰ্থতে গোটেই উজনি অসমত যিটো নেটৱৰ্ক গঢ়ি তুলি, যিমান বীৰত্বপূৰ্ণ কাম সমাধা কৰিলে, সি তুলনাবিহীন। তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰি তেওঁৰ গোলাঘাটৰ ঘৰখনত যি নিষ্ঠুৰতা প্ৰদৰ্শন কৰিলে, সি আজি কৰুণ ইতিহাস।

(খ) **জ্যোতিপ্ৰসাদ আগৰৱালা** ঃ এইজন শিল্পী-সাহিত্যিকে অসুখীয়া শৰীৰেৰে হাৱাজানৰ পৰা ওৰাং পৰ্য্যন্ত— এই বিৰাট অঞ্চলটোৰ বিভিন্ন ঠাইত ইমান সুন্দৰভাৱে প্ৰশিক্ষণ দি যি সংগঠন গঢ়ি তুলিলে তাৰে ফচল ২০-ছেপ্টেম্বৰৰ একেটা দিনতে গহপুৰ থানা, বিহালী থানা, চতিয়া থানা, ঢেকীয়াজুলি থানা হাজাৰ হাজাৰ জনতাই দখল কৰিবলৈ গৈ ইতিহাস ৰচিলে। ভগ্ন-স্বাস্থ্যৰ পলাতক জীৱনে আগৰৱালাক বেছিকৈ কাবু কৰাত ত্যাগবীৰ হেম বৰুৱাই পৰিয়ালৰ সহযোগত শেষৰ ফালে তেওঁক কলিকতালৈ পলুৱাই পঠালে।

(গ) **লক্ষ্মীপ্ৰসাদ গোস্বামী** ঃ এলাহাবাদ বিশ্ববিদ্যালয়ত পঢ়ি থকা এইজন ছাত্ৰই আন্দোলনৰ লগে লগে নগাৱঁলৈ আহি মহেন্দ্ৰ হাজৰিকাৰ লগত আত্ম-গোপন কৰি গুপ্ত আন্দোলনৰ পৰিচালনা কৰিছিল। মহেন্দ্ৰ হাজৰিকা ১৯৪৩ চনৰ ফেব্ৰুৱাৰীত গ্ৰেপ্তাৰ হোৱাৰ পিছত গোস্বামীয়ে আৰু এটা বছৰ কাম কৰি থকাৰ পিছত এইজন বিপ্লৱীও ৰোগ-শয্যাত পৰিল আৰু শুশ্ৰূষাৰ কাৰণে ত্যাগবীৰেই দিহা-পৰামৰ্শ দি কলিকতালৈ পঠাই দিলে।

(ঘ) **লক্ষ্যধৰ চৌধুৰী** ঃ হাইস্কুলৰ শিক্ষকতা বাদ দি ভাৰত-ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি তেওঁ ত্যাগবীৰ হেম বৰুৱাৰ সান্নিধ্যলৈ আহিল। চৌধুৰীৰ বুদ্ধি-বৃত্তিত সন্তুষ্ট হৈ হেম বৰুৱাই পাণবজাৰৰ দোকান এখনত বহুৱাই গোপন চিঠি-পত্ৰ লিখা, বিলোৱা, আত্ম-গোপনকাৰীসকলক লগ ধৰি বা-বাতৰি অনা-নিয়া কৰা আদি কামৰ দায়িত্ব দিলে। চৌধুৰীয়ে সকলো কাম নিয়াৰিকৈ কৰাৰ লগতে তেতিয়াৰ দিনত টেলিফোন, বেতাৰৰ ব্যৱস্থা নথকাকৈয়ে শঙ্কৰ বৰুৱা কোনদিনা কোন গাৱঁত আছে, গহন গোস্বামী, জ্যোতিপ্ৰসাদে কি কি কথাৰ আঁচনি লৈছে, ব্ৰজ শৰ্মা ক'ত ক'ত ঘূৰি ফুৰিছে

সকলো খবৰ সংগ্ৰহ কৰি নৰীয়া পাটিত পৰি থকা হেম বৰুৱাক জনাই আছিল।

**(৪) সুবোধ হাজৰিকা ঃ** কলিকতাত পঢ়ি থকা এইজন ডেকাৰ কামৰ পৰিসৰ সৰ্বভাৰতীয় পৰ্য্যায়ৰ আছিল। অৰুণা আচক আলীৰ বিশ্বস্ত সহযোগী সুবোধ হাজৰিকাই লক্ষ্যধৰ চৌধুৰীৰ জৰিয়তে অসমৰ বিপ্লৱীসকলৰ লগত যোগসূত্ৰ ৰক্ষা কৰিছিল। অসমৰ পৰা পঠোৱা জ্যোতিপ্ৰসাদহঁতক কলিকতাত নিৰাপদ স্থানত আশ্ৰয় দিছিল; তেওঁলোকৰ চিকিৎসাৰ ব্যৱস্থাও কৰিছিল। জয়প্ৰকাশ, লোহিয়াহঁতৰ লগত দেখা-সাক্ষাতো কৰাই দিছিল। শঙ্কৰ বৰুৱাকো গোপনে কলিকতালৈ নি জয়প্ৰকাশৰ লগত লগ লগাইও দিছিল। এই কাৰণে ভাৰত-ত্যাগ আন্দোলনত লক্ষ্যধৰ চৌধুৰী, সুবোধ হাজৰিকাহঁতৰ অৱদান অনবদ্য বুলি সকলোৱে স্বীকাৰ কৰিছিল।

স্বাধীনতা আন্দোলনত অসমৰ বহুত কথাই বাদ দি, বিয়াল্লিশৰ শ্বহীদসকললৈ, স্বাধীনতা সংগ্ৰামীসকললৈ প্ৰণিপাত জনাই আজিলৈ ইমানতে সামৰিলো। ■

।। বন্দে মাতৰম।।

।। জয় হিন্দ।।

** ২০০৪ চনৰ Assam Information Directory-ত প্ৰকাশিত এই লিখকৰে ইংৰাজী প্ৰবন্ধ Freedom Movement in Assam-ৰ আলমলৈ কিছু বহলভাৱে প্ৰবন্ধটো যুগুত কৰা হৈছে।*

# স্বাধীনতা আন্দোলনত উত্তৰ কামৰূপ

—কৃষ্ণনাথ শৰ্মা

ইতিহাসে ঢুকি নোপোৱা কালৰে পৰা প্ৰাচীন কামৰূপৰ (পৰৱৰ্তী কালৰ অসমৰ) ৰজা-প্ৰজাৰ শৌৰ্য্য-বীৰ্য্য, বল-বিক্ৰমৰ কাহিনী সৰ্বজন বিদিত। মহা প্ৰতাপী, কামান্দ, ৰক্তপিপাসু নৰকাসুৰৰ পতন ইয়াতেই হৈছিল। বীৰ ভগদত্তই কুৰুক্ষেত্ৰৰ যুদ্ধত অসংখ্য হাতী, অজস্ৰ সৈন্য-সামন্তলৈ গৈ কৌৰৱৰ পক্ষে যুদ্ধ কৰি বীৰত্ব প্ৰদৰ্শন কৰিছিল। শোণিতপুৰৰ মহা পৰাক্ৰমী বাণৰজাৰ বীৰত্বৰ কাহিনীকে ধৰি নানান পুৰাণ-প্ৰসিদ্ধ কাহিনী ৰৈ বৈ আছে। তাহানিৰ ক্ষুদ্ৰ ৰজা আৰিমত্ত-মায়ামত্তৰ প্ৰতাপৰ কথা ইতিহাসে ৰিঙিয়াই কৈ আছে। তেওঁলোকৰ ৰাজ্যৰ কেন্দ্ৰস্থল ৰঙিয়াৰ ওচৰৰ 'বৈদ্য-গড়' আজিও সাক্ষীৰূপে ৰৈ আছে।

স্বাধীনচিতীয়া কামৰূপীয়া বীৰ সেনানীৰ হাতত মোগল আক্ৰমণকাৰী সকল বহুবাৰ পৰাজিত হৈছিল। মঠ-মন্দিৰ ধ্বংসকাৰী, ধৰ্ম-বিৰোধী কালাপাহাৰৰ কামৰূপৰ হাজোত নিধন হৈছিল। বিশ্ববীৰ লাচিতৰ নেতৃত্বত সেনা বাহিনীৰ হাতত শক্তিশালী মোগল সৈন্য পৰাহত হৈছিল। তদানিন্তন মোগল সম্ৰাটে লাচিত বৰফুকন তথা সৈন্য বাহিনীৰ বল-বিক্ৰম সাহসৰ প্ৰশংসা কৰিছিল। সেইদৰে পৰাক্ৰম প্ৰদৰ্শন কৰিছিল চিলাৰায়ে। ইতিহাসে কয়, প্ৰৱল প্ৰতাপী আহোম ৰজাসকলে উজনি অসমত প্ৰভুত্ব বিস্তাৰ কৰাৰ দৰে নামনি অসমত বিশেষকৈ কামৰূপত সহজেই কৰিব পৰা নাছিল। আহোম ৰজাৰ বিৰুদ্ধে হৰদত্ত আৰু বীৰদত্তই থিয় হৈ স্বধীনতা ঘোষণা কৰিছিল। আহোম সৈন্যৰ হাতত বীৰদত্তৰ মৃত্যু হোৱাত হৰদত্তই পলাই গৈ পুনৰ যুদ্ধ দিবলৈ চেষ্টা কৰিছিল যদিও চক্ৰান্ত কৰি তেওঁক হত্যা কৰিছিল। উত্তৰ-পূৰ্বাঞ্চলৰ এই ভূ-খণ্ডৰ লোকৰ নিজস্ব, অস্তিত্ব, স্বাধীনতা ৰক্ষাৰ ক্ষেত্ৰত প্ৰাণত প্ৰৱাহিত সংগ্ৰামী চেতনাৰ পৰিচয় যুগে যুগে সমুজ্জ্বল হৈ আহিছে।

ঊনবিংশ শতিকাৰ আগভাগত দুৰ্বল আহোম ৰজাৰ শাসন, ৰজাঘৰীয়া ডাডাঙৰীয়াৰ আত্ম-কলহ প্ৰ ভৃতি কাৰণত মানে অসম আক্ৰমণ কৰি ১৮২৫ চনত আহোম ৰাজপাট দখল কৰিছিল। মান সেনাই নিৰীহ ৰাইজৰ ওপৰত চলোৱা

অমানুষিক, লোমহৰ্ষক অত্যাচাৰৰ পৰা পৰিত্ৰাণ পাবলৈ এছাম বুদ্ধিজীৱী কলিকতালৈ (কোলকাতালৈ) গৈ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ (বৃটিছ চৰকাৰৰ অধীনৰ) শাসনকৰ্তাৰ শৰণাপন্ন হৈছিল। ফলত বৃটিছ সেনাই আহি মান সেনাক যুদ্ধত পৰাস্ত কৰি ব্ৰহ্মদেশলৈ খেদি পঠাইছিল। উপায়হীন ব্ৰহ্মদেশৰ ৰজাই বৃটিছৰ লগত ১৮২৬ চনত কৰা 'ইয়াণ্ডাবু' সন্ধিৰ চৰ্ত অনুসাৰে অসম বৃটিছৰ হাতলৈ গৈছিল। ইয়াৰ লগে লগে বৃটিছৰ বিৰুদ্ধে সংগ্ৰাম আৰু স্বাধীনতাৰ কাৰণে ১৮২৬ চনৰ পৰা ১৮৫৭ চনৰ কালছোৱাৰ ইতিহাসে ভাৰতত অসমৰ স্বাধীনতা সংগ্ৰামৰ পাতনি কেনেদৰে আৰম্ভ হৈছিল সেই কথা 'স্বধীনতা সংগ্ৰামত অসম' প্ৰবন্ধত সুন্দৰভাৱে প্ৰকাশ হৈছে। আমি সেইছোৱা কালৰ কথাৰ চৰ্বতোচৰ্বন নকৰিলো।

বৃটিছ চৰকাৰে শাসনভাৰ লৈ ঘৰমুৰি অসমীয়া ৰাইজৰ ওপৰত কৰ-কাটল লগাইছিল। আৰ্থিক দুৰৱস্থালৈ লক্ষ্য নকৰি খাজনা বৃদ্ধি কৰাত ৰায়ত-খেতিয়ক বিদ্ৰোহী হৈ উঠি ১৮৯৪ চনৰ ১০ জানুৱাৰীৰ দিনা উত্তৰ কামৰূপৰ ৰঙিয়াৰ উপপ্ৰতি সমাহৰ্তাৰ কাৰ্য্যালয় প্ৰাংগনত কণ গোস্বামীৰ নেতৃত্বত হাজাৰ-বিজাৰ লোক সমবেত হৈ 'ৰাইজ মেল' পাতি জিলাধিপতিৰ ওচৰত ওজৰ-আপত্তি জনাইছিল। জিলাধিপতি কোনোপধ্যে সন্মত নোহোৱাত উত্তেজিত জনতাৰ কোনো কোনোৱে শিলগুটি নিক্ষেপ কৰাৰ অজুহাতত ইতিমধ্যে সষ্টম হৈ থকা পুলিচে গুলি চালনা কৰিছিল। ফলত জননেতা কণ গোস্বামীকে ধৰি কেবাজনৰো থিতাতে মৃত্যু হৈছিল, বহুতো আঘাটপ্ৰাপ্ত হৈ ঘূৰ্ণীয়া হৈছিল আৰু গোস্বামীৰ ভাতৃ দ্বাৰিকা গোঁসাই প্ৰভৃতি ভালেমানক কাৰাগাৰলৈ প্ৰেৰণ কৰিছল। তেতিয়াৰ কামৰূপৰ বিহদিয়া, লাচিমা-ৰাইজ কদমতল, বজালী, দৰঙৰ 'পথৰুঘাট' নগাওঁৰ ফুলুগুৰি প্ৰভৃতি ঠাইত একেদৰে জাগি উঠা কৃষকৰ বিদ্ৰোহ বৃটিছ চৰকাৰে কঠোৰ হাতেৰে দমন কৰিছিল।

দক্ষিণ আফ্ৰিকাৰ প্ৰৱাসী নিষ্পেষিত ভাৰতীয়সকলৰ সন্মান, অস্তিত্ব ৰক্ষাৰ অৰ্থে বৃটিছৰ বিৰুদ্ধে আন্দোলন কৰি কৃতকাৰ্য্য হোৱা মহাত্মা গান্ধী ১৯১৫ চনত ভাৰতলৈ উভতি আহিছিল। গান্ধীজীৰ আগমনত উৎফুল্লিত ভাৰতবাসীয়ে স্বাধীনতা আন্দোলনৰ গুৰি ধৰিবলৈ তেওঁৰ হাতত দায়িত্ব অৰ্পণ কৰিছিল আৰু সেই ক্ষেত্ৰত বাল গংগাধৰ তিলক আৰু গোপালকৃষ্ণ গোখলেও উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। গান্ধীজীয়ে দেশৰ বুদ্ধিজীৱী, নেতৃস্থানীয় লোকক ধৰি সকলোকে একত্ৰিত কৰাৰ মানসেৰে প্ৰথমে গুজৰাটত 'সবৰমতী আশ্ৰম' (কাৰ্য্যালয়) স্থাপন কৰিছিল। তাত দেশপ্ৰেমী সকলো স্তৰৰ লোকে সহযোগিতা

কৰিছিল। অসমৰ নেতৃবৰ্গ বা সাধাৰণ ৰাইজ তেতিয়া গান্ধীজীৰ অনুগামী যিদৰে হৈছিল, সেইদৰে কংগ্ৰেছ মহাসভাৰ অনুগামী হলেও আনুষ্ঠানিকভাৱে তাত অন্তৰ্ভূক্ত হোৱা নাছিল। মন কৰিব লগীয়া কথা যে ১৯১৬ চনত লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, ৰঘুনাথ চৌধাৰী প্ৰভৃতিৰ নেতৃত্বত গঠিত 'অসম ছাত্ৰ সন্মিলনে' এই ক্ষেত্ৰত আগভাগ লৈ আনকি ভাৰতৰ স্বাধীনতাৰ বাবে প্ৰস্তাৱ গ্ৰহণ কৰিছিল। ১৯২২ চনত অসমক প্ৰতিনিধিত্ব কৰা 'অসম হিত-সাধিনী সভা'ই কংগ্ৰেছ মহাসভাত ৰীতিমতে চামিল হৈছিল।

১৯২০/২১ চনত গান্ধীজী মহম্মদ আলী, চৌকত আলীৰ সৈতে অসমলৈ আহি প্ৰথমে বিদেশী বস্ত্ৰ বৰ্জন, মাদক দ্ৰব্য নিবাৰণৰ উপদেশ দি বস্ত্ৰ তৈয়াৰ, হস্ত-শিল্প প্ৰভৃতি কৰ্মেৰে স্বাৱলম্বী হোৱাৰ আহ্বান জনাই বৃটিছ চৰকাৰৰ বিৰুদ্ধে অসহযোগ আন্দোলনৰ পাতনি মেলিছিল। তেখেতৰ উপস্থিতিত গুৱাহাটীত তৰুণ ৰাম ফুকনৰ ঘৰৰ সন্মুখত আয়োজিত বস্ত্ৰদাহ যজ্ঞই ৰাইজক বাৰুকৈয়ে আকৰ্ষিত কৰিছিল। লগে লগেই উত্তৰ কামৰূপৰো বিভিন্ন ঠাইত বিদেশী বস্ত্ৰ আদিৰ বিৰুদ্ধে জনগণ সংগঠিত হ'ল। তদুপৰি ১৯২৬ চনত অনুষ্ঠিত কংগ্ৰেছ মহাসভাই বৃটিছ বিৰোধী আন্দোলনৰ প্ৰতি অসমবাসীৰ লগতে বিশেষকৈ কামৰূপৰ ৰাইজক আকৃষ্ট কৰিছিল। আকৌ ১৯৩০/৩১ চনত অসমৰ ছাত্ৰসকলে গান্ধীজীৰ আইন অমান্য আন্দোলনত সহযোগ কৰিবলৈ ওলাই অহাত শিক্ষাধিকৰ্তা কানিংহাম চাহাবে জাননীযোগে যোগদান কৰিবলৈ বাৰণ কৰিছিল। তাৰ তীব্ৰ প্ৰতিবাদ কৰি ছাত্ৰসকলে স্কুল-কলেজৰ পৰা ওলাই অহাত বহুতো ছাত্ৰক বহিষ্কাৰ কৰিছিল আৰু ভালেমানক জেললৈ পঠাইছিল। স্বাধীনতা আন্দোলনৰ বাবে অসমৰ ছাত্ৰ-শক্তি জাগৰণৰ ইয়ে আছিল প্ৰথম পদক্ষেপ।

১৯৩০ চনত মহাত্মা গান্ধীয়ে সদলবলে (৭৮ জন সহকৰ্মীৰ সৈতে) দান্দিলৈ কৰা যাত্ৰাৰে সূচিত প্ৰথম শিলৰ খুটি স্বৰূপ আইন অমান্য আন্দোলনত পুলিচ-মিলিটাৰীৰ অমানুষিক অত্যাচাৰৰ বাতৰিয়ে উত্তৰ কামৰূপৰ দেশ-প্ৰেমিক ৰাইজক বিক্ষুব্ধ কৰি তুলিছিল। অসমৰ বিপ্লৱী স্বেচ্ছাসেৱকসকলে উক্ত আন্দোলনৰ কাৰ্য্যসূচীৰ মৰ্মে কানি, ভাং, মদৰ প্ৰচলনৰ বন্ধৰ আহ্বান দি পিকেটিং কৰিছিল। গাৱেঁ-ভূঞে সভা-সমিতি পাতি সংগঠন কৰি ফুৰিছিল। সূতা-কটা, কাপোৰ বোৱা, মৌ-পালন, বাঁহৰ কাম, ঘানীৰ তেল উৎপাদন প্ৰভৃতি কামত আত্ম-নিয়োগ কৰি স্বাৱলম্বী হ'বলৈ পৰামৰ্শ দিছিল।

উত্তৰ কামৰূপৰ স্বেচ্ছা-সেৱকসকলৰ এই ক্ষেত্ৰত ভূমিকা আছিল সৰ্বাত্মক।

এনেদৰেই আন্দোলন জনমুখী কৰি তোলা হৈছিল। চিপাহী বিদ্রোহৰ পৰা আৰম্ভ কৰি বেংগলত চিতাগং অস্ত্ৰ-ভাণ্ডাৰ লুণ্ঠন, খুদিৰাম আদি সন্ত্রাসবাদীৰ অভ্যুত্থান, পাঞ্জাবত বীৰ ভগতসিং, ৰাজগুৰু আৰু সুকদেৱৰ আত্ম-বলিদান, জালিয়ানালাবাগৰ নির্মম হত্যাকাণ্ড, বিহাৰৰ চৌৰিচোৰাত পুলিচ হত্যা আৰু থানা ভস্মীভূত, অসমৰ কৃষক বিদ্রোহ আৰু গান্ধীজীৰ আগমনৰ পিছত জন-জাগৰণ প্ৰভৃতি দেখি বৃটিছ চৰকাৰ চিন্তিত হৈ পৰিছিল। সেয়ে, ১৯৩৫ চনত আইন প্ৰণয়ন কৰি ৰাইজৰ নির্বাচিত প্রতিনিধিক দেশ শাসনত অংশ গ্রহণৰ আংশিক সুবিধা দিছিল। সেই মর্মে মুছলিম লীগৰ নেতা মহম্মদ ছাদুল্লাই সৰু সৰু দলৰ লগ হৈ মন্ত্রীসভা গঠন কৰিছিল যদিও ১৯৩৮ চনত অনাস্থা প্রস্তাৱৰ পৰিপ্রেক্ষিতত পদত্যাগ কৰাত অধিক সংখ্যক আসন দখল কৰা কংগ্ৰেছে লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ সংযুক্ত মন্ত্রীসভা গঠন কৰিছিল। সেয়াই ৰাইজৰ প্ৰথম জয় বুলি কব পাৰি। উত্তৰ কামৰূপৰ জনগণে এই জয়ক কিদৰে স্বাগত জনাইছিল সেই কথা ইতিহাসৰ বুকুত সোমাই আছে।

১৯৩৯ চনত দ্বিতীয় মহাসমৰৰ সময়ত বৃটিছে যুদ্ধৰ অন্তত ভাৰতৰ স্বাধীনতাৰ প্ৰতি সহানুভূতিশীল হব বুলি প্রতিশ্রুতি দিও যুদ্ধৰ অন্তত একোকে নকৰা কথা সোঁৱৰাই দি গান্ধীজীয়ে বৃটিছৰ প্রলোভনত ভোল নগৈ ব্যক্তিগতভাৱে সত্যাগ্ৰহ কৰিবলৈ আহ্বান জনাইছিল। দেশব্যাপী ব্যক্তিগত সত্যাগ্ৰহ বিয়পি পৰিছিল। কামৰূপত গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, হৰেশ্বৰ গোস্বামী, চৈয়দ তৈবুল্লা প্ৰভৃতি জ্যেষ্ঠ নেতাকে ধৰি উত্তৰ কামৰূপৰ সিদ্ধিনাথ শৰ্মা, সত্যনাথ ভট্টাচাৰ্য্য, ভৰত শৰ্মা, শান্তি ডেকা, কালি ৰাম ৰায়, যোগেন ভট্টাচাৰ্য্য, ৰাম নাৰায়ণ কোঁৱৰ প্ৰভৃতিয়ে বৃটিছ বিৰোধী ধ্বনিৰে সত্যাগ্ৰহ কৰিছিল।

১৯৪১ চনৰ ৬ ডিচেম্বৰৰ দিনা অসংখ্য ছাত্র-ছাত্রীয়ে কটন কলেজত সমবেত হৈ তাৰে পৰা যুদ্ধ বিৰোধী ধ্বনি দি শোভাযাত্রা কৰি গৈ কুলী ডিপোৰ ওচৰ (বর্তমানৰ নেহৰু ষ্টেডিয়াম) পাওঁতেই জিলাধিপতি হাম্‌ফ্রে চাহাবৰ নির্দেশত পুলিচ-মিলিটাৰী আক্ৰমণ কৰাত ভালেমান শোভাযাত্ৰাকাৰী আঘাটপ্রাপ্ত হৈ ঘূণীয়া হৈছিল। ফলত অসমৰ সদিয়াৰ পৰা ধুবুৰীলৈ ছাত্র আন্দোলনৰ যি জুই জ্বলি উঠিছিল, তাৰ পূর্ণ বিকাশ হৈছিল বিয়াল্লিশৰ গণ-বিপ্লৱত।

১৯৪২ চনৰ ৮ আগষ্টত মুম্বাইত অনুষ্ঠিত কংগ্ৰেছ মহাসভাত বৃটিছক 'ভাৰত ত্যাগ' (Quit India) কৰিবলৈ দাবী জনাই প্ৰস্তাৱ গৃহীত হৈছিল আৰু

সিদিনাই নিশা মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, আবুল কালাম আজাদ প্ৰভৃতি নেতাক আটক কৰি অজ্ঞাত জেললৈ প্ৰেৰণ কৰা সংবাদ বিয়পি পৰাৰ লগে লগে সমগ্ৰ দেশতে বিপ্লৱৰ অগ্নি শিখা জ্বলি উঠিছিল। অসমৰ বেলিকা, উত্তৰ কামৰূপৰ অঞ্চলতেই প্ৰথমে আন্দোলনৰ ঢৌ প্ৰৱাহিত হৈছিল। কিয়নো ৰঙিয়াৰ কামিনী মোহন শৰ্মাই মুম্বাই অধিবেশনৰ প্ৰস্তাৱ সহ যাবতীয় নথি-পত্ৰ লৈ গুৱাহাটী পাইছিল। কংগ্ৰেছ মহাসভাৰ ৮ আগষ্টৰ সিদ্ধান্ত, ৯ আগষ্টত মুম্বাইত পুলিচ-মিলিটাৰীৰ নিৰ্য্যাতনৰ লগতে বাটতে (ধুবুৰীত) গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মাক পুলিছে আটক কৰা বাতৰি সদৰী হোৱাত উত্তৰ কামৰূপৰ ৰাইজ জাঙুৰ খাই উঠিছিল। ফলত উত্তৰ কামৰূপৰ হাজাৰ হাজাৰ লোকৰ উপস্থিতিত পুঠিমাৰী মাইনৰ স্কুলৰ খেল-পথাৰত অনুষ্ঠিত সভাত 'ভাৰত-ত্যাগ' আন্দোলনত পূৰ্ণ সহযোগ আগবঢ়োৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। উক্ত সভাত মুম্বাইত গৃহীত প্ৰস্তাৱ, পুলিচ-মিলিটাৰীৰ ধৰ-পাকৰ নিৰ্য্যাতন প্ৰভৃতিৰ বিতং বৰ্ণনাৰে কামিনী শৰ্মাই দিয়া উদাত্ত বক্তৃতাত সমৱেত ৰাইজ উত্তেজিত হৈ পৰিছিল। মিলিটাৰীৰ নিৰ্য্যাতনৰ পোটক তুলিবলৈ সহস্ৰাধিক যুৱ স্বেচ্ছাসেৱকে সেই নিশাই কেন্দুকোনা ষ্টেচনৰ ওচৰৰ মিলিটাৰী ছাউনীলৈ অগ্ৰসৰ হৈছিল। ছাউনীৰ ১৬ টা বৃহৎ বৃহৎ ঘৰত থকা কাম কৰা বনুৱা, অস্ত্ৰধাৰী ৰখীয়াসকলক ছাউনীৰ পৰা ওলাই যাবলৈ দি পুৰি ভষ্মীভূত কৰি মিলিটাৰী শক্তিৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰামৰ প্ৰথম পদক্ষেপৰ সূচনা কৰিছিল। তাৰ পিছত স্বেচ্ছাসেৱী বাহিনী সংগঠন কৰা হৈছিল। কনিহা, বাহাৰঘাট, ৰাহজানী, ডেকপাৰ, চামতা, বেলশৰ আদিত স্বেচ্ছাসেৱীৰ ঘাই শিবিৰ প্ৰতিষ্ঠা কৰা হৈছিল। শিবিৰবোৰত শৃংখলাৱদ্ধভাৱে শোভাযাত্ৰা কৰা, পতাকা উত্তোলন-অৱতৰণ, সভা-সমিতি আহ্বান, গাওঁ-সংগঠন, গাওঁ ৰক্ষা, শান্তি ৰক্ষা প্ৰভৃতি বিষয়ক প্ৰশিক্ষণ দিয়া হৈছিল। তাৰ পিছত গোৰেশ্বৰ, সোণাপুৰ, লেচাকোনা, বেঙেনাআটি, শালমাৰ, কেন্দুৱা, তিত্‌কুৰী, সুন্ধিয়া, তৰণী, তামোলপুৰ, আল্লিয়া, জয়ন্তীপুৰ আৰু সেইদৰে দক্ষিণফালে হাজো, দধি, বামুন্দী, ৰামদিয়া আদি ঠাইতো শিবিৰ পাতি কৰ্মক্ষেত্ৰৰ পৰিসৰ বৃদ্ধিৰ লগতে আন্দোলন পৰিচালনা কৰা হৈছিল। হাজোৰ বিষ্ণুৰাম মেধিৰ ভনীয়েক এগৰাকীয়ে আগভাগ লৈ নেতৃত্ব দি পূৱ বৰিগোগ, পূৱপাৰ মৌজাত মহিলা সংগঠন কৰি ফুৰিছিল। তেওঁৰ তৎপৰতাত কছৰুৱা গাওঁত অনুষ্ঠিত সভাতো এখন মহিলা সমিতি গঠিত হৈছিল। মহিলা সমিতিবোৰক সূতা কটা, কাপোৰ বোৱা, কুটীৰ শিল্প সংগঠন, নিৰক্ষৰতা দূৰীকৰণ, স্বেচ্ছাসেৱীসকলক খাদ্য যোগানত সহায় কৰা কাৰ্য্যৰ দায়িত্ব দিয়া হৈছিল।

শিবিৰবোৰত স্বেচ্ছা-সেৱকসকলে সাধাৰণ প্ৰশাসন, প্ৰশিক্ষণ, খাদ্য বিত্ত আৰু প্ৰচাৰ কাৰ্য্য ভাগে ভাগে সম্পাদন কৰিছিল। আৰ্থিক-সহায় পাইছিল ৰাইজৰ—বিশেষকৈ ব্যাৱসায়ী সম্প্ৰদায়ৰ পৰা। অৰ্থ সংগ্ৰহৰ আন এটা ব্যৱস্থা আছিল 'মুষ্টি ভিক্ষা'। প্ৰতিঘৰৰ প্ৰতিজনে খাওঁতাৰ বাবে সাজু কৰা চাউলৰ এমুঠিকৈ চাউল জমা কৰি আন্দোলনৰ ভঁৰাললৈ প্ৰেৰণ কৰিছিল। এই কামে প্ৰতিতো পৰিয়ালকে স্বাধীনতা যুজৰ অংশীদাৰ কৰি তুলিছিল। স্বেচ্ছা-সেৱীসকলৰ তৎপৰতাত গাওঁ আৰু অঞ্চল ভিত্তিত শান্তি-সেনা, গৃহৰক্ষী বাহিনী, পঞ্চায়ত গঠিত হৈছিল। আদালতত বিচৰাধীন বহুতো দেৱানী আৰু ফৌজদাৰী মোকৰ্দমা পঞ্চায়তৰ দ্বাৰা গাঁৱতে আপোচ-মীমাংসা কৰা হৈছিল। তেতিয়াৰ যুদ্ধকালীন সময়ত বস্তু-বাহানিৰ মূল্য যাতে বৃদ্ধি নহয় তাৰে লক্ষ্য ৰাখি অত্যাৱশ্যকীয় বস্তুৰ মূল্য নিৰ্দ্ধাৰণ কৰা হৈছিল। আন্দোলনৰ অন্যতম মূল লক্ষ্য মিলিটাৰীলৈ বয়-বস্তুৰ যোগান বন্ধ কৰা অভিযানত বহু-পৰিমাণে সফল হব পৰা হৈছিল। উত্তৰ কামৰূপত আন্দোলনৰ প্ৰচাৰ অভিযান উত্তৰ গুৱাহাটীৰ পয়োধৰ বৰুৱা, লক্ষ্যধৰ চৌধুৰীকে ধৰি সৰ্বভাৰতীয় পলাতক নেতা ছাদিক আলী, অৰুণা আশ্ৰফ আলী লগতে ডাঃ ভুবনেশ্বৰ বৰুৱা, লক্ষী বৰা আদিয়েও চলাইছিল। মহাত্মা গান্ধীৰ নাম শুনি উত্তৰ কামৰূপৰ ভূটান সীমাৰ ওচৰৰ বাসিন্দা জনজাতি আৰু অশিক্ষিত পিছ পৰা লোকসকলে সম্পূৰ্ণ সহায়-সহযোগ আগবঢ়াইছিল।

স্বাধীনতা আন্দোলনৰ ভৰ-পকৰ সময়ত কামৰূপৰ অতিৰিক্ত উপায়ুক্ত ডামব্ৰেক চাহাবে সশস্ত্ৰ বাহিনী লৈ উত্তৰ কামৰূপৰ শিবিৰ আৰু স্বেচ্ছাসেৱী থকা সাম্ভাব্য ঠাইবোৰত স্বেচ্ছাসেৱী বিচাৰি খানা-তালাচ কৰি ফুৰিছিল। অৱশ্যে গাঁৱলৈ যাতায়াতৰ অসুবিধাৰ বাবে আৰু শিবিৰবোৰে গাওঁৰক্ষী বাহিনীৰ পৰা মিলিটাৰী আগমনৰ পূৰ্বাভাস পোৱা হেতুকে ডামব্ৰেক চাহাবৰ ধৰ-পাকৰ পৰা স্বেচ্ছাসেৱকসকল হাত সাৰি আছিল। আনহাতে কংগ্ৰেছৰ উৰ্ধতন পক্ষৰ পৰা পুলিচৰ হাত এৰাই আত্ম-গোপন কৰি আন্দোলনৰ কাম চলাই যাবলৈ নিৰ্দেশ পোৱাত স্বেচ্ছা-সেৱীসকলে ৰাতিৰ ভাগত শিবিৰ ত্যাগ কৰি গোপনে থাকি আন্দোলন নিয়াৰিকৈ চলাই গৈছিল। কিন্তু তাৰ মাজতে বহুত স্বেচ্ছাসেৱীক আটক কৰি জেললৈ পঠিয়াইছিল।

উত্তৰ কামৰূপত আন্দোলন পূৰা-মাত্ৰাই চলিছিল। মিলিটাৰী শক্তিক কাবু কৰিবলৈ সাহসী কৰ্মীবৃন্দৰে গঠিত 'মৃত্যু বাহিনীৰ' তৎপৰতাত পথ দলঙৰ ক্ষতি সাধন, টেলিগ্ৰাফ্-টেলিফোনৰ তাঁৰ কাটি বিচ্ছিন্নকৰণ, ৰঙিয়াৰ চব্‌ডেপুটি

কলেক্টৰৰ বাংলা আৰু কমলপুৰৰ পোষ্ট অফিচ দাহন, মুক্তাপুৰ-লোচত চাহাবৰ বাংলা ধ্বংসকৰণ প্ৰভৃতি কূটাঘাত মূলক কাম কৰা হৈছিল। উত্তৰ কামৰূপৰ সবাতোকৈ উল্লেখযোগ্য ঘটনা আছিল ১৯৪৩ চনৰ জানুৱাৰীত বৰ্ত্তমানৰ কেন্দুকোনা আৰু ৰঙিয়া ষ্টেচনৰ মাজৰ হাতীখোলা নামে ঠাইত এখন দলঙৰ ওপৰত ৰেইল লাইন বিচ্ছিন্ন কৰি মিলিটাৰীৰ বাবে পেট্ৰোলকে ধৰি অন্যান্য তেল কঢ়িয়াই অনা মাল গাড়ী এখন বগৰাই ধ্বংস কৰা। গাড়ীৰ ডবাৰ পৰা নিৰ্গত তেলেৰে পথাৰ উপচি পৰিছিল। বিস্তৰ ক্ষতি হোৱাত চৰকাৰে ওচৰৰ গাওঁবোৰৰ সাধাৰণ ৰাইজৰ ওপৰত পাইকাৰী জৰিমনা লগাইছিল। আন এটা কথা, আন্দোলনৰ শেষৰ ফালে লোৱা সিদ্ধান্ত মৰ্মে উত্তৰ কামৰূপৰ পূবপাৰ, পাতিদৰং, পূব-বৰিগোগ, বৰভাগ আদি মৌজাত চৰকাৰক মাটিৰ খাজনা নিদিবলৈ ৰাইজৰ মাজত অভিযান চলোৱা হৈছিল। বিয়াল্লিশৰ আন্দোলনৰ সময়ত ইবোৰৰ উপৰিও অঞ্চলটোৰ অ'ত-ত'ত সৰু-বৰ ভালেমান ঘটনা সংগঠিত হৈছিল। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য কেইটামান হ'ল- প্ৰবীণ মুক্তি-যোদ্ধা মহেন্দ্ৰ ডেকাক পুলিচে আটক কৰি নিওঁতে বাটতে মুক্তাপুৰত ক্ষুব্ধ ৰাইজকে বাট ভেটি ধৰি পুলিচৰ হাতৰ পৰা মোকলাই নিছিল। হাজোৰ ওচৰৰ লংকুখুন্দা গাৱঁত অস্ত্ৰ-শস্ত্ৰ লৈ এদল লোক আন্দোলনৰ শোভাযাত্ৰাকাৰীক বাধা দিয়াত সূত্ৰপাত হোৱা ভয়াবহ সংঘৰ্ষৰ যথাসময়ত এদল মধ্যস্থতাকাৰীৰ তৎপৰতাত আপোচ মীমাংসাৰ যোগেদি অৱসান ঘটিছিল। বৰপেটা অঞ্চলৰ গুপ্তচৰ এজনক কনিহা শিবিৰৰ ওচৰত ধৰা পেলাই বিচাৰক মণ্ডলীক সোধাই দিছিল আৰু লোকজনৰ স্বীকাৰোক্তি মতে বিচাৰত দোষী সাব্যস্ত কৰি বাহাৰঘাট শিবিৰৰ জেললৈ পঠাইছিল। মুঠতে ভাৰতৰ স্বাধীনতা আন্দোলনত উত্তৰ কামৰূপৰ সংগ্ৰামী ৰাইজে বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল। মন কৰিবলগীয়া কথা যে সুদীৰ্ঘ স্বাধীনতা সংগ্ৰামৰ স্তৰে স্তৰে সমগ্ৰ উত্তৰ কামৰূপত হোৱা জন-জাগৰণ, বিদ্ৰোহ-বিপ্লৱৰ অগ্নি-স্ফুলিংগৰ উত্তাপ ১৯৪৭ চনৰ স্বাধীনতা লাভৰ সময়লৈকে উপশম হোৱা নাছিল। আন এটি বিশেষ উল্লেখযোগ্য কথা হ'ল--আন্দোলনত ভাগ নোলোৱা বা বিৰোধী লোকৰ কোনো এজনেও পুলিচে বিচৰা বা চৰকাৰী পৰোৱানা ওলোৱা বিপ্লৱী কৰ্মীৰ বিৰুদ্ধে সাক্ষ্যদান কৰা নাছিল। সেইবাবে সামাজিক ক্ষেত্ৰত সমগ্ৰ অঞ্চলৰ সকলো ৰাইজৰ মাজত সদ্ভাৱ আৰু মিলাপ্ৰীতি বিৰাজ কৰিছিল।



# ভাৰতৰ স্বাধীনতা আন্দোলনত দক্ষিণ কামৰূপ

—কামাখ্যা প্ৰসাদ দাস

১৯১৪ চনত ইউৰোপত হোৱা প্ৰথম বিশ্ব মহাযুদ্ধ বৃটিছক ধনে জনে সহায় কৰি ভাৰতবাসীয়ে যেতিয়া বহু আকাংক্ষিত স্বায়ত্ব শাসনৰ সলনি পালে ভাৰতীয় জন-সাধাৰণক দমন কৰিবলৈ জাৰি কৰা 'ৰাউলাৎ এক্ট'—যাৰ ফলস্বৰূপে ১৯১৯ চনৰ ১৩ এপ্ৰিল তাৰিখে বৈশাখী মেলাৰ সময়ত অমৃতচৰত সংঘটিত হোৱা জালিয়ানাৱালাবাগৰ অমানুষিক হত্যাকাণ্ড, তেতিয়াহে ভাৰতবাসীৰ চকু মুকলি হ'ল। বুজি পালে যে বিনা সংগ্ৰামে স্বায়ত্ব শাসন পোৱা অসম্ভৱ। তেতিয়ালৈকে ভাৰতবাসীয়ে পূৰ্ণ-স্বাধীনতাৰ কথা ভবাই নাছিল। দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহ আন্দোলনৰ অভিজ্ঞতাপুষ্ট গান্ধীজী ১৯১৫ চনত ভাৰতলৈ ঘূৰি আহি ভাৰতৰ প্ৰকৃত অৱস্থাৰ অধ্যয়ন কৰি উপযুক্ত পথ বিচাৰি আছিল। এই সুযোগতে গান্ধীজীয়ে সক্ৰিয়ভাৱে ভাৰতৰ ৰাজনীতিত সোমাই পৰিল। সেই সময়ত ভাৰতত ৰাজনৈতিক সংগঠন বুলিবলৈ একমাত্ৰ কংগ্ৰেছেই। ১৯২০ চনৰ পাঞ্জাব কেশৰী লাল লাজপাত ৰায়ৰ সভাপতিত্বত কলিকতাত বহা কংগ্ৰেছ কমিটিৰ অধিবেশনত ভাৰতৰ স্বাধীনতা আন্দোলনৰ বাবে গান্ধীজীয়ে অসহযোগ আন্দোলনৰ প্ৰস্তাৱ দাঙি ধৰে। কংগ্ৰেছৰ বিশেষ অধিবেশনত বহু আলোচনা-বিলোচনাৰ অন্তত বিপুল ভোটাধিক্যত অসহযোগৰ প্ৰস্তাৱ গৃহীত হয়। আন্দোলন পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব গান্ধীৰ ওপৰত ন্যস্ত কৰা হয়। প্ৰকাৰান্তৰে তেতিয়াৰ পৰাই কংগ্ৰেছৰ নেতৃত্বও গান্ধীজীৰ হাতলৈ আহে। ১৯২১ চনত কংগ্ৰেছৰ জৰিয়তে গান্ধীজীয়ে ভাৰতবাসীক অসহযোগৰ আহ্বান জনালে। সমগ্ৰ ভাৰতত অসহযোগ আন্দোলনৰ ঢৌ বিয়পি পৰিল। গুৱাহাটীতো 'অসম এছোছিয়েছন'ৰ সভা বহি অসহযোগৰ সমৰ্থনত প্ৰস্তাৱ গ্ৰহণ কৰিলে। অসমত সেই সময়ত 'অসম এছোছিয়েছনে' আছিল একমাত্ৰ ৰাজনৈতিক সামাজিক সংগঠন। সমগ্ৰ ভাৰতৰ লগতে অসমতো দেশভক্ত

তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মা আদি নেতাৰ নেতৃত্বত আন্দোলন তীব্ৰ কৰি তোলা হ'ল।

ইতিমধ্যে অসম এচোচিয়েচনৰ নেতৃত্ব কংগ্ৰেছীসকলৰ হাতলৈ গ'ল আৰু তেওঁলোকেই 'অসম প্ৰদেশ কংগ্ৰেছ কমিটি' গঠন কৰিলে। অসহযোগ আন্দোলনৰ প্ৰচাৰৰ বাবে ১৯২১ চনৰ ১৮ আগষ্টত গান্ধীজী অসমলৈ আহি গুৱাহাটীত তৰুণৰাম ফুকনৰ আলহী হয়। গান্ধীজীৰ অসহযোগৰ আহ্বানত গুৱাহাটীত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধিকে আদি কৰি প্ৰায় কুৰিজনমান উকীলে ওকালতি ব্যৱসায় ত্যাগ কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰে। দক্ষিণ কামৰূপৰ ছয়গাওঁ ৰাজহ-চক্ৰৰ ৬-জন মণ্ডলৰ উপৰিও দেশভক্ত ফুকনৰ ককায়েক নবীনৰাম ফুকন, ৰেভিঃ চিৰস্তদাৰ, কৃষ্ণধৰ বৰাই পুলিচ ইন্সপেক্টৰৰ চাকৰি ইস্তাফা দিয়ে। গান্ধীজীৰ আহ্বানৰ পূৰ্বেই কংগ্ৰেছ কমিটিত সিদ্ধান্তৰ লগে লগে অসমৰ দুজন উপপ্ৰতি সমাহৰ্তা হৰিপ্ৰসাদ দাস আৰু এম. চিৰতিয়ে চাকৰি ইস্তাফা দি আন্দোলনত অংশগ্ৰহণ কৰে। ছয়গাওঁ ৰাজহ চক্ৰৰ ৬-জন মণ্ডল, গুৱাহাটীৰ ৫-জন পুলিচ কনিষ্টবলৰ উপৰিও দক্ষিণ কামৰূপৰ বহু স্কুলৰ শিক্ষক আৰু অন্যান্য চাকৰিয়ালেও চাকৰি ইস্তফা দি বহু স্কুল-কলেজৰ ছাত্ৰই শিক্ষা বৰ্জন কৰি আন্দোলনত জপিয়াই পৰে। দক্ষিণ কামৰূপৰ পলাশবাৰী, ছয়গাওঁ, ৰামপুৰ, লোহাৰঘাট, উপৰহালি, বামুণীগাওঁ, বকো, শিংৰা, নগৰবেৰা আদি ঠাইত সঘনে হোৱা ৰাজহুৱা সভাত তৰুণ ফুকন, নবীন চন্দ্ৰ বৰদলৈ, গোপীনাথ বৰদলৈ আদি নেতাৰ সহযোগত দলে দলে জনতা ওলাই আহি আন্দোলন তীব্ৰ কৰি তোলে। ছয়গাৱঁত প্ৰতীকৰ ৰূপত দোকানবিলাকত বিক্ৰীৰ কাৰণে ৰখা চিগাৰেটবোৰ জমা কৰি জ্বলাই দিয়ে। ফুকনৰ ঘৰৰ চৌহদৰ বাকৰিত হোৱা ৰাজহুৱা সভাত গান্ধীজীৰ উপস্থিতিত হোৱা বস্ত্ৰ-দাহ যজ্ঞত ফুকনৰ নিজৰ দামী দামী পোছাকৰ উপৰি সভাত উপস্থিত বহু লোকে পিন্ধি থকা কাপোৰ-কানি খুলি অগ্নিত সমৰ্পণ কৰে। অসহযোগ আন্দোলনৰ প্ৰস্তাৱৰ ৬টা ধাৰাৰ ভিতৰত বিলাতী কাপোৰ আৰু মাদক দ্ৰব্য বৰ্জনত বেছি প্ৰাধান্য দিয়া হৈছিল। দক্ষিণ কামৰূপত ফুকন আৰু বৰদলৈৰ তৎপৰতাত গাৱেঁ গাৱেঁ ভলণ্টিয়াৰ গৈ যঁতৰ আৰু সূতা কটাৰ বিষয়ে ৰাইজৰ মাজত প্ৰচাৰ কৰিছিল। লোহাৰঘাট, ৰাণী অঞ্চলত কানি (আফিং) বৰ্জনৰ ওপৰত জোৰ দিয়া হৈছিল। স্থানীয় নেতা বংশী দলৈ, মাধা গাওঁবুঢ়া আদিৰ নেতৃত্বত অঞ্চলটোৰ বহু কানীয়াই নিজৰ কানিৰ পট্টা ফালি পেলাই কানি লোৱা ত্যাগ কৰিছিল। ডাঃ পোৱাল বৰুৱা আৰু ভুৱনেশ্বৰ বৰুৱা আদিৰ

তৎপৰতাত লোহাৰঘাটত আৰু পিছত ৰামপুৰত কানীয়াসকলৰ চিকিৎসাৰ ব্যৱস্থা কৰা হৈছিল। চৰকাৰী হিচাপমতে ১৯২১ চনতটোত কানিৰ বিক্ৰী ১৮০০ মোণৰ ঠাইত ১১০০ মোণলৈ হ্ৰাস পাইছিল।

বকোৰ পূৰ্ণচন্দ্ৰ দাসে বন বিভাগৰ চাকৰি ইস্তফা দি আন্দোলনত জঁপিয়াই পৰে আৰু গাৱেঁ গাৱেঁ ঘূৰি আন্দোলন শক্তিশালী কৰি তোলে। শ-শ স্বেচ্ছাসেৱক বকো-চমৰীয়া, নগৰবেৰা, হাঁহিম আদি ঠাইলৈ গৈ ৰাইজক তীব্ৰ আন্দোলনমুখী কৰি তোলে। অঞ্চলটোৰ হাজাৰ হাজাৰ ৰাভা, কছাৰী, গাৰো আদি জনজাতীয় লোক বাটলৈ ওলাই আহে। আন্দোলনকাৰীসকলৰ ওপৰত ইংৰাজৰ চিপাহীৰ অমানৱীয় দমন-কাৰ্য্যইও চৰম সীমা পায়গৈ। জনজাতীয় লোকৰ মাজত আন্দোলনৰ তীব্ৰতা অতি প্ৰৱল হৈছিল। পুলিচে আন্দোলনকাৰীসকলক দলে দলে ধৰি আনি নানান ধৰণৰ শাৰীৰিক অত্যাচাৰ কৰাৰ উপৰি পুহ-মাঘমহীয়া ঠেঁটুৱৈ লগা জাৰত ৰাতি জলজলি নদীৰ পানীত শুদা গাৰে ডিঙিলৈকে ছয়-সাত ঘণ্টা পৰ্য্যন্ত থিয়কৈ ৰাখিছিল। বহু লোক অজ্ঞান হৈ পৰিছিল। ইংৰাজ চৰকাৰৰ চিপাহীৰ বুট জোতাৰ গচকত, বন্দুকৰ কুন্দাৰ খুন্দাত বহু ডেকা ল'ৰা ঘুণীয়া হৈছিল। আন্দোলনকাৰীসকলৰ ওপৰত পুলিচৰ অত্যাচাৰ যিমানেই বেছি হৈছিল আন্দোলনৰ তীব্ৰতাও সিমানেই বাঢ়ি গৈছিল; নিৰ্ব্বিবাদে সকলোৱে হাঁহিমুখে সকলো অত্যাচাৰ সহ্য কৰিছিল। অসহযোগ আন্দোলনৰ চৰম পৰ্য্যায় হিচাপে গান্ধীজীয়ে গুজৰাটৰ বৰদলীত যি খাজনা বন্ধৰ আহ্বান সেইমতে দক্ষিণ কামৰূপৰ একমাত্ৰ বকো অঞ্চলতেই কৃষকসকলে সেই আহ্বানৰ প্ৰতি সঁহাৰি জনাইছিল। সেই অজুহাততে অঞ্চলটোৰ পুলিচ চিপাহীৰ শাৰীৰিক অত্যাচাৰ-উৎপীড়নৰ মাত্ৰাও বৰ্ণনাতীত হৈছিল।

আন্দোলনৰ ভৰ-পক সময়তে উত্তৰ প্ৰদেশৰ 'চৌৰীচৌৰা' নামৰ ঠাইত উত্তেজিত জনতাই থানা এখন জ্বলাই তাত কেইজনমান পুলিচ কনিষ্টবল পুৰি মাৰিলে। এই ঘটনাত গান্ধীজীয়ে উপলব্ধি কৰিলে যে ভাৰতবাসী অহিংস আন্দোলনৰ প্ৰতি উপযুক্ত হৈ উঠা নাই। সেয়েহে তেওঁ অসহযোগ আন্দোলন বন্ধ কৰি দিলে। মতিলাল নেহৰু, চিত্তৰঞ্জন দাস আদি বহুতে গান্ধীজীক সমালোচনা কৰিছিল যদিও গান্ধীজী অটল থাকিল। তাৰ পিছতেই গান্ধীজীক ব্ৰিটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰে আৰু ছ-বছৰ কাৰাদণ্ড বিহে। সেই বছৰতে আহমেদাবাদত বহা কংগ্ৰেছ অধিবেশনত অসমৰ প্ৰতিনিধিয়ে অসহযোগ আন্দোলনত অসমৰ ভূমিকাৰ বিশেষকৈ বকো অঞ্চলৰ ভূমিকাৰ বিতং প্ৰতিবেদন দাখিল কৰে। কংগ্ৰেছে অসম—বিশেষকৈ বকো অঞ্চলৰ 'চৰজমিন'

তদন্তৰ কাৰণে ডঃ ৰাজেন্দ্ৰ প্ৰসাদ আৰু পণ্ডিত মদন মোহন মালব্যক অসমলৈ পঠায়। সেই সময়ত বকোলৈ যোৱাৰ কোনো ব্যৱস্থা নাছিল। তেওঁলোকে পলাশবাৰীৰ পৰা ম'হৰ গাড়ীৰে বকোলৈ গৈ তাৰ নেতা আৰু সৰহ সংখ্যক ভুক্তভোগী পীড়িত কৰ্মীক লগ ধৰি প্ৰকৃত তথ্য সংগ্ৰহ কৰি কংগ্ৰেছ কমিটিৰ ওচৰত প্ৰতিবেদন দাখিল কৰিলেগৈ। ডঃ প্ৰসাদ আৰু পণ্ডিত মালব্যৰ প্ৰতিবেদনত ব্ৰিটিছ চৰকাৰে বকো অঞ্চলত আন্দোলন দমনৰ বাবে পুলিচৰ উপৰি সশস্ত্ৰ মিলিটাৰী ব্যৱহাৰ কৰিছিল বুলিও প্ৰকাশ পায়।

১৯২২ চনত অসহযোগ আন্দোলন বন্ধ হৈ গ'ল যদিও কাৰাগাৰৰ পৰা ওলাই অহা কৰ্মীসকলৰ সৰহ সংখ্যকেই সংগঠন আৰু প্ৰচাৰৰ কামত লাগি থাকিল, লগতে খাদী প্ৰচলন, মাদক দ্ৰব্য বৰ্জন, প্ৰাইমেৰী স্কুল প্ৰতিষ্ঠা আদি গঠনমূলক কামত ব্যস্ত হৈ থাকিল। তেনে সময়তে ১৯২৬ চনত তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, চন্দ্ৰ নাথ শৰ্মা, ৰোহিনী হাতীবৰুৱা আদিৰ প্ৰচেষ্টাত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ পাণ্ডু অধিৱেশন অনুষ্ঠিত হ'ল আৰু সেই অধিৱেশনৰ কৃতকাৰ্য্যতাত দক্ষিণ কামৰূপৰ কৰ্মীসকলে অভূতপূৰ্বভাৱে অৰিহণা আগবঢ়াইছিল।

১৯২৯ চনৰ ৩১ ডিচেম্বৰ তাৰিখে লাহোৰত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশনে পূৰ্ণ-স্বৰাজৰ প্ৰস্তাৱ গ্ৰহণ কৰে আৰু ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে সমগ্ৰ দেশতে ত্ৰিৰংগ পতাকা ৰাজহুৱাকৈ উত্তোলন কৰি স্বাধীনতাৰ সংকল্প গ্ৰহণৰ প্ৰস্তাৱ গ্ৰহণ কৰে। সেই মতে, সেই দিনটোৰ পৰা স্বাধীনতা দিৱস পালন কৰি অহা হৈছে। সেই বছৰৰ বাৰ মাৰ্চ তাৰিখে গান্ধীজীয়ে লোণ আইন অমান্য কৰিবৰ বাবে সবৰমতী আশ্ৰমৰ পৰা দাণ্ডীলৈ যাত্ৰা আৰম্ভ কৰে আৰু লগে লগে চৰকাৰী আইন অমান্য কৰিবৰ বাবে দেশবাসীলৈ আহ্বান জনালে।

এহাতে গান্ধীজীৰ লোণ আইন অমান্য সত্যাগ্ৰহে সমগ্ৰ বিশ্বজুৰি খলকনি তুলিলে; আনহাতে আইন-অমান্য আন্দোলনৰ প্ৰতি সঁহাৰি জনাই অসম তথা দক্ষিণ কামৰূপৰ বিভিন্ন অঞ্চলত ৰাইজৰ মাজত ব্যাপক সঁহাৰি লাভ কৰিলে। স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত স্বাধীনতাৰ স্পৃহা বৃদ্ধি হৈ অহা গম পাই অসমৰ শিক্ষা অধিকৰ্তা কানিংহামে ছাত্ৰসকলক আন্দোলনৰ পৰা আঁতৰত ৰাখিবলৈ এখন চাৰ্কুলাৰ জাৰি কৰিলে। সেইখন চাৰ্কুলাৰৰ বিৰুদ্ধে কটন কলেজ আৰু ল' কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে সক্ৰিয় প্ৰতিবাদ কৰি কলেজ বৰ্জন কৰিলে, লগে লগে স্কুলীয়া ছাত্ৰসকলেও তেওঁলোকৰ পথকে অনুসৰণ কৰি শিক্ষা অনুষ্ঠানবোৰত অচল অৱস্থাৰ সৃষ্টি কৰিলে। গুৱাহাটী নগৰকে ধৰি ক্ষেত্ৰী, পলাশবাৰী, ছয়গাওঁ, বকো, শিংৰালৈ দক্ষিণ কামৰূপৰ সকলোবোৰ হাইস্কুল আৰু মজলীয়া স্কুলৰ বহু-সংখ্যক ছাত্ৰই স্কুল বৰ্জন কৰি আইন

অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি পুলিচৰ হাতত মাৰ খালে, ভালেমান ছাত্ৰক জে'ললৈ নিক্ষেপ কৰিলে; তেওঁলোক নানা ধৰণে নিৰ্য্যাতিত হ'ল।

১৯৩০ চনৰ আইন-অমান্য আন্দোলন গুৱাহাটীত প্ৰকৃতাৰ্থত কটন কলেজৰ ছাত্ৰসকলেহে আৰম্ভ কৰিলে। কাৰণ তেতিয়া কংগ্ৰেছ সংগঠন অতিকৈ দুৰ্বল আছিল; পিকেটিং কৰিবলৈ নগৰত কৰ্মী প্ৰায় নাছিলেই। অৱশ্যে আইন-অমান্য আন্দোলনৰ লগে লগে ভালেকেইজন দেশপ্ৰেমিক উকীলে ওকালতি ত্যাগ কৰি কংগ্ৰেছৰ সংগঠন আৰু আন্দোলনৰ কামত লাগি পৰিল। অসহযোগ আন্দোলনৰ দৰে অসমত আইন-অমান্য আন্দোলনতো মাদক-দ্ৰব্য বৰ্জন, বিদেশী বস্তু বৰ্জন আৰু খাদী প্ৰচলন, অস্পৃশ্যতা বৰ্জন আদিৰ লগতে খাজনা বন্ধ, কৰ-কাটল বন্ধ, স্কুল ত্যাগ কৰা ছাত্ৰসকলৰ পঢ়াৰ সুবিধাৰ কাৰণে ঠায়ে ঠায়ে জাতীয় বিদ্যালয় প্ৰতিষ্ঠা কৰিলে। গাৱেঁ-ভুঞে ডেকাসকলক প্ৰশিক্ষণ দি মদ, কানি, ভাঙৰ দোকানত, লগতে বিদেশী বস্তু বেচা দোকানবোৰত পিকেটিং চলালে। কাছাৰী ঘৰৰ মোকৰ্দমাৰ সলনি গাওঁবিলাকত পঞ্চায়ত ব্যৱস্থাৰে মেল-মোকৰ্দমা নিষ্পত্তি কৰিবলৈ ল'লে।

আন্দোলন বাঢ়ি অহাৰ লগে লগে চৰকাৰী নিষ্পেষণো বাঢ়ি আহিল। স্বেচ্ছাসেৱকসকলক, কংগ্ৰেছী কৰ্মীসকলক পুলিচে জধে-মধে গ্ৰেপ্তাৰ কৰি কাৰাৰুদ্ধ কৰিলে; বহুতক মাৰপিট কৰি ঘূণীয়া কৰিলে। এই লেখকে সেই আন্দোলনত সহযোগী হিচাপে লগ পোৱা দক্ষিণ কামৰূপৰ, বিশেষকৈ গাওঁ অঞ্চলৰ স্বাধীনতা সংগ্ৰামীসকলৰ ভিতৰত— ৭০ বছৰৰ পিছতো মনত থকা কেইজনমানৰ নাম উল্লেখ কৰিলো ঃ

বকোৰ পূৰ্ণ চন্দ্ৰ দাস, নবীন কলিতা, যোগেন চৌধুৰী, জনাৰ্দন শৰ্মা, বিপিন ডাউকা, জীৱন বৈশ্য, হেকেৰাৰ কমলাকান্ত দাস, ছয়গাৱঁৰ খগেন দেৱান, বাহৰাম দলৈ, ৰামপুৰৰ লক্ষ্মী চৌধুৰী, দেৱেন্দ্ৰ চন্দ্ৰ চৌধুৰী, চণ্ডীচৰণ দাস, কামিনী মহন্ত, পূৰ্ণ চন্দ্ৰ দাস, খৰ্গেশ্বৰ দাস, কনক দাস, উপৰহালীৰ শ্ৰীমতী সফুৰী দাস, অভিৰাম তালুকদাৰ, গোবৰ্ধন ঠাকুৰীয়া, শিৱচৰণ তালুকদাৰ, অলু তালুকদাৰ, পলাশবাৰীৰ ভোগেশ্বৰ দাস, বৈকুণ্ঠ বৰুৱা, বিপিন দালাল, সত্য মেধি, বেলিৰাম দাস, দেৱেন গোস্বামী, লোহাৰঘাটৰ বংশীৰাম দলৈ, মাধৱ ৰাম গাওঁবুঢ়া আদি।

আইন অমান্য আন্দোলনৰ পিছৰ সময়ছোৱাত গান্ধীজীয়ে কৰ্মীসকলক বহি থাকিবলৈ দিয়া নাছিল। তেওঁৰ নিৰ্দেশমতে কৰ্মীসকলে খাদী প্ৰচলনৰ কামত, নিৰক্ষৰতা দূৰীকৰণ, হৰিজনৰ উন্নয়ন আদি গঠনমূলক কামত আত্মনিয়োগ কৰিছিল। সেই মতে দক্ষিণ কামৰূপৰ গঠনমূলক কামত আত্মনিয়োগ কৰিছিল। সেই মতে দক্ষিণ কামৰূপৰ বিভিন্ন ঠাইত কেইবাখনো আশ্ৰম, সূতা কটা কেন্দ্ৰ আদি প্ৰতিষ্ঠা

কৰা হৈছিল। বকোৰ মৌমান সেৱাশ্ৰম তেনে এটা প্ৰখ্যাত অনুষ্ঠান। আনহাতে গুৱাহাটীৰ বুকুতে ডাঃ হৰিকৃষ্ণ দাসৰ প্ৰচেষ্টাত তেওঁৰ নিজৰ মাটিতে প্ৰতিষ্ঠা কৰা কস্তুৰবা আশ্ৰমে আজিও মূৰ দাঙি জিলিকি আছে।

১৯৩৪ চনৰ এপ্ৰিল মাহত গুৱাহাটী শান্তিপুৰত প্ৰতিষ্ঠা কৰা 'আসাম সেৱাশ্ৰম' নামৰ অনুষ্ঠানটো গান্ধীজীয়ে উদ্বোধন কৰিছিল। তাত উপৰহালী খাদী কেন্দ্ৰৰ শিপিনী আহি নতুন ছোৱালীসকলক প্ৰশিক্ষণ দিছিল আৰু সেই আশ্ৰমৰ উৎপাদিত খাদী কাপোৰ বিক্ৰীৰ কাৰণে পাণবজাৰত এটা খাদী ভাণ্ডাৰো প্ৰতিষ্ঠা কৰিছিল। সেই সময়তে উপৰহালী খাদী কেন্দ্ৰত উৎপাদিত এড়ী, মুগা, পাটৰ কাপোৰৰ এখন প্ৰদৰ্শনী ফাঁচীবজাৰৰ ৱাহিদ মাৰ্কেটত অনুষ্ঠিত কৰি গুৱাহাটীবাসীৰ প্ৰশংসা বুটলিছিল।

১৯৩৯ চনৰ চেপ্টেম্বৰ মাহত ইউৰোপত আৰম্ভ হোৱা দ্বিতীয় মহাসমৰত ব্ৰিটিশ চৰকাৰে ভাৰতবাসীক ধনে-জনে সহায়ৰ বাবে জনোৱা আহ্বানৰ পৰিপ্ৰেক্ষিতত গান্ধীজী তথা কংগ্ৰেছে ভাৰতবাসীৰ হাতলৈ প্ৰথমে ক্ষমতা হস্তান্তৰ কৰিবলৈ দাবী জনালে আৰু তেতিয়াহে ভাৰতে যুদ্ধত সহায় কৰা-নকৰাৰ চিন্তা কৰিব বুলি চৰকাৰক জনাই দিলে। চৰকাৰৰ পৰা একো সঁহাৰি নোপোৱাত গান্ধীজীয়ে একক সত্যাগ্ৰহৰ আহ্বান জনালে। ভাৰতৰ প্ৰথম সত্যাগ্ৰহী বিনোৱা ভাৱেৰ দৰে অসমতো প্ৰথম সত্যাগ্ৰহী হিচাপে গোপীনাথ বৰদলৈয়ে গুৱাহাটী কাছাৰীৰ সমুখত প্ৰথম সত্যাগ্ৰহী আছিল। দক্ষিণ কামৰূপৰ বেলিৰাম দাসে পলাশবাৰীত, হৰেশ্বৰ গোস্বামী, ডাঃ ভুৱনেশ্বৰ বৰুৱা, লীলাধৰ বৰুৱা, লক্ষ্মীধৰ বৰা, ৰাধিকাৰাম দাস, নবীন কলিতা, জনাৰ্দন শৰ্মা আদিয়ে দক্ষিণ কামৰূপৰ বিভিন্ন ঠাইত সত্যাগ্ৰহ কৰি গ্ৰেপ্তাৰবৰণ কৰিলে। এই সত্যাগ্ৰহ আন্দোলনেই ৰাইজৰ মাজত যুদ্ধবিৰোধী মনোভাবক দৃঢ় কৰি তুলিলে।

সত্যাগ্ৰহ আন্দোলনেও ব্ৰিটিছ চৰকাৰৰ দৃষ্টিভংগীৰ পৰিৱৰ্তনৰ কোনো আগ্ৰহ দেখা নোপোৱাত গান্ধীজীয়ে ইংৰাজক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰাবৰ কাৰণে এটা বৃহৎ আন্দোলনৰ কথা চিন্তা কৰি ৱাৰ্ধাত বহা কংগ্ৰেছ ৱাৰ্কিং কমিটিত তেওঁ এটা খচৰা প্ৰস্তাৱ উত্থাপন কৰিলে। ১৯৪২ চনৰ ৮ আগষ্টত সেই প্ৰস্তাৱৰ আলোচনাৰ কাৰণে বোম্বে চহৰত নিখিল ভাৰত কংগ্ৰেছৰ অধিৱেশন বহিল আৰু ইংৰাজক ভাৰত ত্যাগ কৰিবলৈ দাবী জনোৱা প্ৰস্তাৱ গ্ৰহণ কৰিলে। ইংৰাজ চৰকাৰে কংগ্ৰেছক আন্দোলনৰ কাৰ্য্যসূচী প্ৰস্তুত কৰিবলৈ সুবিধা নিদিবৰ কাৰণেই সেই নিশাই গান্ধীজী, নেহৰু, পেটেল, কস্তুৰবা, সৰোজনী, পন্ত, সীমান্ত গান্ধী, কৃপালনী প্ৰমুখ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰি অজান ঠাইত বন্দী কৰি ৰাখিলে। লগে লগে ৰাজ্যিক

পৰ্য্যায়ৰ নেতাসকলক ঠায়ে ঠায়ে গ্ৰেপ্তাৰ কৰি কাৰাৰুদ্ধ কৰিলে। কংগ্ৰেছক বে-আইনী ঘোষণা কৰিলে। কংগ্ৰেছৰ অফিচবোৰত তলা লগালে। লগতে আন আন কাৰ্য্যালয়বোৰতো।

ভাৰতবাসী জকি উঠিল। ৯-আগষ্টৰ দিনাই বোম্বাই মহানগৰত হৰতাল পালন কৰিলে। সভা-শোভাযাত্ৰাৰে প্ৰতিবাদ সাব্যস্ত কৰিলে। খবৰটো বিয়পি পৰাৰ লগে লগে হাজাৰ হাজাৰ জনতা ৰাজপথলৈ ওলাই আহিল। গুৱাহাটীত ১০-আগষ্টৰ পৰা আৰু গাৱেঁ-ভূঞে ১১/১২ আগষ্টৰ পৰা আন্দোলন বিয়পি পৰিল। দক্ষিণ কামৰূপৰ কেন্দ্ৰস্থল গুৱাহাটীতে প্ৰথমে কলেজ আৰু স্কুলবোৰৰ ছাত্ৰ-ছাত্ৰীসকলে স্কুল বৰ্জন কৰি শোভাযাত্ৰা-সভা আদি অনুষ্ঠিত কৰি যুদ্ধবিৰোধী শ্লোগানেৰে আকাশ-বতাহ কঁপাই তুলিলে। এনেয়েও ১৯৪১ চনৰ ৬ ডিচেম্বৰত ছাত্ৰসকলৰ যুদ্ধবিৰোধী শোভাযাত্ৰাত পুলিচৰ লাঠীচাৰ্জে ছাত্ৰসকলক বিক্ষুব্ধ কৰি ৰাখিছিল।

গান্ধীজীৰ শেষ বাণী 'কৰিম কিম্বা মৰিম' মন্ত্ৰৰে কটনৰ ছাত্ৰসকল, কংগ্ৰেছ কৰ্মীসকল, প্ৰশিক্ষণপ্ৰাপ্ত শান্তি সেনাসকলে বিয়াল্লিশৰ ৰণক্ষেত্ৰত জঁপিয়াই পৰিল। প্ৰথমছোৱাত আন্দোলন অহিংস আৰু শান্তিপূৰ্ণ আছিল যদিও পুলিচৰ বৰ্বৰ নিষ্পেষণে স্বাধীনতা সংগ্ৰামীসকলক হিংসাৰ পথ ল'বলৈ বাধ্য কৰিলে। সেনাবাহিনী আৰু পুলিচৰ গাড়ী চলাচলত বাধাৰ সৃষ্টি কৰিবলৈ পথৰ দলং ধ্বংস কৰা, ৰে'লৰ ফিচপ্লেট খুলি যুদ্ধৰ কাৰণে সেনাই ভ্ৰমণ কৰা ৰে'লগাড়ী বগৰোৱা, টেলিগ্ৰাফৰ তাঁৰ কাটি যোগাযোগ বিচ্ছিন্ন কৰা, সেনাবাহিনীলৈ সংগ্ৰহ কৰা বিভিন্ন সামগ্ৰী, ৰচদ-পাতি জমা ৰখা, গুদাম আদি জ্বলাই দিয়া, চৰকাৰী কাৰ্য্যালয় আদি ধ্বংস কৰা আদি কামত স্বাধীনতা সৈনিকসকল প্ৰবৃত্ত হ'ল। আন্দোলনৰ আগৰে পৰা ৰামপুৰ, বকো আদিত শিবিৰ স্থাপন কৰি শান্তি-সেনাসকলক প্ৰশিক্ষণ দি আন্দোলন আৰম্ভৰ লগে লগে বিভিন্ন অঞ্চললৈ পঠাই দিলে। তেওঁলোকে যুদ্ধবিৰোধী প্ৰচাৰৰ লগতে খাজনা বন্ধৰ প্ৰচাৰো চলালে। বহুসংখ্যক কৰ্মীক পুলিচে গ্ৰেপ্তাৰ কৰিলে। কম বয়সীয়াসকলক পুলিচে থানালৈ নি মাৰপিট কৰি এৰি দিলে। বাকীসকলক বিচাৰকৰ আগত হাজিৰ কৰাই কাৰাদণ্ড বিহিলে। দক্ষিণ কামৰূপৰ গুৱাহাটী নগৰৰ বাহিৰেও ক্ষেত্ৰী-সোণাপুৰ, পলাশবাৰী, উপৰহালি, ৰামপুৰ, ছয়গাওঁ, চমৰীয়া, বকো, শিংৰা আদি ঠাইত এই আন্দোলন গণ-আন্দোলনলৈ পৰ্য্যৱসিত হ'ল। ফলত ভালেমান কৰ্মী জে'লত সোমোৱাৰ বাহিৰেও পুলিচ আৰু সেনাৰ দ্বাৰা বেয়াকৈ নিষ্পেষিত হ'ল।

এই লেখক দক্ষিণ কামৰূপৰে বাসিন্দা যদিও খাদী প্ৰচাৰৰ কামত মৰিগাওঁ অঞ্চলত কেবাটাও খাদী চেণ্টাৰৰ দায়িত্বত থকা কাৰণে সেই সময়ত সেই অঞ্চলতে

নগাওঁ জিলাৰ প্ৰখ্যাত বিপ্লৱী মহেন্দ্ৰ হাজৰিকাৰ লগত আন্দোলন কৰাত তাতে গ্ৰেপ্তাৰ হৈ কাৰাৰুদ্ধ হ'ব লগা হ'ল। সেয়েহে দক্ষিণ কামৰূপৰ আন্দোলনৰ বহুত কথা হয়তো হৈছে বুলি ভাবিবৰ মন যোৱা নাই। ১৯২১ চনৰ পৰা ১৯৪২ চনলৈ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰি নিৰ্য্যাতন ভোগ কৰা দক্ষিণ কামৰূপৰ কৰ্মীসকলৰ নাম যিহেতু এইখন জীৱনী কোষতে চমু পৰিচয়ৰ সৈতে সন্নিবিষ্ট কৰা হৈছে, গতিকে সেইসকলৰ নাম এইটো লেখাত উল্লেখ কৰি প্ৰবন্ধৰ আকাৰ বৃদ্ধি কৰাৰ পৰা বিৰত থাকিলো।

শেষত দক্ষিণ কামৰূপৰ পূৱ-প্ৰান্তৰ পানীখাইতীত বিয়াল্লিশৰ আন্দোলনত সংগঠিত হোৱা ৰে'ল বগৰোৱা প্ৰখ্যাত ঘটনাটোৰ উল্লেখ কৰি এই লেখাৰ সামৰণি মাৰিম। অৱশ্যে এই দুঃসাহসী ঘটনাত প্ৰত্যক্ষভাৱে কামৰূপৰ কোনো কৰ্মী জড়িত নাছিল যদিও পৰোক্ষভাৱে আত্মগোপনকাৰী লক্ষ্যধৰ চৌধুৰী জড়িত আছিল। কাৰণ আমি শুনা মতে চৌধুৰীয়ে গোপন সূত্ৰৰ পৰা ২৪ নৱেম্বৰ তাৰিখে গধূলি যুদ্ধক্ষেত্ৰলৈ সেনাৰ দলটো কঢ়িয়াই নিয়া ৰে'ল গাড়ীখন গুৱাহাটীৰ পৰা যাত্ৰা কৰাৰ সময় নগাওঁ জিলাৰ মায়ং অঞ্চলৰ দৈপৰা সত্ৰৰ মৃত্যুবাহিনীৰ নেতা মহদানন্দ গোস্বামীক যথা সময়ত জনাইছিল আৰু সেইমতে সেইদিনা নিশা পানীখাইতীৰ পাহাৰীয়া, এঢলীয়া কেঁকুৰি এটাত ফিচপ্লেট খুলি নগাওঁ জিলাৰ মৃত্যু-বাহিনীৰ কৰ্মী এদলে উক্ত ৰে'লখন বগৰাইছিল। এইটো ঘটনাত বহুতো সেনাই প্ৰাণ হেৰুৱাইছিল যদিও মৃত্যু বাহিনীৰ এজনকো পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।



# অধিকাৰী মাধৱ চন্দ্ৰ

গান্ধীজীৰ নেতৃত্বত বিদেশী চৰকাৰৰ বিৰুদ্ধে প্ৰথমটো আন্দোলন ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰিবলৈ সত্ৰাধিকাৰসকলে, অন্তৰত হাবিয়াস কৰিলেও, সাহস গোটাব পৰা নাছিল। কিন্তু তাৰ মাজতে দক্ষিণ কামৰূপৰ ছয়গাওঁ অঞ্চলৰ কৈমাৰি সত্ৰৰ সত্ৰাধিকাৰ মাধৱ চন্দ্ৰ অধিকাৰীয়ে দেশপ্ৰেমত আপ্লুত হৈ গান্ধীজীৰ আহবানৰ প্ৰতি সঁহাৰি জনাই অসহযোগ আন্দোলনত নামি পৰিল। তেওঁ কানি বৰবিহৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য্যত আগভাগ ল'লে। কৰ-কাটল্ খাজনা আদি চৰকাৰক আদায় নিদি চৰকাৰৰ লগত অসহযোগ কৰিবৰ কাৰণে ৰাইজক গঠিত কৰাৰ অপৰাধত মাধৱচন্দ্ৰক পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ পঠালে। ২৩/১১/১৯২১ তাৰিখে ডেপুটি কমিচনাৰে বিচাৰ কৰি দুজন নাগৰিকৰ পৰা ২০০/- টকীয়া দুখন মচুলকা, অন্যথা ১ বছৰ বিনাশ্ৰম-কাৰাবাসৰ হুকুম দিলে।

আত্ম সন্মানবোধী আৰু স্বাধীনতাকামী মাধৱ অধিকাৰীদেৱে মচুলকা দিবলৈ আগ্ৰহ্য কৰি এবছৰ কাৰাবাসত থকাটোৱে শ্ৰেয় বুলি বিবেচনা কৰি এবছৰ কাল কাৰাবাসত জীৱন কটালে। অধিকাৰীৰ জেল জীৱনৰ পিছৰ কাৰ্য্যসূচীৰ বিষয়ে একো জনা নগল। এইজন দেশকৰ্মীয়ে ১৯৬০ চনতে ইহ-সংসাৰৰ পৰা মেলানি মাগিলে।

# অধিকাৰী কৃষ্ণকান্ত

ছয়গাওঁ অঞ্চলৰ কৈমাৰি গাৱঁৰ কৃষ্ণকান্ত অধিকাৰীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে সভা-শোভাযাত্ৰাত যোগ দি, ভাং, কানিৰ দোকানত পিকেটিং কৰি সক্ৰিয় অংশগ্ৰহণ কৰিছিল। অৱশ্যে তেওঁৰ গ্ৰেপ্তাৰ বা কাৰাবাস সম্পৰ্কে কোনো তথ্য পোৱা নগ'ল।

---

*যো যো যাং যাং ভক্তঃ শ্ৰদ্ধয়ৰ্চ্চিতুমিচ্ছতি।*
*তস্য তস্যাচলাং শ্ৰদ্ধাং তামেব বিদধাম্যহম।।*

—শ্ৰীমদ্ভাগবদগীতা

---

# আগৰৱালা মুক্তাপ্ৰভা

গুৱাহাটীৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ পত্নী মুক্তাপ্ৰভা আগৰৱালাই কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে কটন কলেজত পিকেটিং কৰা প্ৰথমটো ছাত্ৰ-ছাত্ৰীৰ দলৰ সদস্য আছিল।

# আলী আহমেদ ফখৰুদ্দিন



**জন্ম ঃ ১৩ মে' ১৯০৫ চন**

১৯৩৬ চনৰ নিৰ্বাচনত অসম বিধানসভালৈ আলি আহমেদ নিৰ্বাচিত হ'ল। ১৯৩৮ চনত গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত সংযুক্ত চৰকাৰত তেখেতে বিত্ত আৰু ৰাজহমন্ত্ৰী হিচাপে যোগদান কৰে। কিন্তু ইংৰাজৰ যুদ্ধৰ বিৰুদ্ধে ১৯৩৯ চনত বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰাৰ পিছত আলি আহমেদে সত্যাগ্ৰহ আন্দোলনত অংশগ্ৰহণ কৰিলে আৰু ১৪-১২-৪০ তাৰিখে ঘগ্ৰাপাৰত সত্যাগ্ৰহ কৰাৰ কাৰণে বিচাৰত তেওঁ এবছৰৰ কাৰাদণ্ড ভোগ কৰে।

১৯৪২ চনৰ ৯ আগষ্টত ভাৰত-ত্যাগ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে তেওঁ গুৱাহাটীত গ্ৰেপ্তাৰ হ'ল আৰু নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী কাৰাগাৰত এমাহ ৰখাৰ পিছত তেওঁক যোৰহাট কাৰাগাৰলৈ বদলি কৰি নিয়ে। তাৰ পিছত যোৰহাটৰ পৰা ৫-১২-৪৩ তাৰিখে তেজপুৰ কাৰাগাৰলৈ বদলি কৰি নি দুবছৰৰ পিছত মুক্তি দান কৰে।

স্বাধীনতাৰ পিছত অসমত কেইবা বছৰো মন্ত্ৰী হৈ থকাৰ পিছত তেওঁ কেন্দ্ৰীয় মন্ত্ৰী হয়। মন্ত্ৰীসভাৰো শেষত আলি আহমদে ভাৰতৰ ৰাষ্ট্ৰপতিৰ পদ অলংকৃত কৰে।

# আহমেদ মহঃ মহিবুদ্দিন

মহম্মদ আলি আৰু চৌকত আলিৰ নেতৃত্বত ১৯২০ চনত আৰম্ভ হোৱা খিলাফত আন্দোলনৰ লগতে ১৯২১ চনত গান্ধীজীৰ নেতৃত্বত আৰম্ভ হোৱা অসহযোগ আন্দোলনত অসমৰ বহুসংখ্যক মুছলমান সম্প্ৰদায়ৰ লোকে অংশগ্ৰহণ কৰি বিদেশী চৰকাৰৰ নিৰ্য্যাতন ভোগ কৰিছিল। গুৱাহাটী মাছখোৱাৰ মহিবুদ্দিন আহমদেও সোণাৰাম হাইস্কুলৰ শিক্ষকৰ চাকৰি ত্যাগ

কৰি আন্দোলনত নামি পৰিল। আন্দোলন শক্তিশালী কৰিবলৈ স্বেচ্ছাসেৱকৰ আৱশ্যকতাৰ কথা উপলব্ধি কৰি আহমেদে কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনী গঠনত আগভাগ লৈছিল।

মহিবুদ্দিন আহমেদৰ চৰকাৰ বিৰোধী কাৰ্য্যকলাপত সন্ত্ৰস্ত হৈ গুৱাহাটীৰ পুলিচে ৩-১-১৯২২ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ আগত থিয় কৰালে। আহমেদৰ উত্তৰত সন্তুষ্ট নহৈ বিচাৰকে ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

দুদিনমান গুৱাহাটী জে'লত থকাৰ পিছত তেওঁক শিলচৰ জে'ললৈ বদলি কৰি পঠালে। জে'লৰ ম্যাদ সম্পূৰ্ণ হোৱাৰ পিছত তেওঁ খালাচ হ'ল।

আন্দোলনৰ পিছৰ পৰ্য্যায়ত আহমেদ সক্ৰিয়ভাৱে সামাজিক কামতে আত্মনিয়োগ কৰি পিছত লোকেল ব'ৰ্ডৰ আৰু মিউনিচিপেল ব'ৰ্ডৰ সদস্য হিচাপেও নিৰ্বাচিত হৈ কাৰ্য্যনিৰ্বাহ কৰিছিল।

# আহমেদ মহঃ পামুদ্দিন

মহম্মদ পামুদ্দিন আহমেদে (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি চৰকাৰবিৰোধী স্থিতি গ্ৰহণ কৰাত পুলিচে ১৯২২ চনত গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰকে চাৰি মাহৰ সশ্ৰম কাৰদণ্ড বিহিলে।

# আহমেদ তাহাৰুদ্দিন

মান্দাকাটাৰ তাহাৰুদ্দিনে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি চৰকাৰৰ লগত অসহযোগৰ কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ১৯২১ চনত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিলে। কিন্তু এই সাহসী যুৱকজনে আকৌ তেনে কাৰ্য্যত পুৰ্ণোদ্যমে লগাত দ্বিতীয়বাৰ তেওঁক গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত তেওঁৰ তিনি মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

# আহমেদ আকিমুদ্দিন

মহম্মদ আকিমুদ্দিন আহমেদে (ঠিকনা পোৱা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ অপৰাধত ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত ১৯২২ চনত তিনিমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

# আহমেদ মহঃ বছুৰুদ্দিন

বকো অঞ্চলৰ পানাৰি গাৱঁৰ বছুৰুদ্দিন আহমেদে খিলাফট আৰু অসহযোগ আন্দোলনৰ আহ্বানত উদ্বুদ্ধ হৈ চৰকাৰী মণ্ডল চাকৰিৰ পৰা পদত্যাগ কৰি ১৯২১ চনত আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণত অংশ লোৱাৰ অপৰাধত ১৯২২ চনত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰিলে আৰু বিচাৰত কাৰাদণ্ডও বিহিলে। কিন্তু কিমান দিনৰ কাৰাদণ্ড বিহিলে সেই কথা বিচাৰি পোৱা নগ'ল।

# আহমেদ গিয়াচুদ্দিন

বামুন্দী অঞ্চলৰ গিয়াচুদ্দিন আহমেদে ১৯২১ চনত অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি চৰকাৰ বিৰোধী প্ৰচাৰ কাৰ্য্য চলাই ফুৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰাৰ তথ্য পোৱা নগ'ল।

# আলি ইকিমছা

বাঘমৰা গাৱঁত ১৮৭২ চনৰ ১৫ মাৰ্চ তাৰিখে ইকিমছা আলিৰ জন্ম হয়। উক্ত গাওঁখন ১৮৯৭ চনৰ বৰভূঁইকঁপত তললৈ বহি যোৱাত গাৱঁৰ মানুহবোৰক বকো মৌজাৰ এটা ৰিজাৰ্ভত বহুৱালে।

ইকিমছা আলিয়ে ছয়গাওঁ এম. ভি. স্কুলৰ পৰা শিক্ষা সাং কৰি প্ৰাইমেৰী স্কুলৰ শিক্ষকতা কৰে আৰু পণ্ডিত নামেৰে গোটেই অঞ্চলত জনাজাত হয়।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত কংগ্ৰেছৰ সভা-সমিতিত যোগ দিয়াৰ অপৰাধত তেওঁ তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে আৰু শিক্ষকৰ চাকৰিও হেৰুৱালে। জে'লৰ পৰা ওলাই পিছপৰা অঞ্চলত গঠনমূলক কাম কৰি জনপ্ৰিয় হৈ পৰিল।

পণ্ডিত ইকিমছা আলি বৃদ্ধ কাললৈকে ৰাজনৈতিক আৰু সামাজিক কামত ব্যস্ত হৈ আছিল। এইজন দেশপ্ৰেমিক ৯৮ বছৰ বয়সত ১৯৭০ চনৰ নৱেম্বৰ মাহৰ ২১ তাৰিখে নশ্বৰ দেহ ত্যাগ কৰিলে।

# আলী মহম্মদ ৰাজেদ

গুৱাহাটীৰ ফাঁচী বজাৰৰ ৰাজেদ আলী চাহেব ১৯২০ চনত অসমত গঠন হোৱা খিলাফট কমিটিৰ সদস্য পদ গ্ৰহণ কৰে আৰু ১৯২১ চনৰ অসহযোগ আন্দোলনতো তেওঁ সক্ৰিয় অংশগ্ৰহণ কৰিছিল। ১৯৩০-৩১ চনৰ আইন

অমান্য আন্দোলনৰ সময়লৈকে ৰাজেদ আলী ৰাজনীতিত সক্ৰিয় হৈ আছিল। পিছত তেওঁ ওকালতিৰ উপৰি আইন কলেজত অধ্যাপনাও কৰিছিল।

## আলী গফুৰ

বকো অঞ্চলৰ পায়ৰঙ্গা গাৱঁৰ গফুৰ আলী অসহযোগ আন্দোলনৰ সময়ত দেশপ্ৰেমত উদ্বুদ্ধ হৈ বন বিভাগৰ চৰকাৰী চাকৰিৰ পৰা ইস্তফা দি আন্দোলনত যোগ দিলে। কিন্তু তেওঁৰ নিৰ্য্যাতন অথবা পিছৰ জীৱনৰ একো তথ্য পোৱা নগ'ল।

## আলী মেহেৰ

১৯২১ চনৰ অসহযোগ আন্দোলনত হেলেছাৰ মেহেৰ আলীয়ে কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে চৰকাৰবিৰোধী বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰি থকাৰ সময়তে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ১৯-১-১৯২২ তাৰিখে বিচাৰত তেওঁৰ ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। ম্যাদ অন্ত হোৱাত কাৰাগাৰৰ পৰা মুক্তি লাভ কৰিলে।

## আলী মকবুল

গাৰোগাৱঁৰ মকবুল আলীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি চৰকাৰবিৰোধী প্ৰচাৰ কাৰ্য্য চলোৱাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু ৯-১-১৯২২ তাৰিখে বিচাৰত তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু লগতে পঞ্চাশ টকা জৰিমনা বিহিলে।

## আলী ইছমাইল

ইছমাইল আলীয়ে (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত আইন ভংগ কৰি শোভাযাত্ৰা উলিওৱাৰ অপৰাধত ৭-১২-২১ তাৰিখে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰিলে। বিচাৰকে দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত ইছমাইলক তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

জে'লৰ পৰা মুক্তি পোৱাৰ পিছৰ ছোৱা জীৱনৰ কোনো তথ্য নাই।

## আলী জামছেদ

কমলপুৰৰ জামছেদ আলীয়ে অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলোৱাৰ অপৰাধত পুলিচে ১৯২২ চনত গ্ৰেপ্তাৰ

কৰি বিচাৰকৰ আগত হাজিৰ কৰালে। বিচাৰত তেওঁৰ কিমান দিনৰ কাৰাদণ্ড হ'ল সেই তথ্য পোৱা নগ'ল।

## আলী চৈয়দ

বকো অঞ্চলৰ খুটাবাৰী গাৱঁৰ মহঃ চৈয়দ আলীয়ে ভাঙৰ দোকানত পিকেটিং কৰি ভাং খোৱা মানুহৰ পৰা জৰিমনা আদায় কৰাৰ অপৰাধত ১৯২২ চনত পুলিচে গ্ৰেপ্তাৰ কৰি, বিচাৰত এমাহৰ কাৰাদণ্ড বিহিলে।

## আলী চেগুন

বকো অঞ্চলৰ চমপৰীয়া গাৱঁৰ চেগুন আলীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত গাৱঁৰ কেইবাজনো ডেকাৰ সহযোগত সভা-সমিতি পাতি আন্দোলনৰ কাৰ্যসূচী প্ৰচাৰ কৰি ফুৰিছিল। আইন ভংগ কৰি খামাৰ গাৱঁত আন এখন সভা পতাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে।

বিচাৰত চেগুন আলীৰ ছয় মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

জে'লৰ পৰা ওলোৱাৰ পিছৰ কাৰ্য্যকলাপৰ বিষয়ে একো তথ্য পোৱা নগ'ল।

## আলী উমৰ

বকো অঞ্চলৰ গন্ধমৌ গাৱঁৰ উমৰ আলীয়ে ১৯২১ চনৰ আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি কানি আৰু ভাঙৰ দোকানত পিকেটিং কৰাৰ অপৰাধত বকো থানাৰ পুলিচৰ হাতত নিৰ্যাতিত হৈছিল।

## আলী ইয়াচিন

গুৱাহাটীৰ মাছখোৱাৰ ইয়াচিন আলীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে ভাং, কানি, মদৰ দোকানত পিকেটিং কৰি পুলিচৰ হাতত মাৰ-কিল খাইছিল।

## আলী মুন্সী মহবত

বামুন্দীৰ মুন্সী মহবত আলীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰিছিল। তেওঁৰ জে'ল, জৰিমনা সম্পৰ্কে তথ্য পোৱা নগ'ল।

## আলী মুন্সী বছিৰ

বামুন্দিৰ মুন্সী বছিৰ আলীয়ে অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰিছিল। এওঁ বামুন্দী কংগ্ৰেছৰ কমিটিৰ সহকাৰী সম্পাদকৰ দায়িত্বও বহন কৰিছিল।

## আলী শ্বেখ ওমৰ পণ্ডিত

কমলপুৰ থানাৰ তিতাকুছি গাৱঁৰ শ্বেখ ওমৰ আলী পণ্ডিতে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে চৰকাৰবিৰোধী কাৰ্য্যত লিপ্ত আছিল। কিন্তু সবিশেষ তথ্য পোৱা নগ'ল।

## ইছলাম তাজুল

ৰঙিয়া পুলিচ থানাৰ অন্তৰ্গত উদীয়ানা গাৱঁৰ তমজেৰ আলীৰ পুত্ৰ তাজুল ইছলামে স্কুলত পঢ়ি থকা অৱস্থাতে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি ভিতৰুৱা অঞ্চলত প্ৰচাৰ কাৰ্য চলাই আছিল। ফলত তাজুল ইছলামে দুটাকৈ শিক্ষা বৰ্ষ হেৰুৱালে।

---

***'Corruption' now is so widespread that it looms as the only thrieving national industry of late, everybody talks of corruption, of corruption in high and low places alike of this bubonic plague that eats into the vitals of on individul, group and national well-being. ''Corruption' means decay, decomposition, death and can also mean a situation inviting decay, decomposition and death.***

**–Sri Aurovinda**

## উজীৰ দেৱেন্দ্ৰনাথ

**জন্ম ১৮৯৬ চন।**

১৯২১ চনৰ অসহযোগ আন্দোলনত বৰপেটাৰ প্ৰয়াত অভয় চৰণ উজীৰৰ পুত্ৰ দেৱেন্দ্ৰনাথ উজীৰে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই ওকালতি ত্যাগ কৰি অসহযোগৰ প্ৰচাৰ কাৰ্য্যত নামি পৰিল আৰু বিভিন্ন কাৰ্যসূচী ৰূপায়ণত অংশগ্ৰহণ কৰাৰ কাৰণে ৭-১২-১৯২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে।

বিচাৰত এটা অভিযোগত ২৯-১২-২১ তাৰিখে দুমাহৰ আৰু আন এটা অভিযোগত ৩-১-২২ তাৰিখে এমাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

১৯৩০-৩১ চনতো উজীৰে ওকালতি বৰ্জন কৰি জাতীয় বিদ্যালয় প্ৰতিষ্ঠাৰ কামত আগভাগ লৈছিল।

উজীৰৰ ১৯৮৩ চনৰ ১৮ ডিচেম্বৰত পৰলোক প্ৰাপ্তি ঘটে।

## উপাধ্যায় শশীদেৱ

ননৰাৰ শশীদেৱ উপাধ্যায়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি গাৱেঁ-ভূঞে 'No Tax, No bid' প্ৰচাৰ চলাই ফুৰাত তেওঁৰ বিৰুদ্ধে পুলিচে ১০৭-ধাৰাৰ অধীনত গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰিলে। অৱশ্যে তেওঁৰ গ্ৰেপ্তাৰ বা কাৰাবাস সম্পৰ্কে কোনো তথ্য পোৱা নগ'ল।

---

*ওঁ পূৰ্ণমদঃ পূৰ্ণমিদং পূৰ্ণাৎ পূৰ্ণমুদচ্যতে।*
*পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেবাশিষ্যতে।।*
*ওঁ শান্তিঃ শান্তিঃ শান্তিঃ*

**—বৃহদাৰণ্যক উপনিষদ**

***ব্ৰহ্ম-জগতৰ অতীত আৰু জগদব্যাপী; জগতৰ কোনো জন্ম বা সৃষ্টিয়ে ব্ৰহ্মৰ একত্বৰ বা পূৰ্ণত্বৰ কোনো পৰিৱৰ্তন নঘটায়।***

---

# ওজা বিশ্বনাথ



**পিতা ঃ স্বৰ্গীয় কালীকান্ত ওজা, জন্ম ঃ বৰপেটাৰ দলাহাটীত**

**বৰ্তমানৰ ঠিকনা ঃ সৰুমটৰীয়া, গুৱাহাটী**

১৯৪২ চনত বৰপেটা চৰকাৰী হাইস্কুলৰ ছাত্ৰ বিশ্বনাথ ওজা আছিল সেই স্কুলৰে ছাত্ৰ সভাৰ সম্পাদক আৰু ভাৰত ত্যাগ আন্দোলনৰ কাৰণে গঠিত ছাত্ৰৰ 'কাউন্সিল অৱ এক্চন'ৰ উপ-সভাপতি। দেশৰ নেতৃবৃন্দৰ লগতে ৰাজ্যৰ নেতৃবৃন্দক ব্ৰিটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰাৰ পিছত ছাত্ৰসকলে বিভিন্ন ঠাইত সভা, শোভাযাত্ৰা আদি অনুষ্ঠিত কৰিলে। এই সময়তে পুলিচে ছাত্ৰ নেতাসকলৰ বিৰুদ্ধে গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰিলে। এনে ব্যৱস্থাই ছাত্ৰসকলৰ সংগঠনৰ বিষয়ববীয়াসকলক সক্ৰিয় কৰি তোলাত স্বৰ্গীয় বিশ্বনাথ ওজায়ো আত্মগোপন কৰি কৰ্মত ব্ৰতী হ'ল।

আত্মগোপনৰ কালছোৱাত যুদ্ধৰ সৈন্যবাহিনীক খাদ্য-সামগ্ৰীকে ধৰি অন্যান্য সামগ্ৰীৰ যোগান ব্যাহত কৰিবলৈ ধৰাৰ উপৰি জনগণক দেশ মাতৃকাৰ উদ্ধাৰৰ কাৰণে উদ্বুদ্ধ কৰাৰ কামতো ব্যস্ত হৈ পৰিল। বিভিন্ন ক্ৰিয়া-কৰ্মত লাগি থকা বিশ্বনাথ ওজাই ১৯৪৪ চনৰ আগভাগলৈকে আত্মগোপন কৰি আছিল।

ওজাই ১৯৪৫ চনত গঠিত ছাত্ৰ কংগ্ৰেছৰ বৰপেটা জিলাৰ সম্পাদকৰ দায়িত্ব কেইবছৰো বহন কৰিছিল। পিছত প্ৰশাসনীয় সেৱাত চাকৰি কৰি এইজন দেশপ্ৰেমিকে ১৯৯৬ চনৰ ২৬ জুলাই তাৰিখে গুৱাহাটীৰ বাসভৱনতে পৃথিৱীৰ পৰা বিদায় ল'লে।

# ওজা সিদ্ধেশ্বৰ

গুৱালকুছিৰ সিদ্ধেশ্বৰ ওজাই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুলৰ শিক্ষা ত্যাগ কৰি স্বেচ্ছাসেৱক বাহিনীত যোগ দিয়ে আৰু ৰঙিয়াৰ কানিৰ দোকানত পিকেটিং কৰাৰ বাবদ পুলিচে গ্ৰেপ্তাৰ কৰি নিৰ্য্যাতন চলাই জে'ল-হাজোতলৈ প্ৰেৰণ কৰে।

বিচাৰত তেওঁ এমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

---

***ন হি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে***

**—শ্ৰীমদ্ভাগৱদগীতা**

---

# কলিতা নবীন চন্দ্র



**পিতা ঃ সোণাৰাম, চামৰিয়া সত্ৰ, বকো**

১৯১০ চনৰ এক জুলাই তাৰিখে ছমৰীয়া সত্ৰত জন্ম। যোল্ল বছৰ বয়সত পাণ্ডু কংগ্ৰেছত কলিতাই স্বেচ্ছাসেৱক হিচাপে কাম কৰে। ১৯৩০ চনৰ আঠ আগষ্টত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে সোণাৰাম হাইস্কুলৰ শিক্ষা-জীৱন ত্যাগ কৰি প্ৰথমে আৰ্ল ল কলেজৰ সন্মুখত আৰু ফাঁচীবজাৰৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত গ্ৰেপ্তাৰ হৈ পাঁচ মাহৰ কাৰাদণ্ড ভোগ কৰে।

১৯৩১ চনৰ ২১ জানুৱাৰী তাৰিখে ছমৰীয়া সত্ৰত কংগ্ৰেছৰ সভা পতাৰ অপৰাধত দহ দিনৰ কাৰণে জে'লত আৱদ্ধ কৰি ৰাখে। সেই চলতে নগাৱঁত স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ লৈ কামৰূপৰ বিভিন্ন ঠাইত সেৱাদল গঠন কৰি প্ৰশিক্ষণ দিয়ে।

১৯৩২ চনত বিলাতী বস্তু বৰ্জনৰ প্ৰচাৰ পত্ৰ বিলোৱাৰ অপৰাধত ছমাহৰ কাৰাদণ্ড ভোগে। জে'লৰ পৰা ওলায়েই গুৱাহাটীৰ কাছাৰীত ইউনিয়ন জেক নমোৱাৰ চেষ্টা কৰাত ৯ মাহৰ কাৰাদণ্ড ভোগ কৰে। তাৰ আগতে ৰঙিয়াৰ কানি দোকানত পিকেটিং কৰাৰ অপৰাধত তেওঁ ছমাহ কাৰাদণ্ড ভোগ কৰিছিল।

১৯৪০ চনত কেইবাঠাইতো সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত বকোত গ্ৰেপ্তাৰ হৈ ৩-মাহ আৰু ১৯৪৩ চনৰ ২২ জুলাইত দ্বিতীয়বাৰ গ্ৰেপ্তাৰ হৈ এমাহ কাৰাদণ্ড ভোগ কৰিলে।

১৯৩৪ চনত ৱাৰ্ধাত হিন্দী প্ৰশিক্ষণ লৈ জীৱনৰ শেষ বয়সলৈকে তেওঁ ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কামত ব্যস্ত থাকে; লগতে খাদী আৰু সৰ্বোদয়ৰ কামতো আত্মনিয়োগ কৰে।

# কলিতা গোবিন্দ

**পিতৃ ঃ স্বৰ্গীয় আলাহু কলিতা**

**জন্ম ঃ ১৯১৫ চনৰ ১৭ নৱেম্বৰত পলাশবাৰীৰ পাৰ্লি গাৱঁত**

পলাশবাৰী হাইস্কুল আৰু গুৱাহাটীৰ কামৰূপ একাডেমীত শিক্ষা গ্ৰহণ কৰা গোবিন্দ কলিতাৰ ছাত্ৰ-জীৱনৰ পৰাই পৰাধীনতাৰ কবলৰ পৰা মাতৃভূমিক

উদ্ধাৰৰ উদ্দেশ্যে সংগ্ৰামী চৰিত্ৰ এটা গঢ় লৈ উঠিছিল। সেয়েহে দ্বিতীয় মহাসমৰত ব্ৰিটিছক ধন-জন দি সহায় নকৰাৰ উদ্দেশ্যে গান্ধীজীৰ নেতৃত্বত চলা সত্যাগ্ৰহৰ সময়ত বিপ্লৱী কমিউনিষ্টসকলেও যুদ্ধ-বিৰোধী প্ৰচাৰ কাৰ্য্যত নামি পৰিছিল। আৰ চি পি আইৰ প্ৰতিষ্ঠাপক সদস্য হিচাপে গোবিন্দ কলিতায়ো সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো কলিতাই প্ৰথমতে মুকলিকৈ আৰু পিছত পুলিচৰ ধৰ-পাকৰ বৃদ্ধি পোৱাত আত্মগোপন কৰি বিভিন্ন কূটাঘাতমূলক কামৰ কাৰ্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ৯-১-১৯৪৩ তাৰিখে ভাৰত প্ৰতিৰক্ষা-আইনৰ ১২৯ধাৰাত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ ২৬(১) (খ) ধাৰাত নিৰাপত্তা বন্দী হিচাপে জে'লত আৱদ্ধ কৰি ৰাখিলে। তাৰ পিছত বছৰে বছৰে পুনৰীক্ষণ কৰি ৮-৬-৪৫ তাৰিখলৈকে তেওঁক কাৰাবাসত ৰাখিলে।

স্বাধীনতাৰ পিছত বিপ্লৱী কমিউনিষ্ট হিচাপে কৃষক আন্দোলন পৰিচালনা কৰি আকৌ বহুদিন কাৰাবাস খাটিব লগা হ'ল। এইবাৰ জে'লৰ পৰা ওলোৱাৰ পিছত তেওঁ গঠনমূলক আৰু সামাজিক কামত ব্ৰতী হ'ল। এবাৰ বিৰোধী দলৰ পৰা বিধায়কো নিৰ্বাচিত হ'ল।

কলিতা বৰ্তমান গুৱাহাটী কালাপাহাৰৰ বাসিন্দা।

# কলিতা ধনসিং

**পিতা ঃ মালী কলিতা, ছয়গাওঁ**

১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত যোগদান কৰাৰ অপৰাধত পুলিচে ধনসিং কলিতাক গ্ৰেপ্তাৰ কৰিছিল। আকৌ ১৯৪৩ চনৰ ৯ আগষ্ট তাৰিখে পুনা যাত্ৰা কৰাৰ অপৰাধত তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল আৰু সেই চনৰ ২৩ ছেপ্টেম্বৰ তাৰিখে বিচাৰ কৰি ধনসিং কলিতাক ৯ মাহ সশ্ৰম কাৰাদণ্ড বিহিলে।

কাৰাদণ্ড ভোগ কৰি তেওঁ ১৯৪৪ চনৰ ২৯ মে' তাৰিখে মুক্তি লাভ কৰিলে।

# কলিতা অৰুণি

**ৰামপুৰ, কামৰূপ**

১৯২১ চনৰ 'অসহযোগ আন্দোলন'ৰ অৰুণি কলিতা এগৰাকী সক্ৰিয় কৰ্মী আছিল। তেওঁৰ সক্ৰিয়তাত গাৱেঁ-ভূঞে ইংৰাজ চৰকাৰৰ বিৰুদ্ধে তুমুলভাৱে আন্দোলন গঢ়ি উঠিছিল।

# কলিতা বন্তিৰাম

**বংগৰা, পলাশবাৰী**

১৯৪২ চনৰ 'ভাৰত-ত্যাগ আন্দোলন'ৰ এগৰাকী সক্ৰিয় কৰ্মী বন্তিৰাম কলিতাই ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে জনগণক উদ্বুদ্ধ কৰিছিল। তেওঁ খাদী প্ৰচলনতো বিশেষ গুৰুত্ব দিছিল।

# কলিতা গৰ্গৰাম



**পিতা ঃ হৰিচৰণ কলিতা**

**জন্ম ঃ ১৯২৯ চনৰ ৯ জুন (জন্মস্থান- তৰণী, ৰঙিয়া)**

**ঠিকনা ঃ গাওঁ তৰণী, পাঃ তৰণী, ৰঙিয়া-৭৮১৩৫৪, কামৰূপ**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন ছাত্ৰাৱস্থাতে যোগদান কৰি শ্ৰীকামিনী মোহন শৰ্মাৰ নেতৃত্বত কৰ্মত ব্ৰতী হয় শ্ৰীগৰ্গৰাম কলিতাই। তেতিয়া তেওঁ ৰঙিয়া হাইস্কুলৰ পঞ্চমমান শ্ৰেণীৰ ছাত্ৰ। স্বেচ্ছাসেৱক হিচাপে যোগদান কৰি স্থানীয় লোকৰ সহায়ত এটা শিবিৰ নিৰ্মাণ কৰাৰ পিছত তেখেতৰ পিতৃয়ে এইজন পুত্ৰক দেশ-মাতৃকৰ সেৱালৈ উছৰ্গা কৰিছিল। পিতৃৰ এনেহেন কৰ্মত দুগুণ উৎসাহিত হৈ তেখেতে ইতিমধ্যে নিৰ্মাণ কৰি উলিওৱা শিবিৰত থাকি আন্দোলনৰ কৰ্মৰ গধুৰ দায়িত্ব বহন কৰি ভাৰত-মাতাৰ মুক্তিত অৰিহণা আগবঢ়াইছিল।

দেশমুক্তিৰ পিছতো শ্ৰীকলিতাই গান্ধীজীৰ আদৰ্শৰ পঞ্চায়তীৰাজ স্থাপনৰ কামত নিজকে নিয়োজিত কৰে।

# কলিতা কীৰ্তিচন্দ্ৰ



**পিতৃ ঃ স্বৰ্গীয় হৰিচৰণ কলিতা**

**জন্ম ঃ ১৯২৬ চনৰ ৫ আগষ্ট, তৰণীগাওঁ, ৰঙিয়া**

সৰুৰে পৰা কংগ্ৰেছ নেতৃবৃন্দ সিদ্ধিনাথ শৰ্মা, লক্ষ্মীধৰ বৰা, গোপীনাথ বৰদলৈ আৰু পিছত শান্তিৰাম লহকৰ, কামিনী মোহন শৰ্মা আদিৰ সান্নিধ্যই কীৰ্তি কলিতাক স্বাধীনতাৰ প্ৰতি উদ্বুদ্ধ কৰি তুলিছিল। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত কলিতাই শান্তি সেনাৰ প্ৰশিক্ষণ লৈ গাঁৱে গাঁৱে সভা-শোভাযাত্ৰা কৰি যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলালে। পুলিচৰ চকুত ধূলি দি সেনা

ছাউনীত ৰচদ-পাতি যোগানত তেওঁ বাধা প্ৰদান কৰিলে। চৰকাৰক কৰ-কাটল, খাজনা আদি নিদিয়াৰ প্ৰচাৰো চলালে। আত্মগোপন কৰি থকাৰ মাজতে পুলিচে ১৯৪৩ চনত কলিতাক গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। জে'লত ৩১-দিন থকাৰ পিছত বিচাৰত তেওঁৰ খালাচ হ'ল।

দেশে স্বাধীনতা লাভ কৰাৰ পিছত কলিতাই খাদী প্ৰচলন আৰু আন গঠনমূলক কামত ব্যস্ত হৈ আছে। লগতে মুক্তি যুঁজাৰু সন্মিলনৰ লগত তেওঁ ওতপ্ৰোতভাৱে জড়িত হৈও আছে।

# কলিতা মুকুন্দৰাম

১৯৩০ চনত পলাশবাৰীত গাঞ্জাৰ দোকান আৰু গুৱাহাটীত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিয়ে।

# কলিতা মহেন্দ্ৰ

**পিতা : লক্ষ্মী বৰঠাকুৰীয়া**

১৯৩২ চনত মহেন্দ্ৰ কলিতাই দেশৰ কাৰণে স্বাধীনতাৰ আন্দোলনত সক্ৰিয় ভূমিকা লৈ পুলিচৰ হাতত গ্ৰেপ্তাৰ হয়। বিচাৰত তেওঁক অপৰাধী ঘোষণা কৰি তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহে।

# কলিতা নন্দৰাম

**বৰতাৰি, পলাশবাৰী**

১৯৩০ চনত পলাশবাৰীত ধৰ্মঘট কৰাৰ অপৰাধত পুলিচে নন্দৰাম কলিতাক গ্ৰেপ্তাৰ কৰে। বিচাৰত তেওঁৰ দুমাহৰ সশ্ৰম কাৰাদণ্ড হয়। তেওঁ ১৯৩০ চনৰ ১৫ ছেপ্টেম্বৰৰ পৰা কাৰাবাস খাটে।

# কলিতা পানীৰাম

১৯৩০ চনত পানীৰাম কলিতাই দেশৰ স্বাধীনতাৰ আন্দোলনত সক্ৰিয় ভূমিকা লোৱাৰ অপৰাধত ডিচেম্বৰ মাহৰ ৩০ তাৰিখে কুকুৰমাৰাত পুলিচে গ্ৰেপ্তাৰ কৰে। তেওঁৰ শাস্তি সম্পৰ্কে জনা নগ'ল।

# কলিতা পদ্মৰাম

**সত্ৰাপাৰা, নহিৰা, পলাশবাৰী**

১৯৩১ চনত স্বাধীনতা আন্দোলনত সক্ৰিয় ভূমিকা লোৱা পদ্মৰাম কলিতাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো অংশগ্ৰহণ কৰে। তেওঁক পুলিচে

গ্ৰেপ্তাৰ কৰি মুকলি কৰি দিছিল যদিও পুলিচৰ হাতত অশেষ নিৰ্য্যাতন ভোগ কৰে।

# কলিতা (কৈৱৰ্ত) ৰাজধৰ

**আমতোলা, ৰামপুৰ**

১৯৩০ চনত ৰাজধৰ কলিতা (কৈৱৰ্ত)ই আইন অমান্য আন্দোলনত যোগদান কৰি পলাশবাৰীৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ তিনি মাহ কাৰাদণ্ড হ'ল। তাৰ পিছত পুনৰ পলাশবাৰীত পিকেটিং কৰোঁতে তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত আকৌ তিনি মাহ কাৰাদণ্ড হ'ল।

# কলিতা ৰাজেন্দ্ৰনাথ

**হাজো**

হাজোৰ ৰাজেন্দ্ৰনাথ কলিতাই ১৯৪২ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ত স্বেচ্ছা সেৱকৰূপে যোগদান কৰি ব্ৰিটিছৰ বিৰুদ্ধে সংগ্ৰামত ৰত থকা অৱস্থাতে পুলিচে তেওঁক ১৯৪২ চনৰ এক অক্টোবৰ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ নং ধাৰাত বিচাৰ কৰি ১৯৪২ চনৰ ডিচেম্বৰ মাহৰ ১৭ তাৰিখে মুকলি কৰি দিয়ে। ফলত তেওঁ দুমাহ সোতৰ দিন বিনা-বিচাৰে জে'লত থাকিব লগা হ'ল।

# কলিতা ৰামোৰাম

**কৰৰা, কামৰূপ**

কৰৰাৰ ৰামোৰাম কলিতাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি গাৱেঁ-ভূঞে আন্দোলনৰ কাৰ্য্যসূচী ৰূপদান কৰি থকা অৱস্থাতে ১৯৪২ চনৰ ২৭ অক্টোবৰ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে। কিন্তু ভাৰতীয় দণ্ডবিধিৰ ৩৯৫ নং ধাৰাত বিচাৰ হোৱাত তেওঁ মুক্তি লাভ কৰে।

# কলিতা ৰজনীকান্ত

**শুৱালকুছি**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত জপিয়াই পৰা শুৱালকুছিৰ ৰজনীকান্ত কলিতাই 'পুনা-যাত্ৰা' কাৰ্যসূচীত যোগদান কৰোতে ১৯৪৩ চনৰ ৯ আগষ্ট তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁ তিনি মাহ সশ্ৰম

কাৰাদণ্ড ভোগ কৰি অক্টোবৰ মাহৰ শেষ সপ্তাহত কাৰাবাসৰ পৰা মুক্তি লাভ কৰিলে।

## কলিতা ৰত্নেশ্বৰ (ৰনাম ৰত্নধৰ)

**পিতা ঃ ভকতৰাম**

**ৰামপুৰ, পলাশবাৰী**

১৯৩০ চনৰ ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰা ৰামপুৰৰ ৰত্নেশ্বৰ কলিতাক ধৰ্মঘট কৰাৰ অপৰাধত পুলিচে ১৯৩০ চনৰ সাত ছেপ্টেম্বৰ তাৰিখে গ্ৰেপ্তাৰ কৰিলে আৰু ৯ ছেপ্টেম্বৰ তাৰিখে হোৱা বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## কলিতা ৰামসিং

**বৰতাৰি**

১৯৩০ চনত 'কাৰ্নিংহাম চাৰ্কুলাৰ'ৰ বিৰুদ্ধে থিয় দি বিদ্যালয় ত্যাগ কৰি 'আইন অমান্য আন্দোলন'ত অংশগ্ৰহণ কৰা ৰামসিং কলিতাই ১৯৩০ চনৰ ১৯ আগষ্ট তাৰিখে গুৱাহাটীৰ ফাঁচীবজাৰত পিকেটিং কৰি থাকোঁতে পুলিচে গ্ৰেপ্তাৰ কৰিলে।

বিচাৰত তেওঁৰ তিনি মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

## কলিতা সত্যমল

**মুক্তাপুৰ, কামৰূপ**

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰা মুক্তাপুৰৰ সত্যমল কলিতাক ২৪-২-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ কাৰাদণ্ড হ'ল। কাৰাদণ্ডৰ বিপৰীতে কৰা আপীলত তেওঁৰ কাৰাবাসৰ কাল কমাই ২৫-১২-৪৩ তাৰিখে দিয়া হুকুম অনুসৰি কাৰাবাসৰ কাল তিনি মাহলৈ পৰিবৰ্তন কৰিলে।

কাৰাবাসৰ পৰা তেওঁ ১৪-৩-৪৪ তাৰিখে মুক্তি লাভ কৰে।

## কলিতা সূৰ্য্যমল

**বঙালগাওঁ, কামৰূপ**

বঙালগাৱঁৰ সূৰ্য্যমল কলিতাই ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত অঞ্চলটোত স্বেচ্ছাসেৱক বাহিনীৰ নেতৃত্ব দি পুলিচৰ হাতত গ্ৰেপ্তাৰ হয়। তেওঁক ভাৰতীয় দণ্ডবিধি আইনৰ ১৪৭, ২২৬, ৩৪ ধাৰাত বিচাৰ কৰি কঠোৰ

দণ্ড বিহে যদিও ২৩-৮-৪৩ তাৰিখে কৰা আৱেদন অনুসৰি তিনি মাহলৈ কাৰাদণ্ডৰ হ্ৰাস কৰে।

তেওঁ ১৯৪৩ চনৰ ২৩ ছেপ্টেম্বৰত কাৰামুক্ত হয়।

# কলিতা সদোৰাম

**বিহদিয়া, ছয়গাওঁ**

সদোৰাম কলিতাই ১৯৪২ চনত কূটাঘাতমূলক কামত আত্মনিয়োগ কৰিছিল। তেওঁ বিজুলী সংযোগ তাঁৰ কটাৰ অপৰাধত গ্ৰেপ্তাৰ হয় যদিও সাক্ষীৰ অভাৱত তেওঁক মুকলি কৰি দিয়া হয়।

# কলিতা উমাকান্ত

**শুৱালকুছি**

শুৱালকুছিৰ উমাকান্ত কলিতাই ১৯২১ চনত 'অসহযোগ আন্দোলন'ত জপিয়াই পৰি বিশেষকৈ সংগঠন আৰু প্ৰচাৰ কাৰ্য্যত লিপ্ত হয়। তেওঁ বিদ্যালয়ৰ শিক্ষা ত্যাগ কৰি আন্দোলনত নমাৰ অপৰাধত তিনি মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

# কলিতা সুনন্দ

**ৰঙিয়া**

ৰঙিয়াৰ সুনন্দ কলিতাই ১৯২১ চনত বিদ্যালয় বৰ্জন কৰি 'অসহযোগ আন্দোলন'ত নামি প্ৰথমতে সাংগঠনিক ক্ৰিয়া-কৰ্মত ব্যস্ত থাকি বিভিন্ন স্থানত পিকেটিং কৰিলে। তেওঁৰ সহযোগী দুৰ্গেশ্বৰ বৰুৱা, যজ্ঞেশ্বৰ শৰ্মা আদিৰ লগত পিকেটিং কৰাৰ উপৰিও ৰঙিয়া বজাৰ বন্ধ কৰি দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে।

বিচাৰত তেওঁ তাহাৰুদ্দিন, দুৰ্গেশ্বৰ বৰুৱা আৰু হাফিজুলাৰ লগত একেলগে তিনিমাহ কাল সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

# কলিতা বাহাদুৰ

**ছমৰীয়া সত্ৰ**

দক্ষিণপাৰৰ ছমৰীয়া অঞ্চলত এটা শক্তিশালী আন্দোলন গঢ়ি তোলাসকলৰ ভিতৰতে আছিল বাহাদুৰ কলিতা। তেওঁ অঞ্চলটোত কেইবাখনো সভা সংগঠন কৰি থাকোঁতে পুলিচে গ্ৰেপ্তাৰ কৰিলে। পিছত অৱশ্যে পুলিচে তেওঁৰ বিৰুদ্ধে গোচৰ প্ৰত্যাহাৰ কৰি ১৯৩১ চনৰ এক জানুৱাৰী তাৰিখে মুক্তি দিয়ে।

# কলিতা ভোলানাথ

**ৰামদিয়া**

ৰামদিয়াৰ ভোলানাথ কলিতা আছিল এজন স্বেচ্ছাসেৱক। অহিংসা বিপ্লৱত বিশ্বাসী ভোলানাথে কূটাঘাতমূলক কামত লিপ্ত বুলি ১৯৩৯ চনত পুলিচে তেওঁৰ ওপৰত অপৰাধ আৰোপ কৰিলে।

১৯২১ চনৰ 'অসহযোগ আন্দোলন'ৰ সক্ৰিয় কৰ্মী ভোলানাথ কলিতাক ১৯৩০ চনত পলাশবাৰীৰ এখন মদৰ দোকানত পিকেটিং কৰি থকা অৱস্থাত পুলিচে এক অক্টোবৰ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁক দুমাহ সশ্ৰম কাৰাদণ্ড বিহিলে।

# কলিতা মহিম

দক্ষিণ শিংৰা গাৱঁৰ মহিম কলিতাই বিয়াল্লিশৰ গণ আন্দোলনত নিজে অংশগ্ৰহণ কৰাৰ উপৰি আত্মগোপনকাৰী মুক্তি-সংগ্ৰামীসকলক আশ্ৰয় দি সহায়-সহযোগ আগবঢ়াইছিল।

*তলত উল্লেখ কৰা বামুন্দীবাসী কলিতা উপাধিধাৰী লোকসকলে ১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত সক্ৰিয় ভূমিকা লৈছিল ঃ*

**কলিতা কান্তিৰাম— বামুন্দী**

**কলিতা ৰতিপতি— বামুন্দী**

**কলিতা বিশুক্ৰম— বামুন্দী**

**কলিতা নাথুৰাম— বামুন্দী**

# কলিতা শ্ৰীমতী শামাপুৰীয়া

**স্বামী ঃ ধৰ্মেশ্বৰ ৰাজবংশী**

**বকো বজাৰ**

১৯৩০ চনৰ ভাৰত মুক্তি আন্দোলনত জপিয়াই পৰা মহিলাসকলৰ আন এগৰাকী আছিল বকো বজাৰৰ শামাপুৰীয়া কলিতা। তেওঁ ১৯৩০ চনত কংগ্ৰেছ দলৰ ৰাজপুৰা অধিৱেশনত চন্দ্ৰপ্ৰভা শইকীয়ানিৰ লগত গৈ যোগদান কৰিছিল। তেওঁ কংগ্ৰেছ দলৰ স্বেচ্ছাসেৱিকা হিচাপে আন্দোলনত সক্ৰিয় ভূমিকা পালন কৰিছিল।

# কলিতা পৃথুৰাম

**বকো**

বকোৰ পৃথুৰাম কলিতাই ১৯৩০ চনৰ স্বাধীনতা সংগ্ৰামত স্বেচ্ছাসেৱকৰূপে যোগদান কৰি আন্দোলনক তীব্ৰ কৰি তুলিছিল।

# কলিতা যাত্ৰামল

**বিহদিয়া, কমলপুৰ**

১৯৪৩ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ত বিহদিয়াৰ যাত্ৰামল কলিতাই স্বৰ্গীয় মহেন্দ্ৰ নাথ ডেকাক পুলিচে গ্ৰেপ্তাৰ কৰোঁতে বাধা দিয়াৰ কাৰণে তেওঁকো গ্ৰেপ্তাৰ কৰে ২৪-২-৪৩ তাৰিখে। ১-৩-৪৩ তাৰিখে তেওঁক জামিনত মুক্তি দিলে যদিও পুনৰ তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল।

১৮-১০-৪৩ তাৰিখে বিচাৰ কৰি দোষী পাই শাস্তি বিহিলে যদিও ২৭-১০-৪৩ তাৰিখে তেওঁক জামিনত মুক্তি দিলে। তাৰ পিছত তেওঁৰ আপীলৰ ভিত্তিত ২৩-১২-৪৩ তাৰিখে তেওঁৰ ওপৰত থকা অভিযোগ উঠাই লৈ মুক্তি দিলে।

# কলিতা ৰামোৰাম

**ননৰা, কমলপুৰ**

ৰামোৰাম কলিতাই ১৯৪২ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ত সক্ৰিয় ভূমিকা লোৱাৰ অপৰাধত তেওঁক পুলিচে ২৮-১০-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি দণ্ডবিধি আইনৰ ৩৯২/৩৯৫ ধাৰা অনুসৰি বিচাৰ কৰিলে। বিচাৰকে তেওঁৰ ওপৰত অনা অভিযোগৰ প্ৰমাণ নাপাই ৰামোৰাম কলিতাক ২৬-১১-১৯৪২ তাৰিখে মুক্তি দিয়ে।

# কলিতা বংশীধৰ

**শুৱালকুছি, কামৰূপ**

বংশীধৰ কলিতাই ১৯৪১ চনৰ ২০ ফেব্ৰুৱাৰী আৰু এক মাৰ্চ তাৰিখে দুবাৰ সত্যাগ্ৰহ কৰিয়েই আত্মগোপন কৰি ব্ৰিটিছ শক্তিৰ বিৰুদ্ধে সংগঠনত ব্যস্ত হৈ পৰিল। এবছৰমান কাল গুপ্ত বাসত থাকি অঞ্চলটোৰ বিভিন্ন স্থানত সভা-সমিতি পতা আৰু সংগঠনৰ কামত প্ৰবৃত্ত হৈছিল।

# কলিতা বদন চন্দ্ৰ

**গুৱালকুছি, কামৰূপ**

১৯৪৩ চনত বদন চন্দ্ৰ কলিতাই 'ভাৰত ত্যাগ আন্দোলন'ত জপিয়াই পৰি সেই চনৰ ৯ আগষ্ট তাৰিখে পুলিচৰ হাতত গ্ৰেপ্তাৰবৰণ কৰে আৰু বিচাৰত এদিনৰ কাৰাদণ্ড হয়।

পিছত আকৌ তেওঁক গ্ৰেপ্তাৰ কৰি মুক্তি দিয়ে।

# কলিতা চণ্ডীচৰণ

**লোহাৰঘাট, পলাশবাৰী**

১৯৩০ চনৰ 'আইন অমান্য আন্দোলন'ত সক্ৰিয় অংশগ্ৰহণ কৰা চণ্ডীচৰণ কলিতাই সেই চনৰ ২৮ ছেপ্টেম্বৰত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰিছিল আৰু অন্যান্য কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল। ইয়াৰ পিছৰছোৱা কালত তেওঁৰ আন তথ্য পোৱা নগ'ল।

# কলিতা ৰাজেন্দ্ৰনাথ

**পিতা ঃ স্বৰ্গীয় সাধিৰাম ভকত**

**টকৌবাৰী, গুৱাহাটী**

১৯৩০ চনৰ গণ আন্দোলনত যোগদান কৰি বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাত ১৯৩০ চনৰ ১৩ ছেপ্টেম্বৰ তাৰিখে ফাঁচীবজাৰত তেওঁ গ্ৰেপ্তাৰ হয় আৰু বিচাৰত দুমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। পিছত আকৌ ১৯৩২ চনৰ ১০ এপ্ৰিল তাৰিখে জালিৱানাবাগ হত্যাকাণ্ডৰ বিৰুদ্ধে সংগ্ৰামৰত হৈ পুস্তিকা বিতৰণ কৰা অপৰাধত গ্ৰেপ্তাৰ হয় আৰু ২০ এপ্ৰিল তাৰিখে তেওঁৰ বিচাৰ হয় যদিও বিচাৰৰ সবিশেষ জনা নগ'ল।

# কলিতা ধীৰদত্ত

**পূৰ্ণ খুমদুম**

**পোঃ অঃ লহকৰপাৰা, কামৰূপ**

১৯৪১ চনৰ ফেব্ৰুৱাৰী মাহৰ ২১ তাৰিখে ধীৰদত্ত কলিতাই সত্যাগ্ৰহত অংশগ্ৰহণ কৰিছিল। তাৰ পিছতে তেওঁ শিক্ষকতা ত্যাগ কৰি আত্মগোপন কৰি সক্ৰিয়ভাৱে আন্দোলনত জড়িত হৈ পৰিল।

## কলিতা গংগাচৰণ

**পলাশবাৰী, কামৰূপ**

১৯৩০ চনত দেশৰ মুক্তি সংগ্ৰামত সক্ৰিয়ভাৱে জপিয়াই পৰা গংগাচৰণ কলিতাক ২২ আগষ্ট তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ এমাহৰ সশ্ৰম কাৰদণ্ডৰ হুকুম হ'ল।

## কলিতা নিৰদু

**জিয়াকুৰ, কামৰূপ**

১৯৩০ চন নিৰদু কলিতাই জিয়াকুৰ অঞ্চলত কংগ্ৰেছ কমিটি গঠন প্ৰক্ৰিয়াত নেতৃত্ব দি ভাৰত মাতাৰ মুক্তিৰ কাৰণে অহোপুৰুষাৰ্থ কৰি গ'ল।

## কলিতা গোবিন্দ চন্দ্ৰ

**পিতা ঃ বিয়াৰাম কলিতা**

**পোঃ পানীখাইতী, বণিয়াপাৰা, কামৰূপ**

১৯৪২ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ত জপিয়াই পৰা গোবিন্দ চন্দ্ৰ কলিতাই আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত লিপ্ত থকাৰ মাজতে ৯-৮-৪৩ তাৰিখে পুনা সত্যাগ্ৰহত অংশ ল'বলৈ যোৱাৰ পথত গ্ৰেপ্তাৰ কৰি তিনি মাহ জে'ল-হাজোতত ৰখাৰ পিছত বিচাৰত তেওঁৰ ছয় মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল। মুঠতে কলিতাই প্ৰায় ৯-মাহ কাল জে'লত কাৰাৰুদ্ধ হৈ থাকিব লগা হ'ল।

## কলিতা হৰিচৰণ

**পিতা ঃ মিনাৰাম কলিতা**

**গাওঁ ঃ বাহজানী, বকো**

১৯৪২ চনৰ 'ভাৰত মুক্তি আন্দোলন'ত সক্ৰিয় ভূমিকা পালন কৰা হৰিচৰণ কলিতাই সংগঠনৰ কাম কৰি থকা অৱস্থাতে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিলে ১৯৪৩ চনৰ ১৩ এপ্ৰিল তাৰিখে। ৩০-৮-৪৩ তাৰিখৰ দিনা বিচাৰত তেওঁক তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহিলে। কাৰাগাৰৰ নিৰ্য্যাতন ভুগি কলিতাই ২৯-১১-৪৩ তাৰিখে মুক্তি লাভ কৰে।

## কলিতা ভোগীৰাম

**কুকুনা, কামৰূপ**

১৯৩০ চনত পলাশবাৰীৰ এখন গাঞ্জাৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি এৰি দিলে। ভোগীৰাম কলিতাই জীৱনৰ

বাকীছোৱা কাল ভাৰত-মাতাৰ মুক্তিৰ কাৰণে সংগ্ৰাম কৰি থাকিল।

## কলিতা তৰুণ চন্দ্ৰ

**সদিলাপুৰ, পলাশবাৰী**

১৯৩০ চনৰ 'আইন অমান্য আন্দোলন'ত সক্ৰিয় অংশগ্ৰহণ কৰি সংগঠনৰ কামত অঞ্চলটোত ব্যস্ত থাকিল আৰু বেলিৰাম দাসৰ কাৰাদণ্ডৰ কালছোৱাত তেওঁ সংগঠনৰ মুখ্য ভূমিকাত অৱতীৰ্ণ হ'ল।

## কলিতা ধাতুৰাম

১৯২২ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি ইংৰাজৰ বিৰুদ্ধে সংগ্ৰামত লিপ্ত থকাৰ সময়তে তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(২) ধাৰাত বিচাৰ কৰি ধাতুৰাম কলিতাক এবছৰৰ সাধাৰণ কাৰাদণ্ড বিহিলে।

## কলিতা গজেন্দ্ৰ

**গুৱাহাটী**

১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰি সংগঠনৰ কামত স্বেচ্ছাসেৱকৰূপে কৰ্মত ব্যস্ত থাকোঁতে পুলিচে গজেন্দ্ৰ কলিতাক গ্ৰেপ্তাৰ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰা অনুসৰি বিচাৰ কৰি তেওঁক ২৫ টকা জৰিমনা বিহি মুকলি কৰি দিয়ে।

## কলিতা হৃদয়

**কামৰূপ**

১৯২১ চনত বিদ্যালয়ৰ শিক্ষা বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। আন্দোলনৰ বিভিন্ন কাৰ্যসূচীৰ ৰূপদান কৰি থকা অৱস্থাতে তেওঁক গ্ৰেপ্তাৰ কৰে। ১৯২১-২২ চনৰ ভাৰতীয় দণ্ডবিধিৰ ১৭(১) ধাৰা অনুসৰি কৰা বিচাৰত তেওঁক ৩০ টকা জৰিমনা কৰি মুক্তি দিয়ে।

## কলিতা মায়াৰাম

**কামৰূপ**

১৯২২ চনত মায়াৰাম কলিতাক ভাৰতৰ স্বাধীনতাৰ আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবে ব্ৰিটিছৰ পুলিচে গ্ৰেপ্তাৰ কৰে। বিদেশী বস্ত্ৰ দাহন ক্ৰিয়াতো তেওঁ অংশগ্ৰহণ কৰিছিল।

১৯২১-২২ চনৰ ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰা অনুসৰি বিচাৰ কৰি তেওঁক তিনি মাহ সশ্ৰম কাৰাদণ্ড দিয়ে।

# কলিতা কালিচৰণ

**কামৰূপ**

১৯২২ চনত বিদেশী বস্ত্ৰ, মাদক দ্ৰব্য আদিৰ বিৰুদ্ধে সংগ্ৰামত লিপ্ত হোৱা কালিচৰণ কলিতাক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত দুমাহৰ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা বিহা হয়।

# কলিতা দুতিৰাম

**ৰঙিয়া**

ৰঙিয়াৰ দুতিৰাম কলিতাই ১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত অংশগ্ৰহণ কৰি বিদেশী বস্ত্ৰৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য্য চলাই থাকোঁতে এজন মানুহৰ গাৰ পৰা বিলাতী কাপোৰ এজোৰ খুলি পেলোৱাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি ৩৭/৩৪১ ধাৰাত বিচাৰলৈ পঠালে।

বিচাৰকে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(খ) ধাৰাত বিচাৰ কৰি তেওঁক শাস্তি বিহিলে। শাস্তিৰ সবিশেষ জনা নগ'ল।

# কলিতা মাধৱচন্দ্ৰ

১৯৩২ চনত দেশপ্ৰেমী মাধৱচন্দ্ৰ কলিতাক পুলিচে গ্ৰেপ্তাৰ কৰে। তেওঁৰ অপৰাধ আছিল ব্ৰিটিছৰ পতাকা 'ইউনিয়ন জেক' নমাই তাৰ ঠাইত জাতীয় কংগ্ৰেছৰ পতাকা উত্তোলন কৰা। কলিতাক ভাৰতীয় দণ্ডবিধি আইনৰ ১৪৯ ধাৰা অনুসৰি অভিযুক্ত কৰা হৈছিল।

# কলিতা উপেন্দ্ৰনাথ

**পিতা ঃ বেহুৰাম কলিতা**

**শতম্নপাৰা, কামৰূপ**

১৯৩০ চনৰ 'আইন অমান্য আন্দোলন'ত উপেন্দ্ৰনাথ কলিতাই যোগদান কৰি কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে বকো, ছয়গাওঁ, পলাশবাৰী আদি বজাৰত কংগ্ৰেছ অনুষ্ঠানৰ বাবে পুঁজি সংগ্ৰহ আৰু কংগ্ৰেছৰ প্ৰচাৰ-পত্ৰ বিলাই জনতাক আন্দোলনমুখী কৰিছিল। ১৯৩০ চনৰ ২৪ নৱেম্বৰ তাৰিখে ৰাণীৰ বজাৰত পিকেটিং কৰোঁতে পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিয়ে।

# কলিতা মহেন্দ্ৰনাথ

**পিতা ঃ পুষ্পৰাম কলিতা**

১৯৩২ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে যোগদান কৰে মহেন্দ্ৰনাথ কলিতাই। পুলিচে ১৯৩২ চনৰ ঘোষণা-পত্ৰৰ ৪(৫) ধাৰা অনুসৰি গ্ৰেপ্তাৰ কৰে যদিও তেওঁৰ কম বয়সৰ কাৰণে মুক্তি দিয়ে।

# কলিতা আনন্দি

**ছমৰীয়া, বকো**

১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশ লোৱাৰ বাবে আনন্দিৰাম কলিতাক পুলিচে গ্ৰেপ্তাৰ কৰে। বিচাৰত তেওঁক ২০০ (দুশ) টকা জৰিমনা কৰি দুজন জামিনদাৰ লৈ এবছৰৰ কাৰণে তেওঁক 'নজৰবন্দী' কৰি ৰখা হয়।

# কলিতা কমলা

**ছমৰীয়া, বকো**

ছমৰীয়াৰ কমলা কলিতাক ১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে লোৱা কাৰ্য্যসূচীৰ ৰূপদান কৰি থকা সময়ত গ্ৰেপ্তাৰ কৰি তেওঁৰ পৰা 'প্ৰতিজ্ঞা-পত্ৰ'ত চহী লোৱাৰ উপৰিও দুশ টকা জৰিমনা আৰু দুজন জামিনদাৰ লৈ এবছৰ কাল 'নজৰবন্দী' কৰি ৰাখে।

# কলিতা যজ্ঞেৰাম

**গাওঁ ঃ ত্ৰিলেচন, বকো**

১৯২১ চনত বকোৰ ত্ৰিলেচন গাৱঁৰ যজ্ঞেৰাম কলিতাই চৰকাৰী চাকৰিৰ পৰা পদত্যাগ কৰি অসহযোগ আন্দোলনটোক সক্ৰিয় কৰি তোলাত বিশেষ অৰিহণা যোগায়। ফলত তেওঁ পুলিচৰ হাতত অশেষ নিৰ্য্যাতনৰ সন্মুখীন হ'ল।

# কলিতা হৰেশ্বৰ

**ছমৰীয়া, বকো**

১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰি স্বেচ্ছাসেৱক হিচাপে কাম কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰে। তেওঁক ২০০ (দুশ) টকা জৰিমনা কৰি দুজন জামিনদাৰৰ পৰা প্ৰতিশ্ৰুতি লৈ এবছৰ কাল নজৰ-বন্দী কৰি ৰাখে।

*কলিতা উপাধিৰ এইসকল লোকে নামৰ বিপৰীতে উল্লেখ কৰা বছৰবোৰত দেশৰ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰিছিল ঃ*

## কলিতা পৰশুৰাম

পিতা ঃ সঞ্চিত ৰাম কলিতা

দৈচাপাৰা, পোঃ অঃ বাৰাংহাতি.... ১৯৩২ আৰু ১৯৪২।

## কলিতা বজ্ৰৰাম

পিতা ঃ কালিৰাম কলিতা

দৈচাপাৰা, পোঃ অঃ বাৰাংহাতি.... ১৯৩২ আৰু ১৯৪২

## কলিতা জগত চন্দ্ৰ

পিতা ঃ হংসৰাম

বাৰাংহাতি.... ১৯৪২

## কলিতা বাতিৰাম

পিতা ঃ দেহিৰাম কলিতা

দৈচাপাৰা, বাৰাংহাতি.... ১৯৩২

## কলিতা দুলালচন্দ্ৰ

গাওঁ ঃ গৰমাচুং

বাৰাংহাতি.... ১৯২১

## কলিতা উত্তম চন্দ্ৰ

দৈচাপাৰা, বাৰাংহাতি....

চনটো জনা নাযায়

## কলিতা ধৰ্ম চন্দ্ৰ

গৰমাচুং, বাৰাংহাতি....

চনটো জনা নাযায়

## কলিতা দেৱেন

পিতা ঃ সাধিৰাম আতৈ

টকৌবাৰী, গুৱাহাটী.... ১৯৩০ আৰু ১৯৪২

## কলিতা প্ৰিয়নাথ

পিতা ঃ পোৱাল কলিতা

ফুলবাৰী, গুৱালকুছি.... ১৯৪২

## কলিতা ললিত চন্দ্ৰ

পিতা ঃ ঘুমেতীয়া, দৈচাপাৰা, বাৰাংহাতি....

১৯৩২ আৰু ১৯৪২

## কলিতা চেনিৰাম

পিতা ঃ কেৰমাজু,

তেতেলীয়া, কামৰূপ.... ১৯২১

## কলিতা পূৰ্ণৰাম

পিতা ঃ কুহিৰাম

গাওঁ ঃ দৈচাপাৰা, লহকৰপাৰা.... ১৯৪২

## কলিতা গৌৰীকান্ত

গাওঁ ঃ ত্ৰিলোচন, বকো

বকোৰ গৌৰীকান্ত কলিতাই দেশৰ স্বাধীনতাৰ কাৰণে নিজৰ চৰকাৰী পদবীক ত্যাগ কৰি আন্দোলনত জপিয়াই পৰে। ১৯২১ চনৰ অসহযোগ আন্দোলনত নিজৰ স্বাৰ্থৰ কথা নাভাবি তেওঁ স্বেচ্ছাসেৱক দলত যোগদান কৰিছিল বুলি জনা যায়। অধিক তথ্য জনা নগ'ল।

## কলিতা হৰেন্দ্ৰনাথ

দৈহাপাৰা, পোঃ অঃ বৰঙাহাটী

১৯৩২ চনত হৰেন্দ্ৰনাথ কলিতাই আন্দোলনত যোগদান কৰি নলবাৰীত ধৰ্মঘটত অৱতীৰ্ণ হৈ পুলিচৰ হাতত ১০-২-৩২ তাৰিখে গ্ৰেপ্তাৰ বৰণ কৰে। বিচাৰত কলিতাৰ দুমাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হয়।

কাৰাদণ্ড ভোগ কৰাৰ পিছত পুনৰ ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰি ১৯৪৩ চনলৈকে গুপ্তবাসত থাকি আন্দোলন সক্ৰিয় কৰি ৰাখে।

# কলিতা উমেশ

**পিতা ঃ নন্দ কলিতা**

**শুৱালকুছি**

শুৱালকুছিৰ উমেশ চন্দ্ৰ কলিতাই ১৯৪২-৪৩ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰি পিছৰছোৱাত 'আত্মগোপন' কৰি কূটাঘাতমূলক কামত জড়িত হৈ পৰিছিল।

# কৰ আশুতোষ

**আঠগাওঁ, গুৱাহাটী**

গুৱাহাটী আঠগাৱঁৰ আশুতোষ কৰে বিপ্লৱৰ মন্ত্ৰে দীক্ষিত হৈ কৰিম কিম্বা মৰিম মন্ত্ৰে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত জঁপিয়াই পৰি গুপ্ত আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি, নানা ধৰণৰ নিৰ্য্যাতন চলাই জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। কিছুদিন পিছত বিচাৰকে ভাৰত প্ৰতিৰক্ষা আইন অনুসৰি ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। কাৰাগাৰত মুঠতে ছয় মাহৰো অধিক কাল কটাই মুক্তি লাভ কৰিলে।

# কবিৰাজ তাৰানাথ

**বকো**

১৯২১ চনৰ অসহযোগ আন্দোলনত বকোৰ তাৰানাথ কবিৰাজে অংশগ্ৰহণ কৰিছিল। তেখেতৰ বিষয়ে আৰু সবিশেষ তথ্য পোৱা নগ'ল

# কৰ্মকাৰ বনমালি

**পিতা ঃ দুতিৰাম কৰ্মকাৰ**

**ভেৰভেৰি, ছয়গাওঁ**

'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয় অংশ লোৱা ছয়গাৱঁৰ বনমালি কৰ্মকাৰক পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ৩৯ (১) (খ) ধাৰাৰ অধীনত কৰা বিচাৰত তেওঁৰ তিনি মাহ সশ্ৰম কাৰাদণ্ড হয়।

# কাকতি ৰবীন

**গুৱাহাটী**



১৯৩০ চনত আইন অমান্য আন্দোলন আৰম্ভ হোৱাৰ লগে লগে কটন কলেজৰ অধ্যয়ন ত্যাগ কৰি ফাঁচীবজাৰৰ বিলাতী বস্তু বিক্ৰী কৰা দোকানত পিকেটিং কৰাৰ অপৰাধত ৰবীন কাকতিয়ে তিনি মাহৰ কাৰাদণ্ড ভোগ কৰিলে। ১৯৩২ চনত শিৱসাগৰত পিকেটিং কৰাৰ বাবে আকৌ ব্ৰিটিছে তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই দেশৰ কামতে একাণপতীয়াকৈ লাগি থকাৰ ভিতৰতে ১৯৪১ যুদ্ধৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰাত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা, অনাদায়ে, আৰু এমাহৰ কাৰাবাস খাটি ২৩-৬-৪১ তাৰিখে যোৰহাট কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে। দ্বিতীয়বাৰ ২৫-৮-১৯৪১ তাৰিখে সত্যাগ্ৰহ কৰাৰ বাবে ছয় মাহৰ কাৰাদণ্ড ভোগ কৰিলে।

ভাৰত ত্যাগ আন্দোলনত ১০-৯-৪২ তাৰিখৰ পৰা নিৰাপত্তা বন্দী হিচাপে তেওঁ যোৰহাট জে'লত ২-৪-৪৫ তাৰিখলৈকে আৱদ্ধ হৈ থাকিল।

আন্দোলনৰ পিছত চাহ বনুৱাৰ সংগঠনত আত্ম নিয়োগ কৰি কেইবাবছৰো Indian National Trade Union Congress-ৰ নেতৃত্ব বহন কৰে।

অসম ৰাজ্যিক মুক্তি যুঁজাৰু সন্মিলনৰ সভাপতি হিচাপে কাকতিৰ আশাসুধীয়া প্ৰচেষ্টাতে গুৱাহাটীত মুক্তি-যুঁজাৰু সন্মিলনৰ দুমহলীয়া জিৰণি ঘৰটো নিৰ্মাম হৈ উঠিল।

১৯৯৬ চনৰ দুই মাৰ্চত কাকতিয়ে ইহলীলা সম্বৰণ কৰে।

# কাকতি সতীশচন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় বকুলৰাম কাকতি**

**জন্ম ঃ নলবাৰীৰ উলুৱনীগাওঁত ১৯১২ চনৰ অক্টোবৰৰ ২৩ তাৰিখত**



দেশৰ স্বাধীনতাৰ কাৰণে ছাত্ৰসকলৰ অন্তৰত অংকুৰিত হোৱা দেশপ্ৰেম দমন কৰাৰ উদ্দেশ্যেৰে ব্ৰিটিছ চৰকাৰৰ প্ৰতিভূ স্বৰূপ অসমৰ শিক্ষা অধিকৰ্তাই কাৰ্নিংহাম চাৰ্কুলাৰ জাৰি কৰাৰ প্ৰতিবাদত অসমৰ সচেতন ছাত্ৰসকলে ১৯৩০ চনত শিক্ষা অনুষ্ঠান বৰ্জন কৰি ৰাজপথলৈ ওলাই আহিল। তাৰ মাজত কটনৰ ছাত্ৰ সতীশ চন্দ্ৰ

কাকতিও এজন। তেওঁলোকৰ সৰহ-সংখ্যকেই আইন অমান্য আন্দোলনত মাদক দ্ৰব্যৰ দোকানত, কানিৰ দোকানত পিকেটিং কৰি চৰকাৰী আইন ভংগ কৰিছিল। সতীশ চন্দ্ৰ কাকতিয়েও ফাঁচীবজাৰ ২০-৮-১৯৩০ তাৰিখে বিলাতী বস্ত্ৰ বেচা দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

জে'লৰ পৰা ওলাই অহাৰ পিছত শিক্ষা জীৱন শেষ কৰি প্ৰথমতে ১৯৪৮ চনলৈকে শিক্ষকতা কৰিলে। তাৰ পিছত চৰকাৰৰ প্ৰচাৰ বিভাগত চাকৰি কৰিলে, তাৰ পিছত বহুবছৰ ধৰি সাংবাদিকতা কৰিলে, লগতে কৰি থাকিল সাহিত্য চৰ্চাও।

১৯৯১ চনত ভাৰত চৰকাৰে কাকতিক পদ্মশ্ৰী সন্মানেৰে ভূষিত কৰিলে। তাৰ বাহিৰেও চৰকাৰী, বেচৰকাৰী বিভিন্ন অনুষ্ঠানৰ পৰা তেওঁ কেইবাটাও সন্মান লাভ কৰিছিল।

এইজন দেশসেৱক কাকতিয়ে ২০০৬ চনৰ জুলাইৰ ১৯ তাৰিখে ৯৪ বছৰ বয়সত ইহলীলা সম্বৰণ কৰিলে।

## কাকতি শ্ৰীমতী হেম



**পিতৃ- ̊ দুৰ্গেশ্বৰ ককতি, মাতৃ- ত্যলয়নী কাকতি**
**জন্মস্থান- চাৰিং কাকতি, গাওঁ- শিৱসাগৰ**
**জন্মৰ তাৰিখ- মাৰ্চ মাহ, ১৯২৫ চন।**

হেম কাকতিৰ চাৰিঙৰ ঘৰখন ১৯২১ চনৰে পৰা স্বাধীনতা আন্দোলনৰ কেন্দ্ৰ। তেওঁৰ মাক-দেউতাক উভয়েই স্বাধীনতা সংগ্ৰামী। কাকতিয়ে সৰুৰে পৰা দেখি আহিছে কপাহৰ সূতা কটা, শুনি আহিছে স্বৰাজ আন্দোলনৰ কথা। সেয়েহে সৰুৰে পৰা তেওঁ হৈ পৰিল দেশপ্ৰেমত উদ্বুদ্ধ। ১৯৪২ চনৰ আন্দোলনত দেউতাক দুৰ্গেশ্বৰ কাকতিক পুলিচে গ্ৰেপ্তাৰ কৰাৰ পিছত কাকতিৰ ককায়েক চিকণ কাকতিয়ে আত্ম-গোপন কৰি আন্দোলন পৰিচালনা কৰিছিল আৰু তেতিয়া হেম কাকতিয়ে আন্দোলন সম্পৰ্কীয় গোপন কাগজ-পত্ৰ ইঠাইৰ পৰা সিঠাইলৈ অনা-নিয়া কৰিছিল আৰু মহিলাসকলৰ লগত সভা-শোভাযাত্ৰাত যোগ দিছিল।

আন্দোলনৰ চোক কমি অহাৰ পিছতো কাকতিয়ে গাৱেঁ গাৱেঁ মহিলা সমিতি গঠন কৰি নিজৰ বাৰীত কপাঁহ খেতি কৰা, কপাঁহৰ সূতা কটা, কাপোৰ বৈ পৰিয়ালক পিন্ধাবলৈ দিয়া আদি কামৰ প্ৰচাৰ কাৰ্য্য চলাইছিল।

সৰুৰে পৰা অন্তৰত ৰোপন কৰা দেশপ্ৰেমৰ কাৰণেই ১৯৪৫ চনতে ২০ বছৰ বয়সতে সংসাৰৰ আন কথা চিন্তা নকৰি অমল প্ৰভা দাসে শৰণীয়াত

আৰম্ভ কৰা কস্তুৰবা আশ্ৰমত সেৱিকা হিচাপে যোগ দান দি আজি পৰ্যন্ত আশ্ৰম পৰিচালনা কৰা কামতে আত্ম-নিয়োগ কৰি আছে।

## কাকতি ধৈৰ্য্য নাথ



**পিতৃ- ˚ কালিৰাম কাকতি, মাতৃ- ˚ শান্তিপ্ৰিয়া কাকতি**
**জন্মস্থান- কমলপুৰ অঞ্চলৰ বৰুৱাজানী গাওঁ**
**জন্মৰ তাৰিখ- ১৯১৭ চনৰ ১৬ জেঠ তাৰিখ**

সৰুৰে পৰা স্বাধীন চিতীয়া ধৈৰ্য্যনাথ কাকতিয়ে স্কুলত পঢ়াৰ কালৰে পৰা সমাজৰ কামত লিপ্ত হৈ পৰিছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিছাপে অংশ গ্ৰহণ কৰি গাৱেঁ গাৱেঁ গান্ধীজীৰ নীতি, মাদক দ্ৰব্য বৰ্জন, খাদী প্ৰচলন, অস্পৃশ্যতা বৰ্জন আদি প্ৰচাৰ কৰি ঘূৰি ফুৰিছিল যদিও পুলিচৰ হাতত পৰা নাছিল। সত্যাগ্ৰহৰ সময়তো সত্যাগ্ৰহীৰ লগে লগে যুদ্ধ-বিৰোধী শ্লোগান দি ঘূৰি ফুৰিছিল।

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনৰ আগে আগে ৰামপুৰ শিবিৰত কাকতিয়ে শান্তি-সেনাৰ প্ৰশিক্ষণ লৈ কামৰূপৰ পিছপৰা অঞ্চলতো শিবিৰ পাতি ডেকা ল'ৰাক প্ৰশিক্ষণ দিছিল, লগে লগে গাঁৱৰ ৰাস্তা-পদুলি মেৰামতি কৰা, নলা-নৰ্দমা ছফা কৰা মহিলাসকলক সূতা কাটিবলৈ উৎসাহ যোগোৱা কামো কৰিছিল। আন্দোলনত প্ৰচাৰ কাৰ্য্য চলাই থকা কথা পুলিচে গম পাই তেওঁৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা জাৰী কৰিলে। কাকতিয়ে ৭/৮ মাহ কাল আত্ম-গোপন কৰি কূটাঘাটমূলক কামতো লাগিছিল।

২৭/৭/৪৩ তাৰিখে পুলিচে কাকতিক গ্ৰেপ্তাৰ কৰি গুৱহাটী জেল হাজোতলৈ পঠালে। ১২/৮/৪৩ তাৰিখে হোৱা বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

স্বাধীনতাৰ পিছত কাকতিয়ে শিক্ষকতা আৰু শিক্ষা প্ৰচাৰ কৰা কামৰ বাদেও গাওঁ অঞ্চলত ভালেমান গঠনমূলক কামত ব্যস্ত থকাৰ মাজতে বিনোবা নগৰত নিজৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

## কাকতি ৰমেশ চন্দ্ৰ

শুৱালকুছিৰ ডাঃ হৰিশচন্দ্ৰ কাকতিৰ পুত্ৰ ৰমেশ চন্দ্ৰ কাকতিয়ে ১৯৪২ চনৰ গণ আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি দেশৰ মুক্তিৰ কাৰণে আন্দোলনত জপিয়াই পৰি বিভিন্ন ঠাইত বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি ফুৰোঁতে পুলিচে ২৯/১১,৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জেল হাজোতত বন্দী কৰি ৰাখিলে।

১১/২/৪৩ তাৰিখে বিচাৰত তেওঁক মুক্তি দিলে। মুঠতে ৭৫ দিন জেল হাজোতত থাকিবলগীয়া হ'ল।

পৰৱৰ্তী কালত তেওঁ গঠনমূলক কাম আৰু সমাজ সেৱাতে ব্যস্ত থাকি ২০০০ চনৰ ১৪ মে তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

## কাকতি পদ্ম

**শুৱালকুছি**

শুৱালকুছিৰ পদ্ম কাকতিয়ে ১৯৩০ চনত বিদ্যালয় পৰিত্যাগ কৰি ওলাই আহি আন্দোলনত জপিয়াই পৰে। বিদ্যালয়ত পিকেটিং কৰাৰ অপৰাধত তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ পঠালে। ৩/৮/৩০ তাৰিখৰ বিচাৰত দুমাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

## কাকতি ৰমেশচন্দ্ৰ

**পিতা- হৰিশচন্দ্ৰ কাকতি, শুৱালকুছি**

'কানিংহাম চাৰ্কুলাৰ'ৰ বিৰুদ্ধে ১৯৩০ চনত বিদ্যালয় পৰিত্যাগ কৰি আন্দোলনত সক্ৰিয় ভূমিকা লোৱা ৰমেশচন্দ্ৰ কাকতিয়ে ফাঁচী বজাৰৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ২০/৮/৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ৩ মাহৰ কাৰাদণ্ডৰ হুকুম হ'ল।

## কাকতি লক্ষ্মীকান্ত

**টকৌবাৰী, গুৱাহাটী**

১৯৩০ চনৰ আন্দোলনত বিদ্যালয় বৰ্জন কৰি পলাই অহা লক্ষ্মীকান্ত কাকতিয়ে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে ৭/৯/৩০ তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰি শাৰীৰিকভাৱে অত্যাচাৰ আৰু বেত্ৰাঘাত কৰিলে। গোচৰ সাজু কৰে মানে ইতিমধ্যে 'গান্ধী-আৰউইন চুক্তি' সম্পন্ন হোৱাত লক্ষ্মীকান্ত কাকতিয়ে মুক্তি লাভ কৰিলে।

## কাকতি পদ্মচৰণ

১৯৩০ চনৰ গণ-আন্দোলনত সক্ৰিয় ভূমিকা লৈ বিদেশী বস্ত্ৰ, মাদকদ্ৰব্য আদিৰ দোকানত পিকেটিং কৰা আৰু বিদ্যালয়ত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰে।

বিচাৰত ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

## কাকতি ডাঃ হৰিশ্চন্দ্ৰ

**পিতা ঃ মাথাইখোৱা (বনাম মাটিৰাম), শুৱালকুছি**

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ দুৰ্ধৰ্ষ সেনানি ডাঃ হৰিশ্চন্দ্ৰ কাকতিক ১৯৪২ চনৰ ২৯ নৱেম্বৰ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিনা বিচাৰে তিনি মাহ কাল কাৰাবন্দী কৰি ৰাখে। বিচাৰত মুক্তি লাভ কৰে যদিও পুনৰ তেওঁক ৬/৪/৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা-বন্দী হিচাপে কাৰাৰুদ্ধ কৰিলে। ২৬-২-৪৪ তাৰিখে কাকতিক মুক্তি দি 'গৃহ-বন্দী' হিচাপে ১-২-৪৫ তাৰিখলৈ ৰাখিলে।

## কাকতি কালিমন (পণ্ডিত)

**সানপাৰা**

সানপাৰাৰ কালিমন (পণ্ডিত) কাকতিয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা পালন কৰিছিল। কিন্তু তেওঁৰ বিষয়ে আৰু আন তথ্য পোৱা নগ'ল।

*কাকতি উপাধিকাৰীসকলৰ তলত নাম দিয়াসকলে স্বাধীনতা আন্দোলনত কোন কোন চনত অংশগ্ৰহণ কৰিছিল তাৰ নাম দিয়া হ'ল। তেখেতসকলৰ আন্দোলনত যোগদান কৰা বিষয়ত অধিক তথ্য পোৱা নগ'ল।*

## কাকতি লোহিত চন্দ্ৰ

**পিতা ঃ ৰত্নেশ্বৰ মহাজন, শুৱালকুছি.... ১৯৪২ চন**

## কাকতি কান্তিৰাম

**পিতা ঃ হৰকান্ত, গাওঁ ঃ ডেকাবাপু সত্ৰ,**
**শুৱালকুছি.... চনৰ উল্লেখ পোৱা নগ'ল।**

## কাকতি গোলোক চন্দ্ৰ

**পিতা ঃ কৃষ্ণৰাম, শুৱালকুছি....**
**১৯৩২ আৰু ১৯৪২ চন**

## কাকতি দেৱেন্দ্ৰ চন্দ্ৰ

**পিতা ঃ গৰ্গ, শুৱালকুছি....**
**১৯৪২ চন**

## কাকতি নাৰায়ণ চন্দ্ৰ

**পিতা ঃ মৌলি, শুৱালকুছি....**

**১৯৪২ চন**

## কাকতি হৰিচৰণ

**বামুন্দী....**

**১৯২১ চন**

## কছাৰী লীলা

১৯২২ চনত অসহযোগ আন্দোলনত জপিয়াই পৰা লীলা কছাৰীক পুলিচে গ্ৰেপ্তাৰ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৫১ নং ধাৰা অনুসৰি বিচাৰ কৰি তেওঁক তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহিলে।

## কছাৰী পূৰ্ণ

১৯২২ চনত পুলিচে পূৰ্ণ কছাৰীক অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৫১ নং ধাৰা অনুসৰি কৰা বিচাৰত তেওঁৰ তিনি মাহ সশ্ৰম কাৰাদণ্ড হ'ল।

*১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে যোগদান কৰা কছাৰী উপাধিধাৰী কামৰূপ জিলাৰ এইসকলৰ নাম পোৱা গৈছে—*

**(ক) কছাৰী অটু**

**(খ) কছাৰী হোৱা**

**(গ) কছাৰী দুৰা**

**(ঘ) কছাৰী গেলেকা**

## কছাৰী ফাগুনা

**ঢোলকুছি, ৰঙিয়া**

ৰঙিয়াৰ ফাগুনা কছাৰীয়ে ১৯৩০ চনৰ আন্দোলনত মাদকদ্ৰব্যৰ বিৰুদ্ধে তীব্ৰ আন্দোলন গঢ়ি তোলাৰ কাৰণে পুলিচে এদিন সুবিধা পাই তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ সক্ষম হ'ল। গাঞ্জাৰ দোকানৰ পৰা এজন গ্ৰাহকক বলেৰে উলিয়াই দিয়াৰ সময়তে পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ৩৭৯ নং ধাৰা অনুসৰি বিচাৰ কৰি দণ্ড বিহিলে। কিন্তু বিচাৰৰ সবিশেষ জনা নগ'ল।

# কোঁৱৰ ইন্দীবৰ



**পিতা ঃ উষাধৰ কোঁৱৰ**

**জন্ম স্থান ঃ শিৱসাগৰ জিলাৰ মাহমৰা কোঁৱৰ গাওঁ**

**জন্মৰ তাৰিখ ঃ ১৯২৬ চনৰ ১৪ জানুৱাৰী**

১৯৪২ চনৰ ৯ আগষ্টত আৰম্ভ হোৱা ভাৰত ত্যাগ আন্দোলনে গোটেই দেশকে উত্তাল কৰাৰ সময়ত ইন্দীবৰ কোঁৱৰ নাজিৰা হাইস্কুলৰ ছাত্ৰ হিচাপে স্কুল ত্যাগ কৰি সেই স্কুলৰ সমুখত পিকেটিং কৰাৰ অপৰাধত তেওঁক আৰু কেইজনমান ছাত্ৰক স্কুলৰ পৰা বহিষ্কাৰ কৰিলে। তেতিয়াৰ পৰা কোঁৱৰে কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে গাৱেঁ-ভূঞে ঘূৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলোৱাৰ উপৰিও আঞ্চলিক কংগ্ৰেছৰ সহ-সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

ইতিমধ্যে কংগ্ৰেছে ১৮ ছেপ্টেম্বৰ তাৰিখে গোটেই অসমতে পুলিচ থানা দখল কৰি ত্ৰিৰংগ পতাকা উত্তোলনৰ কাৰ্য্যসূচী গ্ৰহণ কৰিলে। সেই মতে স্থানীয় কংগ্ৰেছ নেতা উমাকান্ত কোঁৱৰৰ নেতৃত্বত এদল স্বাধীনতা সেনানীয়ে হাতত পতাকা লৈ সোণাৰি থানা দখল কৰিবলৈ যাত্ৰা কৰা সমদলৰ লগত স্কুলীয়া ছাত্ৰ কোঁৱৰো আগত গৈছিল। থানাৰ সন্মুখত পুলিচে লাঠি চাৰ্জ কৰি সমদল ভাঙি দিলে আৰু নেতা তিনিজনক গ্ৰেপ্তাৰ কৰিলে। কোঁৱৰেও লাঠিৰ কোব খাই আঘাতপ্ৰাপ্ত হ'ল।

ইয়াৰ কিছুদিনৰ পিছত সেনাৰ শিবিৰত খাদ্য যোগানত বাধা দিয়াৰ কাৰণে কোৱঁৰক পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। কম বয়সীয়া কাৰণে দিনটো ক'ৰ্টত আৱদ্ধ ৰাখি সন্ধ্যা খালাচ দিলে।

দুটা শিক্ষা বছৰ হেৰুৱাই, পিছত শিক্ষা গ্ৰহণ কৰি কোঁৱৰে ৰে'ল বিভাগত চাকৰি কৰি স্বাধীনতাৰ পিছতে গুৱাহাটীত বসতি স্থাপন কৰিলে। লগে লগে মজদুৰ ইউনিয়নৰ কামতো আত্মনিয়োগ কৰিলে।

# কোচ বালিৰাম

**শিলাসুন্দৰীঘোপা**

**শিলাসুন্দৰীঘোপাৰ বালিৰাম কোচক ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ কালছোৱাত ১৯৪৩ চনৰ ৯ আগষ্ট তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰে। বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে। পুনৰ তেওঁক দ্বিতীয়বাৰৰ বাবে গ্ৰেপ্তাৰ কৰিয়েই খালাচ দিলে।**

## কোচ দণ্ডীৰাম

আন্ধেৰিতাৰী, বকো

আৰু

## কোচ খুদিৰাম

দখিয়াল, বকো

এওঁলোক দুয়োগৰাকী ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰা বুলি জনা গৈছে।

## কোচ কাহীৰাম

বকো

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰাৰ অপৰাধত কাহিৰাম কোঁচক ৯-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰে আৰু ১৭-১২-৪২ তাৰিখে বিচাৰ কৰি এদিনৰ কাৰাদণ্ড বিহে।

## কোচ শংখৰাম

বৰখাল, বকো

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰাৰ অপৰাধত বকোৰ শংখৰাম কোচক পুলিচে গ্ৰেপ্তাৰ কৰি এদিন ৰখাৰ পিছত মুকলি কৰি দিয়ে। আকৌ ২১-১১-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ৩৮ (ক) (১) ধাৰা অনুসৰি কৰা বিচাৰত তেওঁক মুক্তি দিলে।

## কোচ অভিৰাম

আৰু

## কোচ কালীচৰণ

এওঁলোক দুগৰাকীক ১৯২২ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰাৰ কাৰণে পুলিচে অপৰাধী সাজি গ্ৰেপ্তাৰ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰা অনুসৰি বিচাৰ কৰি দুয়োজনকে ত্ৰিশ টকাকৈ জৰিমনা বিহিলে।

## কোচ জীৱনৰাম

জীৱন ৰাম কোচক গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ (২) ধাৰা মতে বিচাৰ কৰি দণ্ড বিহিলে, কিন্তু দণ্ডৰ পৰিমাণ জনা নগ'ল।

## কোচ বিহুৰাম

১৯২১-২২ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰা বিহুৰাম কোচক এবাৰ গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধিৰ ৩৭৯ নং ধাৰাৰ অধীনত বিচাৰ কৰি পাঁচ টকা জৰিমনা কৰিলে। তেওঁৰ অপৰাধ আছিল এখন বিদেশী সূতাৰে বোৱা কাপোৰৰ তাঁতশাল কাটি পেলোৱাটো। তাৰ পিছত পুনৰ বিদেশী কাপোৰ কিনা এজন মানুহৰ পৰা কাপোৰজোৰ আজুৰি নি জুই লগাই পোৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত পোন্ধৰ টকা জৰিমনা বিহিলে।

## কোচ পাজিৰাম

১৯২১ চনত বিদেশী কাপোৰৰ দোকানৰ পৰা কাপোৰ নি জুইত পুৰি পেলোৱাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত পাজিৰাম কোচক ভাৰতীয় দণ্ডবিধি আইনৰ ৩৭৯ নং ধাৰাত পাঁচ টকা জৰিমনা বিহিলে।

## কোচ ধনসিং

**পলাশবাৰী**

১৯২১ চনৰ অসহযোগ আন্দোলনত পলাশবাৰীৰ ধনসিং কোচে বেথাৰাম কোচ বোলা এজন মানুহৰ পৰা বিদেশী বস্ত্ৰ কাঢ়ি নষ্ট কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি দণ্ডবিধি আইনৰ ১৪৩/১৭৯ নং ধাৰা অনুসৰি বিচাৰ কৰি দণ্ড বিহিলে। কিন্তু বিচাৰৰ ৰায় জনা নগ'ল।

## কোচ বালিৰাম

*আৰু*

## কোচ জগোৰাম

এওঁলোক দুজনক পুলিচে গ্ৰেপ্তাৰ কৰি নিয়াৰ পিছত তেওঁলোকে আৰু আন্দোলন নকৰে বুলি লিখি দিয়াত খালাচ দিয়া হৈছিল।

# কোচ হবি

**আজাৰা**

১৯৩০ চনত আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰা আজাৰাৰ হবি কোঁচে কংগ্ৰেছৰ পুজি সংগ্ৰহৰ কাৰণে আপ্ৰাণ চেষ্টা চলাইছিল। এই ক্ষেত্ৰত তেওঁ পলাশবাৰী, ছয়গাওঁ, বকো আদি অঞ্চলক কেন্দ্ৰ কৰি কাম কৰিছিল। ১৯৩০ চনৰ ২৪ নৱেম্বৰত তেওঁ পিকেটিং কৰিছিল যদিও পুলিচৰ হাতত ধৰা নপৰিল।

# কোচ বালিৰাম

**সিন্দুৰীঘোপা, কমলপুৰ**

'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰা ৯ আগষ্ট তাৰিখে তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিলে। তেওঁক কাৰাবন্দী কৰি ৰখাৰ তিনি মাহৰ পিছত পিতাকৰ মৃত্যু হোৱাত বালিৰাম কোচক মুক্তি দিয়া হ'ল।

# কোচ ৰামমল

বামুণগাৱঁৰ ৰামমল কোচে ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি যথেষ্ট পুলিচী নিৰ্য্যাতন ভোগ কৰিব লগা হৈছিল। এইজন নিঃস্বাৰ্ত কৰ্মীয়ে ১৯৪৮ চনত ডেকা বয়সতে মৃত্যুমুখত পৰিল।

# কোচ ৰামমোহন

**পাতিদৰং, কমলপুৰ**

১৯৪৩ চনত পুলিচৰ হাতত পৰা বিপ্লৱী নেতা স্বৰ্গীয় মহেন্দ্ৰ নাথ ডেকাক কাঢ়ি নিবলৈ যত্ন কৰোঁতে ২৪-২-৪৩ তাৰিখে ৰাম মোহন কোঁচক গ্ৰেপ্তাৰ কৰিলে। অৱশ্যে, ১-৩-৪৩ তাৰিখে তেওঁ জামিনত মুক্তি পালে। তাৰ পিছত আকৌ ১৮-১০-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি ২৭-১০-৪৩ তাৰিখে জামিনত মুক্তি লাভ কৰিলে।

# কোচ শংকৰ বাবাজী

**পিতা ঃ ভাছোৰাম, বৰখাল** *আৰু*

# কোচ উমাৰাম

**বগৰীখুঁটি, ৰঙিয়া**

এওঁলোকৰ দুয়োজনকে ক্ৰমে ৯-৯-৪২ আৰু ১৯-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰাৰ পিছত ভাৰতীয় দণ্ডবিধি আইনৰ ৩৮ (ক) ধাৰা অনুসৰি বিচাৰ কৰি ক্ৰমে ৪-১১-৪২ আৰু ১১-১-৪৩ তাৰিখে মুক্তি দিয়ে।

# কেওট ভুবন চন্দ্ৰ

### বিহদিয়া, কৰৰা

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ সক্ৰিয় কৰ্মী ভুবন চন্দ্ৰ কেওঁটক ১৯৪৩ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ ছয় মাহ সশ্ৰম কাৰাদণ্ড হ'ল। তাৰ পিছত কাৰাদণ্ডৰ বিৰুদ্ধে কৰা আবেদন অনুসৰি তেওঁৰ কাৰাবাসৰ কাল তিনি মাহলৈ সংকুচিত কৰি অৱশেষত ১৯৪৩ চনৰ ২৩ মাৰ্চ তাৰিখে তেওঁক মুক্তি দিয়া হ'ল।

# কেওট দাতিৰাম

### জটিয়াভঙৰা

দেশ মাতৃকাৰ উদ্ধাৰৰ কাৰণে 'ভাৰত ত্যাগ' আন্দোলনত ১৯৪২ চনত জপিয়াই পৰা জটিয়াভঙৰাৰ দাতিৰাম কেওটক পুলিচে ২৪-২-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰিলে যদিও জামিনত যাবলৈ দিয়া হ'ল। পিছত তেওঁৰ ওপৰত পুনৰ বিচাৰ কৰি দণ্ড বিহিলে যদিও আদালতৰ বিচাৰৰ বিৰুদ্ধে কৰা আপীলত তেওঁৰ কাৰাবাসৰ কাল তিনি মাহলৈ হ্ৰাস কৰা হ'ল।

# কোচ বুদুলু

### দেৱানখাট

### আৰু

# কোচ ললিত

### পিতা ঃ নকুৰাম ডেকা

১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত এই দুয়োজন লোকে স্বেচ্ছাসেৱক হিচাপে কাম কৰিছিল।

# কেওট অমৃত

### পিতা ঃ কামেশ্বৰ

১৯৩১ চনত অমৃত কেওটে আন্দোলনত সক্ৰিয়ভাৱে লাগি ৰঙিয়াত ২৬-১-৩১ তাৰিখে পতাকা উত্তোলন অনুষ্ঠানৰ আয়োজক হিচাপে কাম কৰিছিল।

## কেওট নাওৰাম

আৰু

## কেওট গহন

এই দুগৰাকী মুক্তি-যুঁজাৰুৱে জানু নদিয়াল বোলা লোক এজনৰ পৰা গাঞ্জাৰ টোপোলা কাঢ়ি নিয়াৰ কাৰণে ভাৰতীয় দণ্ডবিধি আইনৰ ৩৭৯ নং ধাৰা অনুসৰি গ্ৰেপ্তাৰ হৈছিল।

## কেওট মাণিকৰাম

**বামুন্দী**

বামুন্দীৰ মাণিক ৰাম কেওটে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰিছিল। তেওঁৰ বিষয়ে আৰু সবিশেষ জনা নাযায়।

## কেওট অৰবিন্দ

**পিতা ঃ কেশৱ কেওট**

**শুৱালকুছি**

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰা শুৱালকুছিৰ অৰবিন্দ কেওটে কূটাঘাতমূলক কামত ব্যস্ত আছিল বুলি জনা যায়। অৱশ্যে, তেওঁৰ কৰ্মৰাজিৰ সম্পৰ্কে জনা নগ'ল।

## কুমাৰ লক্ষ্মীৰাম

**পিতা ঃ লালুৰাম, বৰটাৰী**

অসমৰ স্বাধীনতাৰ আন্দোলনৰ বুৰঞ্জীত প্ৰথমবাৰৰ বাবে জ্যোতিপ্ৰসাদ আগৰৱালাৰ দ্বাৰা প্ৰশিক্ষিত স্বেচ্ছাসেৱক ভূমিধৰ বৰদলৈয়ে ১৯৩২ চনৰ ১৮ মাৰ্চ তাৰিখে অফিচ চলি থকাৰ সময়ত তেজপুৰ কাছাৰী ঘৰৰ মূধচত উৰি থকা ইউনিয়ন জেক দলিয়াই তাৰ ঠাইত স্বৰাজৰ পতাকা উত্তোলন কৰাৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে সাহসী কৰ্মীসকলৰ মাজত আন আন জিলাতো কাছাৰী ঘৰত বা প্ৰাংগনত স্বৰাজৰ পতাকা উত্তোলন কৰিবলৈ প্ৰতিযোগিতা চলিল। গুৱাহাটী কাছাৰী ঘৰ প্ৰাংগনত ছয়গাওঁ অঞ্চলৰ বৰটাৰী লক্ষ্মীৰাম কুমাৰে এপ্ৰিল মাহৰ কোনো এটা দিনত ইউনিয়ন জেক নমোৱাৰ চেষ্টা কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি পাণবজাৰ থানাত বন্দী কৰিলে। পিছদিনা বিচাৰত লক্ষ্মীৰাম কুমাৰক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহি জে'ললৈ পঠালে। ইয়াৰ

আগতেও কুমাৰে ফাঁচীবজাৰৰ কেইবাখনো দোকানত কেইবাদিনো পিকেটিং কৰি পুলিচৰ মাৰ খাইছিল।

(একে সময়তে গুৱাহাটীত এই কামত কৃতকাৰ্য্য হৈছিল পদ্মচন্দ্ৰ গগৈ আৰু প্ৰভাত গোস্বামীয়েও।)

# কুমাৰ জীউৰাম

**পলাশবাৰী**

১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰি সাত দিন কাৰাবাস খটা এইজন আন্দোলনকাৰীৰ বিষয়ে অধিক তথ্য পোৱা নগ'ল।

# কুমাৰ শান্তি

১৯২২ চনত ভাৰতৰ স্বাধীনতাৰ কাৰণে সংগ্ৰামত অৱতীৰ্ণ হোৱা শান্তি কুমাৰে ভাৰতীয় দণ্ডবিধিৰ ১৭ (২) নং ধাৰাৰ অধীনত চাৰি মাহ কাৰাবাস খটাৰ বাহিৰে অন্য তথ্য জনা নগ'ল।

# কুমাৰ পদ্মৰাম

**বেলকোনা, কমলপুৰ**

১৯৪৩ চনত কংগ্ৰেছৰ নেতা মহেন্দ্ৰ নাথ ডেকাক পুলিচে গ্ৰেপ্তাৰ কৰাত তেওঁক পুলিচৰ হাতৰ পৰা কাঢ়ি নিবলৈ যত্ন কৰোঁতে পুলিচে ২৪-২-৪৩ তাৰিখে পদ্মৰাম কুমাৰক গ্ৰেপ্তাৰ কৰিলে যদিও ১-৩-৪৩ তাৰিখে জামিনত মুক্তি দিলে। পুনৰ ২৭-১০-৪৩ তাৰিখে তেওঁক অভিযুক্ত কৰি গ্ৰেপ্তাৰ কৰিলে যদিও জামিনত এৰি দিলে। গোচৰৰ বিৰুদ্ধে কৰা আপীলত ২৩-১২-৪৩ তাৰিখে তেওঁৰ ওপৰত থকা সকলো গোচৰ প্ৰত্যাহাৰ কৰিলে।

# কোঁৱৰ খগেন্দ্ৰ নাথ

**পিতা ঃ ৰূপনাৰায়ণ, বাইহাটা**

বাইহাটাৰ খগেন্দ্ৰ নাথ কোঁৱৰক ১৫-৯-৪২ তাৰিখে গোপনীয় প্ৰচাৰ-পত্ৰ আদি বিতৰণ কৰা অপৰাধত পুলিচে পলাশবাৰীত গ্ৰেপ্তাৰ কৰে। বিচাৰত ছয় মাহ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু কাৰাবাস খটাৰ পিছত ৫-৩-৫৪ তাৰিখে খালাচ দিলে। আকৌ ৪-৭-৪৩ তাৰিখে ৰঙিয়াত তেওঁক গ্ৰেপ্তাৰ কৰি দণ্ডবিধি আইনৰ ৩৯ (১) (খ) ধাৰাৰ অধীনত কৰা বিচাৰত খগেন্দ্ৰ নাথক ১২-৮-৪৩ তাৰিখৰ পৰা চাৰি মাহ সশ্ৰম কাৰাদণ্ড বিহা হৈছিল।

'ভাৰত ত্যাগ' আন্দোলনত তেওঁৰ অৱদান আছিল অনন্য।

# কাজী তৈয়াব আলী

কৰৰা হাইস্কুলৰ স্কুল পথাৰত ১৯৪১ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে অসংখ্য জনতাৰ সমুখত চৈয়দ তৈয়াব আলী কাজীয়ে উদাত্ত ভাষণেৰে যুদ্ধবিৰোধী বক্তৃতা দি সত্যাগ্ৰহ কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ললৈ প্ৰেৰণ কৰিলে আৰু বিচাৰত ছয় মাহৰ কাৰাদণ্ড বিহিলে।

এইজন স্বাধীনতা সৈনিকৰ জন্ম গোগ গাৱঁত আৰু ১৯১৩ চনতে এণ্ট্ৰেন্স পাছ কৰি প্ৰথম মহাসমৰৰ দিনত গাণনিক হিচাপে সেনা বাহিনীত যোগ দি দক্ষিণ পূৱ এছিয়াৰ ভালেমান চাকৰি কৰি ১৯১৯ চনত ঘৰলৈ ঘূৰি আহিল আৰু তেতিয়াৰ পৰা তেওঁ দেশৰ স্বাধীনতাৰ স্পৃহা অন্তৰত পুহি ৰাখি পিছপৰা অঞ্চলত বিভিন্ন সামাজিক কাৰ্য্যত ব্যস্ত হৈ গান্ধীজীৰ আদৰ্শ গ্ৰহণ কৰি সত্যাগ্ৰহত নামভৰ্তি কৰিছিল।

# কৈৱৰ্ত গন্দোৰাম

পিতা ঃ কাক্ষীৰাম

ঠাকুৰপাৰা, ছয়গাওঁ

১৯৩২ চনত 'কংগ্ৰেছ দিৱস' পালন কৰি শোভাযাত্ৰা কৰাৰ বাবে পুলিচে তেওঁৰ হাতৰ পৰা জাতীয় পতাকা আজুৰি নিলে আৰু তেওঁক গ্ৰেপ্তাৰ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৪৯ ধাৰা অনুসৰি বিচাৰ কৰি তেওঁক দণ্ড বিহিলে। কিন্তু দণ্ডৰ সবিশেষ জনা নগ'ল।

# কৈৱৰ্ত আনন্দিৰাম

১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত অংশগ্ৰহণ কৰাৰ অপৰাধত আনন্দিৰাম কৈৱৰ্তক পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধিৰ ১৭(১) ধাৰা অনুসৰি বিচাৰ কৰি খালাচ দিলে।

# কছাৰী মহেশ্বৰ

লোহাৰঘাট

লোহাৰঘাটৰ মহেশ্বৰ কছাৰীক ১৯৩০ চনৰ ১০ ছেপ্টেম্বৰত গাঞ্জাৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি এৰি দিলে যদিও ২৩-৯-৩০ আৰু ২৯-৯-৩০ তাৰিখে ফাঁচীবজাৰত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত দুমাহ সশ্ৰম কাৰাদণ্ড বিহিলে।

## ক্ষেত্ৰী শ্যামন্ত

### বঙাইগাওঁ

বঙাইগাৱঁৰ ক্ষেত্ৰী শ্যামন্তই আইন অমান্য আন্দোলনত গান্ধীজীৰ আহ্বান সাৰোগত কৰি তেজপুৰ কাৰাগাৰৰ চাকৰিৰ পৰা পদত্যাগ কৰি আইন অমান্য আন্দোলনত জপিয়াই পৰিল। সেইটো আন্দোলনৰ পিছতো দেশ সেৱাতে লাগি থাকি ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো গুৱাহাটীত থাকি বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## কাটানি পদ্ম

### তাৰাপতি

১৯৩০ চনত প্ৰচাৰ আৰু ধন-সংগ্ৰহৰ কামত সেৱাদান কৰি পলাশবাৰী, ছয়গাওঁ, বকো আদি ঠাইত স্বাধীনতা আন্দোলনৰ কাম কৰাৰ উপৰি ১৯৩০ চনৰ ২ নৱেম্বৰ তাৰিখে ৰাণীহাটত পদ্ম কাটানিয়ে পিকেটিং কৰিছিল বুলি জনা গৈছে।

## কুচি বাদক চন্দ্ৰ

### হাজো

আদালত সম্পৰ্কীয় কিছুমান নথি-পত্ৰ ৰাখি কংগ্ৰেছৰ কাম কৰা আৰু জাতীয় পতাকা উত্তোলন কৰাৰ অপৰাধত ২৬-১-৪৪ তাৰিখে গুৱাহাটীৰ পুলিচে বাদক চন্দ্ৰক গ্ৰেপ্তাৰ কৰাৰ পিছত মেজিষ্ট্ৰেট এন ঘানীৰ আদালতে তেওঁক এদিনৰ কাৰাদণ্ড বিহে।

## কৈৱৰ্ত বটুৰাম

### চুটিপাৰা

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত বটুৰাম কৈৱৰ্তই অংশ গ্ৰহণ কৰি বিশিষ্ট ভূমিকা পালন কৰিছিল। আন্দোলনত অংশ গ্ৰহণ কৰি থাকোঁতে তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিলে যদিও জামিনত তেওঁৰ মুক্তি হ'ল।

## কৈৱৰ্ত উত্তমচন্দ্ৰ

১৯২১ চনৰ 'অসহযোগ আন্দোলন'ত সক্ৰিয় ভূমিকা গ্ৰহণ কৰাৰ অপৰাধত উত্তমচন্দ্ৰ কৈৱৰ্তক ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ (২) ধাৰা অনুসৰি বিচাৰ কৰি দণ্ড বিহিলে।

# কৈৱৰ্ত মনুৰাম

### ছয়গাওঁ

১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰা ছয়গাওঁৰ মনুৰাম কৈৱৰ্তই পিকেটিং কৰা আৰু এখন কানিৰ দোকান ধ্বংস কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰে। ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ (২) ধাৰাত বিচাৰ কৰি ২০ (বিশ) টকা জৰিমনা কৰিছিল।

# কৈৱৰ্ত জ্যোতিষচন্দ্ৰ

### ৰামপুৰ

১৯৩০ চনৰ স্বাধীনতা-আন্দোলনত দেশৰ মুক্তিৰ কাৰণে সংগ্ৰামত লিপ্ত হোৱা ৰামপুৰৰ জ্যোতিষচন্দ্ৰ কৈৱৰ্তই জনগণক উদ্বুদ্ধ কৰাৰ উপৰিও বিদেশী বস্ত্ৰ আৰু কানিৰ দোকানত পিকেটিং কৰোঁতে ছয়গাৱঁত ১৯৩০ চনৰ ৭ চেপ্তেম্বৰ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে।

বিচাৰত কৈৱৰ্তৰ দুমাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

# কৈৱৰ্ত কালিচৰণ

### ৰামপুৰ

১৯৩০ চনত ৰামপুৰৰ কালিচৰণ কৈৱৰ্তই আন্দোলনত যোগদান কৰি বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰিছিল। অৱশ্যে তেওঁক গ্ৰেপ্তাৰ কৰা হোৱা নাছিল।

# কৈৱৰ্ত লক্ষ্মীৰাম

### কুকুৰমাৰা

১৯৩০ চনত বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত কুকুৰমাৰাৰ লক্ষ্মীৰাম কৈৱৰ্তক পুলিচে ২৮ চেপ্তেম্বৰত গ্ৰেপ্তাৰ কৰে।

বিচাৰত তেওঁৰ দুমাহৰ সশ্ৰম কাৰাদণ্ড হয়।

# কৈৱৰ্ত মঘুৱা

### পিতা- কলম কৈৱৰ্ত

### খিদিৰ পুখুৰী, ৰামপুৰ

১৯৩০ চনৰ ২৬ চেপ্তেম্বৰ তাৰিখে বিদেশী কাপোৰ আৰু আফিঙৰ বিৰুদ্ধে গুৱাহাটীৰ দোকানত পিকেটিং কৰা মঘুৱা কৈৱৰ্তক বিচাৰি বিচাৰি পুলিচে ২৮ চেপ্তেম্বৰত গ্ৰেপ্তাৰ কৰিবলৈ সমৰ্থ হ'ল।

বিচাৰত তেওঁৰ দুমাহৰ কাৰাদণ্ড হ'ল।

# কৈৱৰ্ত মংগলুৰাম

**ৰামপুৰ**

ৰামপুৰৰ মংগলুৰাম কৈৱৰ্তই ১৯৩০ চনত বিদেশী কাপোৰ আৰু মাদক-দ্ৰব্যৰ বিৰুদ্ধে তীব্ৰ সংগ্ৰামত নামি অঞ্চলটোত সাংগঠনিক ক্ষেত্ৰত এটা ডাঙৰ অৱদান আগ বঢ়াইছিল। ১৯৩০ চনৰ ২৮ চেপ্তেম্বৰ তাৰিখে তেওঁ ছয়গাওঁত বিদেশী বস্ত্ৰ বৰ্জন আৰু অন্যান্য কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰি বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ১৩/৪/৩২ তাৰিখে তেওঁক মুক্তি দিয়াৰ পিচতেই পুনৰ গ্ৰেপ্তাৰ কৰি ৬ কোবৰ বেত্ৰাঘাত কৰে।

---

***A small body of determined spirits fired by an unquenchable faith in their mission can alter the course of history.***

**–Mahatma Gandhi**

***Corruption will be out one day, however much one may try to conceal it, and the public can, as its right and duty, in every case of justifiable suspicion, call its servants to strict account, dismiss them, sure them in a aw court an appoint an arbitrator or inspector to scrutinize their conduct, as it likes.***

**–Mahatma Gandhi**
**(in young India, 1928)**

---

# গগৈ পদ্মচন্দ্ৰ



১৯১২ চনত গুৱাহাটীত জন্মগ্ৰহণ কৰা পদ্মচন্দ্ৰ গগৈ সৰু কালৰে পৰা দেশৰ প্ৰতি ভালপোৱা স্বভাৱৰ আছিল। গান্ধীজীৰ নাম শুনাৰে পৰা পদ্মচন্দ্ৰই দেশৰ স্বাধীনতাৰ কথা চিন্তা কৰিবলৈ ধৰিলে। সেয়েহে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুলীয়া শিক্ষা বৰ্জন কৰি গুৱাহাটীৰ স্কুলত পিকেটিং কৰিবলৈ ওলাই গ'ল। ১ আগষ্টৰ দিনা পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ৪৫ দিনৰ কাৰাদণ্ড বিহিলে। জেলৰ পৰা মুক্তি লাভ কৰি স্কুললৈ উভতি নগৈ ফাঁচীবজাৰৰ কানি আৰু বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি পুলিচে মাৰধৰ কৰাৰ পিছত আকৌ দুমাহৰ কাৰাবাস খাটিলে।

সেই সময়তে ১৮ মাৰ্চ, ১৯৩২ তাৰিখে ভূমিধৰ বৰদলৈয়ে তেজপুৰ কাছাৰী ঘৰৰ ওপৰত উঠি ইউনিয়ন জেক নমাই জাতীয় পতাকা উত্তলন কৰা ঘটনাই সাহসী স্বাধীনতা সংগ্ৰামীসকল তেনে কামলৈ উৎসাহিত কৰিলে আৰু পদ্মচন্দ্ৰ গগৈয়ে ১১/৫/৩২ তাৰিখে (তাৰিখটো এপ্ৰিল মাহতহে হ'ব লাগে) গুৱাহাটী কাছাৰী প্ৰাংগনত সশস্ত্ৰ পুলিচৰ দ্বাৰা সুৰক্ষিত ইউনিয়ন জেক নমাই একেটা পতাকা স্তম্ভতে ত্ৰিৰংগ পতাকা উত্তোলন কৰি বন্দে মাতৰম ধ্বনি দি অসীম সাহসিকতাৰ পৰিচয় দিলে। পুলিচে তেওঁক তৎক্ষণাত গ্ৰেপ্তাৰ কৰি পাণবজাৰ থানাৰ লকআপত ভৰালেগৈ। পিছদিনা ডেপুটি কমিচনাৰে বিচাৰ কৰি ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

১৯৩৩ চনৰ মাৰ্চ মাহত অসমৰ কেইবাজনো কংগ্ৰেছ কৰ্মীৰ লগত গগৈয়েও কলিকতা কংগ্ৰেছত যোগ দিবলৈ যোৱাৰ পথত পাৰ্বতীপুৰ ৰে'ল ষ্টেচনত গ্ৰেপ্তাৰ কৰি সাতদিন সকলো কৰ্মীকে বন্দী কৰি ৰাখিছিল।

এইজন স্বাধীনতা সংগ্ৰামীয়ে ১৯৪২ চনৰ গণ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰি পুলিচৰ নিৰ্য্যাতন ভোগ কৰিছিল।

# গগৈ কমল

**পিতৃ ঃ প্ৰয়াত পদ্মনাথ গগৈ**

**জন্ম ঃ ১৯২৫ চনৰ ৪ জানুৱাৰীত লখিমপুৰ জিলাৰ নাৰায়ণপুৰত**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত যোৰহাট জগন্নাথ বৰুৱা কলেজৰ ছাত্ৰসকলৰ লগতে প্ৰথম বাৰ্ষিকৰ ছাত্ৰ কমল গগৈয়ে কলেজৰ শিক্ষা বৰ্জন

কৰি নাৰায়ণপুৰলৈ উভতি গৈ শান্তি-সেনা বাহিনীত যোগদান কৰি যুদ্ধবিৰোধী অভিযানৰ প্ৰচাৰ কাৰ্য চলালে; সেনা শিবিৰত খাদ্য যোগানত স্বেচ্ছাসেৱকসকলৰ লগত বাধা প্ৰদান কৰিলে আৰু আন আন কাৰ্য্য ৰূপায়ণ কৰি থাকোঁতে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ ছেপ্টেম্বৰত প্ৰেৰণ কৰিলে। চাৰি মাহ বিচাৰাধীন বন্দী হিচাপে জেলত থকাৰ পিছত বিচাৰত খালাচ দিলে, কিন্তু লগে লগে গৃহ বন্দী কৰি ছয় মাহ গাৱঁত আবদ্ধ কৰি ৰাখিলে।

আন্দোলন সাম কটাৰ পিছত যোৰহাটত উচ্চ শিক্ষা সমাপ্ত কৰি গুৱাহাটীলৈ আহি সাংবাদিকতা আৰম্ভ কৰি কেইবাখন সাপ্তাহিক কাগজৰ সম্পাদনাৰ দায়িত্বও পালন কৰিছিল। বৰ্তমান জু-নাৰেংগী পথৰ নিজ বাসভৱনত থাকি ৰাজনৈতিক নিবন্ধ আদি লিখি আছে।

# গোস্বামী শ্ৰীমান প্ৰফুল্ল



**জন্ম ঃ নলবাৰীত ১৯১১ চনত**

**পিতৃ ঃ সংস্কৃত পণ্ডিত আৰু স্বাধীনতা সংগ্ৰামী প্ৰতাপচন্দ্ৰ গোস্বামী**

পিতৃৰ আদৰ্শকে সাৰোগত কৰি প্ৰফুল্ল গোস্বামীৰ অন্তৰত শৈশৱতে দেশপ্ৰেমৰ বীজ অংকুৰিত হয়। নলবাৰী হাইস্কুলত পঢ়ি থকাৰ দিনতে অসম ছাত্ৰ সন্মিলনৰ নলবাৰী জিলাৰ সম্পাদক আছিল আৰু তেতিয়াৰ পৰা বাওঁপন্থী ৰাজনীতিৰ প্ৰতি আকৰ্ষিত হয়। কটন কলেজত নাম লগাওঁতে তেওঁ নামৰ আগত শ্ৰীমান লিখিবলৈ ল'লে। তেওঁ ১৯৩৭ আৰু ১৯৩৮ চনত দুবাৰকৈ কলেজৰ ইউনিয়ন ছেক্ৰেটাৰী আছিল। তেওঁ তেতিয়াই 'ফিৰিংগতি' নামে কথা কবিতা লিখি চাঞ্চল্যৰ সৃষ্টি কৰিছিল আৰু ছাত্ৰ-ছাত্ৰীসকলক দেশপ্ৰেমত উদ্বুদ্ধ কৰিছিল।

তেওঁ কটনৰ ইউনিয়ন ছেক্ৰেটৰী থকাৰ সময়ত জৱাহৰলাল নেহৰুক কলেজত বক্তৃতা দিয়াই ইতিহাস ৰচনা কৰিছিল।

১৯৪১ চনৰ ৭ জানুৱাৰীত সত্যাগ্ৰহ কৰি দুমাহ কাৰাবাস খাটিলে; সেই বছৰতে অন্তৰীণ আদেশ ভংগ কৰি ছয় মাহ কাৰাবাস; দ্বিতীয়বাৰ ভংগ কৰি ২১-১-৪২ তাৰিখে আকৌ এবছৰৰ কাৰাবাস ভোগ কৰে। ১৯৪২ চনৰ ডিচেম্বৰত নগাওঁ কাৰাগাৰৰ পৰা মুক্ত হোৱাৰ পিছতে নলবাৰীৰ ঘৰত তেওঁক অন্তৰীণ বন্দী কৰি ৰাখে। ছাত্ৰ জীৱনৰ পৰা আন্দোলনৰ কালছোৱাত শ্ৰীমানে সমাজবাদী আদৰ্শও প্ৰচাৰ কৰিছিল।

স্বাধীনতাৰ পিছৰে পৰা গোস্বামীয়ে গুৱাহাটীৰ আমবাৰীত স্থায়ীভাৱে বাস কৰিবলৈ লয়। বিধায়ক, সাংসদ হিচাপে বহুত দিন কটোৱাৰ পিছতো তেওঁ মূল্যবোধৰ ৰাজনীতিতে খামুচি ধৰি থাকিছিল। ২০০৬ চনৰ ২৭ জুনত ৯৪ বছৰ বয়সত তেওঁ ইহলীলা সম্বৰণ কৰে।

## গোস্বামী হৰেশ্বৰ



**পিতৃ ঃ স্বৰ্গীয় কুমুদেশ্বৰ গোস্বামী**
**উজান বজাৰ, গুৱাহাটী**
**জন্ম গুৱাহাটীত ১৯১৮ চনৰ ৭ ফেব্ৰুৱাৰীত।**

কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে ১৯৩০ চনত কটন কলেজৰ শিক্ষা ত্যাগ কৰি স্কুল কলেজত পিকেটিং কৰাৰ অপৰাধত গোস্বামীয়ে ছয় সপ্তাহৰ কাৰাদণ্ড ভোগ কৰিলে।

১৯৪১ চনৰ সত্যাগ্ৰহ আন্দোলনত ৭-৩-৪১ তাৰিখে নহিৰাত আৰু ১১-৩-৪১ তাৰিখে পলাশবাৰীত সত্যাগ্ৰহ কৰি চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু ২৫০ টকা জৰিমনা, অন্যথা দুমাহৰ কাৰাদণ্ড ভোগ কৰে। পুনৰ ৩-৭-৪১ তাৰিখে যোৰহাটত সত্যাগ্ৰহ কৰি দুমাহ সশ্ৰম কাৰাদণ্ড আৰু জৰিমনাৰ সলনি আৰু দুমাহ কাৰাবাস খাটিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত আত্ম-গোপন কৰি থকা অৱস্থাত ৮ ছেপ্টেম্বৰত ৰঙিয়াত তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী কাৰাগাৰত আৱদ্ধ কৰি ৰাখি ১৬-১২-৪২ তাৰিখে চিলেট জেললৈ বদলি কৰি পঠায়। তাৰ পৰা ১৪-১-৪৪ তাৰিখে তেওঁক মুক্তি দি গুৱাহাটীৰ ঘৰত গৃহবন্দী কৰি ৰাখিলে।

১৯৪৬ চনত হৰেশ্বৰ গোস্বামীয়ে কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিত যোগদান কৰি সমাজবাদী আন্দোলন অসমত গঢ়ি তোলে। ১৯৫২ চনৰ পৰা গোস্বামীয়ে কেইবাবাৰো কংগ্ৰেছৰ প্ৰাৰ্থীক হৰুৱাই বিধায়ক নিৰ্বাচিত হৈছিল আৰু বিৰোধী দলপতিৰ দায়িত্ব সুখ্যাতিৰে চলাইছিল। কিন্তু ৰাজনৈতিক পট পৰিৱৰ্তনৰ প্ৰেক্ষাপটত গোস্বামীয়ে কংগ্ৰেছত যোগ দিলে আৰু অসম বিধানসভাৰ অধ্যক্ষ নিৰ্বাচিত হয়। এইজন দেশপ্ৰেমিকে কম বয়সতে ১৯৭০ চনৰ ১০ জুন তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

# গোস্বামী ৰজনীকান্ত



১৯০৩ চনত বৰপেটাৰ ভেল্লা সত্ৰত জন্মগ্ৰহণ কৰা ৰজনীকান্ত গোস্বামী ১৯২৭ চনত কটন কলেজত পঢ়ি থকাৰ সময়তে অসম ছাত্ৰ সন্মিলনীৰ সম্পাদক নিৰ্বাচিত হয়। তেতিয়ালৈকে অসম ছাত্ৰ সন্মিলনী সম্পূৰ্ণৰূপ ৰাজনীতিৰ বাহিৰত আছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ দিনৰে পৰা ছাত্ৰসকলৰ এছামৰ অন্তৰত স্বাধীনতাৰ স্পৃহা জাগি উঠিল আৰু তেওঁলোকে পৰাধীনতাৰ গ্লানিৰ পৰা দেশ-মাতৃকাৰ মুক্তিৰ ৰণত ব্যক্তিগতভাৱে অংশগ্ৰহণ কৰিবলৈ ল'লে। ৰজনীকান্ত গোস্বামীও আছিল তেনে এজন ছাত্ৰ। অতিকৈ গান্ধীভক্ত গোস্বামীয়ে কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে অসম ছাত্ৰ সন্মিলনক পৰিচালিত কৰি ১৯৩০ চনত ছাত্ৰ আন্দোলন গঢ়ি তুলিলে।

১৯৩০ চনতে গান্ধীজী তথা কংগ্ৰেছে আইন অমান্য আন্দোলন আৰম্ভ কৰিলে। কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত কলেজ বৰ্জন কৰি ওলাই অহা ছাত্ৰ বিজয় ভাগৱতী, ৰবীন কাকতি, লক্ষ্মীধৰ বৰা, ৰজনীকান্ত গোস্বামী, বেলিৰাম দাস, ৰাধিকাৰাম দাস আদিয়ে কংগ্ৰেছৰ সদস্যভুক্ত হৈ আইন অমান্য আন্দোলনত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিলে। ১৯৩০ চনৰ ছয় এপ্ৰিল তাৰিখে কাৰ্জন হলত বহা আন্দোলনকাৰীসকলৰ এখন সভাই গোস্বামীক বিদেশী বস্ত্ৰ বৰ্জন সমিতিৰ সম্পাদক নিযুক্ত কৰিলে।

প্ৰচাৰ কাৰ্য্যত ব্যস্ত থকাৰ সময়তে ১৭-৯-৩০ তাৰিখে গোস্বামীক পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা, অনাদায়ে ৪২ দিনৰ কাৰাবাসৰ হুকুম হ'ল। সেইবাৰ জে'লৰ পৰা খালাচ হৈ কাম আকৌ আৰম্ভ কৰাত ১৯৩২ চনৰ ১৩ এপ্ৰিলত গ্ৰেপ্তাৰ কৰি এৰি দিলে। ২৪-৪-৩২ তাৰিখে গুৱাহাটীত কংগ্ৰেছ দিৱস পতাৰ অভিযোগত আকৌ গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। ৪-৫-৩২ তাৰিখৰ বিচাৰত চাৰি মাহৰ কাৰাদণ্ড আৰু জৰিমনাৰ বাবদ এমাহ, মুঠ পাঁচ মাহ জে'লত থাকিব লগা হ'ল।

আইন অমান্য আন্দোলন সমাপ্তিৰ পিছত ৰজনীকান্ত গোস্বামীয়ে গুৱাহাটীৰ ভৰলুমুখত স্থায়ীভাৱে থাকি ওকালতি আৰম্ভ কৰিলে। পৰৱৰ্তী কালত কংগ্ৰেছৰ সদস্য হৈ আছিল যদিও ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰা নাছিল।

এইজনা দেশকৰ্মী, স্বাধীনতা যুঁজাৰুৱে ১৯৮৬ চনৰ ১৬ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ নিজৰ ঘৰত নশ্বৰ দেহ পৰিত্যাগ কৰিলে।

## গোস্বামী নৰনাৰায়ণ



**পিতৃ ঃ স্বৰ্গীয় আত্মৰাম গোস্বামী**

**জন্ম ঃ পাটাছাৰকুছিৰ মুগুৰীয়া সত্ৰত ১৯০২ চনৰ নৱেম্বৰৰ ২ তাৰিখে**

১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুলীয়া ছাত্ৰ হিচাপে অংশগ্ৰহণ কৰি গোস্বামীয়ে সভা-শোভাযাত্ৰাত যোগ দি গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছিল। ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ কটন কলেজৰ শিক্ষা ত্যাগ কৰি ভাং, কানি আৰু বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ১৭-১০-০৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু দুশ টকাৰ কবুলিয়ত বিচাৰিলে। গোস্বামীয়ে কবুলিয়ত দিবলৈ অস্বীকাৰ কৰাত ৫-১১-৩০ তাৰিখে দণ্ডবিধি আইনৰ ১০৮ ধাৰাত আৰু এবছৰৰ সশ্ৰম কাৰাদণ্ড বিহিলে। অৱশ্যে গান্ধী আৰুউইন চুক্তি মৰ্মে আন বন্দীসকলৰ লগতে গোস্বামীয়েও ৭-৩-৩১ তাৰিখে কাৰাগাৰৰ পৰা মুক্তি লাভ কৰিলে।

নৰনাৰায়ণ গোস্বামীয়ে কংগ্ৰেছৰ সৰ্বক্ষণ কৰ্মী হিচাপে সত্যাগ্ৰহৰ সময়লৈকে সংগঠনৰ কামত ব্যস্ত আছিল। তাৰ মাজতে চেনি বৰ্জন আন্দোলন এটা চলাই ছয় মাহৰ কাৰাদণ্ড ভোগ কৰিলে। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত গোস্বামীয়ে আকৌ সক্ৰিয় অংশ গ্ৰহণ কৰি যুদ্ধবিৰোধী প্ৰচাৰত লিপ্ত হ'ল। বিয়াল্লিশৰ ৮ অক্টোবৰত টিহুৰ এখন ৰাজহুৱা সভাত বক্তৃতা দিওঁতে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে আৰু বিচাৰত পাঁচ ডিচেম্বৰ তাৰিখে ছয় মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

স্বাধীনতাৰ পিছত নৰনাৰায়ণ গোস্বামীয়ে বিভিন্ন অনুষ্ঠানৰ লগত জড়িত হৈ পৰে। এবাৰ অসম বিধানসভাৰ সদস্য নিৰ্বাচিত হ'ল; তেওঁ এটা টাৰ্ম গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেনৰ দায়িত্ব গ্ৰহণ কৰিলে; প্ৰায় পাঁচ বছৰ কাল জিলা কংগ্ৰেছৰ সভাপতিৰ পদতো থাকিল। ইয়াৰ বাহিৰেও ভালেমান ধৰ্মপুথি ৰচনা কৰিলে। লগতে দামোদৰ দেৱৰ বিষয়েও কিতাপ লিখিলে।

এইজন দেশকৰ্মীয়ে গুৱাহাটী মণিপুৰী বস্তিৰ নিজা বাসভৱনত ১৯৮৫ চনৰ এক এপ্ৰিল তাৰিখে চিৰদিনলৈ চকু মুদিলে।

# গোস্বামী বিশ্ব



নলবাৰীৰ নলবাৰী সত্ৰত ১৯২১ চনত জন্মগ্ৰহণ কৰা বিশ্ব গোস্বামী স্কুলীয়া জীৱনৰ পৰা ছাত্ৰ সন্মিলনীৰ লগত জড়িত হৈ আছিল আৰু স্বাধীনতা আন্দোলনৰ প্ৰতি আকৃষ্ট হৈছিল। সেয়েহে সত্যাগ্ৰহৰ সময়ত গোস্বামীয়ে প্ৰায়বোৰ সত্যাগ্ৰহীৰ সমাৱেশত উপস্থিত থাকি উৎসাহিত কৰিছিল।

বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলন আৰম্ভৰ প্ৰাক্‌কালত যদিও কমিউনিষ্টৰ নেতৃত্বত থকা অসম ছাত্ৰ সন্মিলনে আন্দোলনত সহযোগ কৰিছিল আৰু দ্বিতীয় মহাসমৰক তেওঁলোকেও সাম্ৰাজ্যবাদী যুদ্ধ বুলি ঘোষণা কৰিছিল, হিটলাৰে ৰাছিয়া আক্ৰমণৰ লগে লগে পাটনাত অধিৱেশন পাতি কমিউনিষ্টৰ ছাত্ৰ সংগঠনে সেইখন যুদ্ধক জন-যুদ্ধ বুলি ঘোষণা কৰিলে আৰু গান্ধীজী আৰু কংগ্ৰেছৰ আহ্বানক উপেক্ষা কৰি ব্ৰিটিছ চৰকাৰক ধনে-জনে সহায়ৰ আহ্বান জনালে। কিন্তু তাৰ বিৰুদ্ধে স্বাধীনতাকামী ছাত্ৰসকলে ছাত্ৰ সন্মিলনীৰ ভিতৰত থাকিয়েই ভাৰত-ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰিলে। বিশ্ব গোস্বামীও আছিল সেইসকলৰ অন্যতম।

বিশ্ব গোস্বামীয়ে আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাত ১৫-৯-৪২ তাৰিখে নলবাৰী পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ৮-১০-৪২ তাৰিখৰ বিচাৰত গোস্বামীক ডেৰ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা মুক্তি লাভ কৰিয়েই গোস্বামীয়ে আত্ম-গোপন কৰি আন্দোলনৰ কাৰ্য্যসূচীক সক্ৰিয় কৰি ৰাখিছিল।

১৯৪৫ চনৰ পৰা বিশ্ব গোস্বামী গুৱাহাটীত থাকি জাতীয়তাবাদী ছাত্ৰৰ দ্বাৰা নতুনকৈ গঠন কৰা সদৌ অসম ছাত্ৰ ইউনিয়ন আৰু পিছলৈ ছাত্ৰ কংগ্ৰেছ নামেৰে পৰিচিত ছাত্ৰ সংগঠনৰ বহু বছৰ সম্পাদক হিচাপে নেতৃত্ব বহন কৰিছিল।

গোস্বামীৰ জীৱনটো অতিকৈ সংঘাতপূৰ্ণ। ছ'চিয়েলিষ্ট পাৰ্টিৰ কাৰ্য্যালয়ত থাকিয়েই অবিবাহিত হৈ, পিছৰ কালত সমাজবাদী আন্দোলনতো সক্ৰিয় ভূমিকা পালন কৰি থাকোঁতেই সেই কাৰ্যালয়তে তেওঁ চিৰ নিদ্ৰাত পৰিল।

# গোস্বামী যতীন



**পিতৃ ঃ প্ৰয়াত নৰনাথ গোস্বামী**

**জন্ম ঃ ১৯২৫ চনৰ ১৭ নৱেম্বৰত পাটাছাৰকুছিত।**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত হাইস্কুলৰ অষ্টমমান শ্ৰেণীৰ ছাত্ৰ যতীন গোস্বামীয়ে স্কুলীয়া শিক্ষা বৰ্জন কৰি আন্দোলনত স্বেচ্ছাসেৱক হিচাপে সক্ৰিয় অংশগ্ৰহণ কৰি, সভা-শোভাযাত্ৰাৰ জৰিয়তে যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত লিপ্ত হ'ল। সেই বছৰৰে ১৮ আগষ্টত আন চাৰিজন স্বেচ্ছাসেৱকৰ লগত গোস্বামীক পুলিচে গ্ৰেপ্তাৰ কৰি বৰপেটা সদৰ থানাত লক-আপত ভৰালেগৈ। অতি কৌশলেৰে সেইদিনা ৰাতিয়েই পাঁচোজন সংগীসহ থানাৰ পৰা পলাই গাৱেঁ গাৱেঁ সোমাই পৰিল। গোস্বামীয়ে আত্মগোপন কৰি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত ব্যস্ত হ'ল।

কলিকতাৰ পৰা বিপ্লৱী আত্মগোপনকাৰী সুবোধ হাজৰিকাই আনি দিয়া জয়প্ৰকাশ নাৰায়ণ আৰু অৰুণা আচফ আলীৰ গোপন চিঠি আৰু অন্যান্য চাৰ্কুলাৰ গোস্বামীয়ে অসমীয়ালৈ অনুবাদ কৰি, দুজনমান সহকৰ্মীৰ লগত গোপন প্ৰেছত ছপা কৰি বৰপেটাত আৰু বিভিন্ন ঠাইত বিতৰণৰ ব্যৱস্থা কৰিলে। সেই গুপ্ত চিঠিৰ টোপোলা গুৱাহাটীলৈ আনি ত্যাগবীৰ হেম বৰুৱা আৰু লক্ষ্যধৰ চৌধুৰীৰ লগত আলোচনা কৰি আন আন ঠাইলৈ পঠোৱাৰ ব্যৱস্থা কৰা হৈছিল। সেনাবাহিনীৰ শিবিৰবোৰত খাদ্যবস্তু যোগান বন্ধ কৰাৰ কাৰ্য্যসূচীতো তেওঁ ব্যস্ত হ'ল। তেওঁক পুলিচেও দ্বিতীয়বাৰ গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

১৯৪৪ চনৰ চোৰাং বেপাৰীৰ প্ৰকোপত খাদ্য বস্তুৰ দাম আকাশলংঘী হোৱাত উত্তৰ কামৰূপৰ জনসাধাৰণ জৰ্জৰিত হোৱাৰ প্ৰতিকাৰ হিচাপে চোৰাং বেপাৰীৰ বিৰুদ্ধে ৰাইজক সজাগ হ'বলৈ যুৱ-বাহিনী গঠন কৰিলে। এইবোৰ কামত ব্যস্ত থাকিব লগা হোৱাত গোস্বামীৰ স্বাস্থ্যৰ অৱনতি ঘটিল; দুটাকৈ শিক্ষা জীৱনো নষ্ট হ'ল। ১৯৪৫ চনৰ আগভাগত তেওঁৰ গুপ্তাবাসৰ ওৰ পৰিল। পৰৱৰ্তী কালত সমাজবাদী আন্দোলনত সক্ৰিয় ভূমিকা লোৱা যতীন গোস্বামীয়ে শিক্ষা জীৱন সম্পূৰ্ণ কৰি উচ্চ শিক্ষা গ্ৰহণ কৰি মিউজিয়ামৰ চাকৰিৰ উপৰিও সাহিত্য কৰ্মত বিভিন্ন বিষয়ৰ ভালেমান গ্ৰন্থ প্ৰকাশৰ কাৰ্য্যত এতিয়াও ৰত হৈ আছে।

# গোস্বামী দেৱেন্দ্ৰ মোহন



পিতৃ ঃ স্বৰ্গীয় গংগা মোহন গোস্বামী

**জন্ম ঃ ১৯৮০ চনত পলাশবাৰীৰ বৰাতলী গাৱঁত**

১৯২১ চনৰ অসহযোগ আন্দোলনত পলাশবাৰীৰ সাহসী ডেকা দেৱেন্দ্ৰ মোহন গোস্বামী আছিল ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে এক সন্ত্ৰাস। গান্ধীজীয়ে তৰুণৰাম ফুকনৰ গৃহ-প্ৰাংগনত বিলাতী কাপোৰ দাহ কৰাৰ পিছতে গান্ধীজীৰ আদৰ্শত উদ্বুদ্ধ হৈ দেৱেন্দ্ৰ মোহনেও এটা কৰ্মী বাহিনী গঠন কৰি পলাশবাৰীৰ পৰা ছয়গাৱঁলৈ বিলাতী কাপোৰ, বিলাতী বস্তু সংগ্ৰহ কৰি দাহ কৰি ফুৰিছিল। লগতে মদ, কানিৰ দোকান আৰু মাদক দ্ৰব্যৰ বিৰুদ্ধে সজাগ কৰিবলৈ পিকেটিং কাৰ্যসূচীও চলাই নিছিল। ফলত গোস্বামীক ১৯২২ চনৰ ৩ জানুৱাৰীত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰকে দুমাহৰ সশ্ৰম কাৰাদণ্ড আৰু ১৫ টকা জৰিমনাৰ হুকুম দিলে। জে'লৰ পৰা ওলোৱাৰ পিছতো গোস্বামী সংগঠন আৰু প্ৰচাৰ কাৰ্য চলাই থাকিল।

দেৱেন্দ্ৰ মোহন গোস্বামীয়ে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনতো অংশ গ্ৰহণ কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪০ চনৰ সত্যাগ্ৰহত গোস্বামীয়ে সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰিলে আৰু ১৯৪১ চনত যুদ্ধবিৰোধী সত্যাগ্ৰহ কৰিলে। পুলিচে গ্ৰেপ্তাৰ কৰি পিছত তেওঁক এৰি দিলে।

# গোস্বামী লক্ষ্মীমোহন

বামুন্দীৰ লক্ষ্মীমোহন গোস্বামীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি গোটেই অঞ্চলতে ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে অসহযোগচৰ ঢৌ বোৱাই দিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

# গোস্বামী কনকেশ্বৰ



পিতৃ ঃ স্বৰ্গীয় কুমুদেশ্বৰ গোস্বামী

**জন্ম ঃ ১৯১৩ চনৰ আগষ্ট মাহত গুৱাহাটীৰ উজান বজাৰত**

কনকেশ্বৰ গোস্বামীৰ জন্ম এটা স্বদেশ-প্ৰেমিক পৰিয়ালত। তেওঁৰ পিতৃ কুমুদেশ্বৰ গোস্বামী আছিল ১৯২১ চনৰ অহিংস সংগ্ৰামী। সেয়েহে তেওঁৰ পুত্ৰসকলকো দেশ প্ৰেমত উদ্বুদ্ধ

কৰিছিল। কনকেশ্বৰ গোস্বামীয়ে ১৯৩০ চনৰ কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুল বৰ্জন কৰি স্কুল-কলেজত পিকেটিং কৰাৰ অপৰাধত ২/৮/৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত গোস্বামীক ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই শিক্ষা জীৱন আৰম্ভ কৰিলে যদিও গোস্বামীয়ে সংগ্ৰামী জীৱন অব্যাহত ৰাখিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰি, সেই আন্দোলনৰ পৰিচালক ত্যাগবীৰ হেম বৰুৱাৰ পৰামৰ্শ মতে, আন্দোলনকাৰীৰ মাজত জনসংযোগৰ কাম অহৰহ ব্যস্ত হৈ পৰিছিল।

ওৰে জীৱন সামাজিক কামত ব্ৰতী কনকেশ্বৰ গোস্বামীয়ে ১৯৯০ চনৰ ২১ এপ্ৰিল তাৰিখে শেষ নিশ্বাস ত্যাগ কৰিলে।

## গোস্বামী যাদৱচন্দ্ৰ

নগাওঁ জিলাৰ ভোলাগুৰি সত্ৰৰ যাদৱ চন্দ্ৰ গোস্বামীয়ে বিয়াল্লিশৰ গণ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি আত্মগোপন কৰি নগাওঁ জিলাত বিপ্লৱৰ বহ্নি কঢ়িয়াই ফুৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। পৰৱৰ্তী কালত এইজন গোস্বামীয়ে গুৱাহাটীৰ ফটাশিল আমবাৰীত স্থায়ীভাৱে বসতি স্থাপন কৰিলে।

## গোস্বামী বীৰেন্দ্ৰমোহন



**পিতৃ ঃ স্বৰ্গীয় দেৱেন্দ্ৰ মোহন গোস্বামী**

**জন্ম ঃ পলাশবাৰীত ১৯২১ চনৰ ১২ জানুৱাৰীত**

ভাৰতৰ স্বাধীনতা আন্দোলনৰ আন এক বিপ্লৱী সত্তা বীৰেন্দ্ৰ মোহন গোস্বামীয়ে দেশপ্ৰেমৰ প্ৰথম পাঠ লাভ কৰিছিল তেওঁৰ দেশপ্ৰাণ পিতৃ দেৱেন্দ্ৰ মোহন গোস্বামীৰ পৰা।

দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে ব্ৰিটিছ চৰকাৰে ভাৰতবাসীৰ ওচৰত দাবী কৰিছিল যুদ্ধত ধনে-জনে সহায় কৰিবলৈ। গান্ধীজী আৰু কংগ্ৰেছে দাবী কৰিছিল— "আগতে আমাক স্বাধীনতা দিয়া, তেতিয়া যুদ্ধত সহায় কৰা-নকৰাৰ সিদ্ধান্ত আমাৰ চৰকাৰে গ্ৰহণ কৰিব।" বিদেশী চৰকাৰে সেই দাবী প্ৰত্যাখ্যান কৰাত গান্ধীজীয়ে ১৯৪০-৪১ চনত সত্যাগ্ৰহ পৰিচালনা কৰিলে। সেই সময়তে গুৱাহাটীৰ ডেপুটি কমিছনাৰে যুদ্ধৰ কাৰণে ধন-সংগ্ৰহৰ উদ্দেশ্যে জজ ফিল্ডত এখন প্ৰদৰ্শনী অনুষ্ঠিত কৰিলে আৰু তাৰ বিৰুদ্ধে গুৱাহাটীৰ

ছাত্রসকলে জেহাদ ঘোষণা কৰিলে। ১৯৪১ চনৰ ৬ ডিচেম্বৰত যুদ্ধৰ বিৰুদ্ধে এক বৃহৎ শোভাযাত্রা বাহিৰ হ'ল। তাক বাধা দিবলৈ ব্যৰ্থ হৈ ডি চি হামফ্রেৰ নিৰ্দেশত পুলিচ আৰু সেনাই নিষ্ঠুৰভাৱে লাঠিচালনা কৰি বহুতো ছাত্র-ছাত্রীক ঘূনীয়া কৰিলে। সেইসকলৰ ভিতৰত কটন কলেজৰ ছাত্র বীৰেন্দ্র মোহন গোস্বামীও এজন।

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত গোস্বামীয়ে অংশগ্ৰহণ কৰি যুদ্ধ-বিৰোধী অভিযানত নেতৃত্ব দিয়ে আৰু ত্যাগবীৰৰ নিৰ্দেশত সোণাপুৰ, ক্ষেত্রী, পানীখাইতী অঞ্চলত প্ৰচাৰ কাৰ্য্য চলায়। লুকাই লুকাই গাৱেঁ-ভূঞে্ঁ ঘূৰি-ফুৰোঁতে গোস্বামীয়ে অশেষ নিৰ্য্যাতন ভোগ কৰিলে।

১৯৪৫ চনত কমিউনিষ্টৰ নেতৃত্বত থকা ছাত্র সম্মিলনৰ পৰা দেশপ্ৰেমিক ছাত্রসকল ওলাই আহি নতুনকৈ গঠন কৰা অসম ছাত্র ইউনিয়নৰ জন্ম-লগ্নৰে পৰা বীৰেন্দ্ৰ মোহন উৎসাহী কৰ্মী আছিল আৰু সোণেশ্বৰ কলিতা, উত্তম তহবিলদাৰ, বৈদ্য বৰপূজাৰী, বিশ্বদেৱ শৰ্মা, অজিত শৰ্মা, বিশ্ব গোস্বামী আদিৰ লগত সেই অনুষ্ঠান— পিছলৈ ছাত্র কংগ্ৰেছ হিচাপে নামকৰণ হোৱা শক্তিশালী ৰূপত গঢ়ি তুলিছিল।

বৰ্তমান গোস্বামী বিভিন্ন ৰাজহুৱা কামৰ লগতে ত্যাগবীৰ হেম বৰুৱা স্মৃতি ৰক্ষা সমিতিৰ সভাপতিৰ দায়িত্বও বহন কৰি আছে।

## গোস্বামী প্ৰভাতচন্দ্ৰ

১৯১৪ চনত বৰপেটাৰ হালধিবাৰী সত্ৰত জন্মগ্ৰহণ কৰা প্ৰভাত গোস্বামীয়ে স্কুলীয়া কালতে স্বাধীনতা আন্দোলনত যোগ দি গুৱাহাটী জিলা কংগ্ৰেছৰ নিৰ্দেশত ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণৰ কাৰণে গুৱাহাটীলৈ আহি নবীন বৰদলৈৰ বাৰিত থকা অস্থায়ী শিবিৰত থাকি স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ লৈ কানিৰ দোকানত পিকেটিং কৰে। এবাৰত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কিছুদিন জে'লত থকাৰ পিছত খালাচ দিলে। ঠায়ে ঠায়ে আন স্বেচ্ছসেৱকৰ লগত বিলাতী বস্ত্ৰ সংগ্ৰহ কৰি অগ্নিদাহ কৰিছিল। দ্বিতীয়বাৰ আকৌ গ্ৰেপ্তাৰ হৈ কিছুদিন হাজোতত থাকি ওলাই আহিছিল।

ইতিমধ্যে কাছাৰী ঘৰত ত্ৰিৰংগ পতাকা উৰোৱাৰ দুঃসাহসিক কাৰ্য্য তেজপুৰত আৰম্ভ হৈ বিভিন্ন ঠাইত চলি আছিল। ১৯৩২ চনৰ দুই মে' তাৰিখে ১৮-বছৰীয়া সাহসী যুৱক প্ৰভাত চন্দ্ৰই গুৱাহাটী কাছাৰী প্ৰাংগনত বাঁহৰ

চেকোৱাৰে ঘেৰি থোৱা আৰু সশস্ত্ৰ পুলিচে পহৰা দি থকা ইউনিয়ন জেক নমাই ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ আগবাঢ়ি আহিল। সেইদিনা দুপৰীয়া বাঁহৰ চেকোৱা একেজাঁপে পাৰ হৈ গোস্বামীয়ে চকুৰ পচাৰতে পতাকা স্তম্ভৰ পৰা নমাই, ত্ৰিৰংগ পতাকা উত্তোলন কৰি 'বন্দে মাতৰম' ধ্বনি দিবলৈ ধৰে। লগে লগে আঁতৰত ৰৈ থকা ভলণ্টিয়াৰসকলে ওচৰ চাপি জয়ধ্বনিৰে কাছাৰী বাকৰি মুখৰিত কৰি তোলে। পুলিচে গোস্বামীক উলিয়াই আনি পাণবজাৰ থানালৈ লৈ গ'ল। পাণবজাৰত গোটখোৱা মানুহে গোস্বামীলৈ ফুল ছটিয়াই শ্লোগান দিলে। পিছদিনা বিচাৰত গোস্বামীক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

স্বাধীনতাৰ পিছত প্ৰভাত গোস্বামীয়ে বাইহাটা চাৰিআলিৰ পলহা গাৱঁত বসবাস স্থাপন কৰি বিভিন্ন গঠনমূলক কামত ব্যস্ত আছিল। এইজনা বীৰ সেনানীৰ ৯১-বছৰ বয়সত ২০০৬ চনৰ ৮ আগষ্টত মহাপ্ৰয়াণ ঘটিল।

## গোস্বামী অজিত চন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় কুম্ভ চন্দ্ৰ গোস্বামী, মুক্তিযোদ্ধা**

**জন্ম ঃ হাজোত, ১৯১৬ চনত**

১৯২১ চনৰ স্বাধীনতা সংগ্ৰামীৰ পুত্ৰ অজিত চন্দ্ৰয়ো পিতৃৰ আদৰ্শকে সাৰোঁগত কৰি ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত অংশ গ্ৰহণ কৰি অঞ্চলটোৰ জনগণক দেশ-মাতৃৰ সেৱাত ব্ৰতী কৰিবৰ কাৰণে উঠি-পৰি লাগিল আৰু মাদক দ্ৰব্য আৰু বিদেশী বস্ত্ৰৰ বিৰুদ্ধে সংগ্ৰামত অৱতীৰ্ণ হ'ল। ফলত ১৯৩২ চনৰ ১৩ এপ্ৰিল তাৰিখে ব্ৰিটিছ চৰকাৰৰ পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতলৈ প্ৰেৰণ কৰিলে যদিও সেইদিনাই মোকোলাই দিলে।

তাৰ দুদিনৰ পিছতে গোস্বামীক আকৌ পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু ১৮ এপ্ৰিলৰ বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা মুক্তি লাভ কৰিও এইজন সংগ্ৰামীয়ে দেশ সেৱাকে ব্ৰত কৰি ল'লে।

## গোস্বামী গৌৰীচৰণ

বামুন্দীৰ গৌৰীচৰণ গোস্বামীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীৰ বাণী সাৰোগত কৰি স্বেচ্ছাসেৱক বাহিনীত যোগদান কৰি মাদক দ্ৰব্য বৰ্জন, বিলাতী বস্তু আৰু বস্ত্ৰ বৰ্জনৰ বিষয়ে ৰাইজৰ মাজত প্ৰচাৰ কৰি জন-মত গঢ়ি তোলে। ইয়াৰ বাহিৰে আৰু পৰৱৰ্তী কালৰ আন কৰ্মপন্থাৰ কথা জনা নগ'ল।

# গোস্বামী সৰ্বেশ্বৰ



**পিতৃ ঃ স্বৰ্গীয় চক্ৰধৰ গোস্বামী**

**জন্ম ঃ বেলশৰৰ কৈহাটী সূত্ৰত ১৯২১ চনৰ ১ জুন তাৰিখে**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলন আৰম্ভৰ লগে লগেই ব্ৰিটিছ চৰকাৰে আন্দোলনৰ নেতাসকলক গ্ৰেপ্তাৰ কৰি কাৰাগাৰত নিক্ষেপ কৰিলে, কংগ্ৰেছক বে-আইনী ঘোষণা কৰিলে, সভা-শোভাযাত্ৰাৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰি লাঠিচালনা, বেয়নেট চালনা কৰি নিষ্পেষণৰ ষ্টীম-ৰোলাৰ চলাই নিয়াৰ প্ৰতিবাদত আন আন স্বাধীনতাপ্ৰেমী ছাত্ৰৰ লগতে সৰুৰে পৰা মেধাৱী ছাত্ৰৰ সৰ্বেশ্বৰ গোস্বামীয়েও কলেজৰ শিক্ষা ত্যাগ কৰি আন্দোলনত জপিয়াই পৰিল। সেই সময়ত গাওঁ অঞ্চলত স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ শিবিৰত সাহসী ডেকাসকলে আন্দোলনৰ প্ৰশিক্ষণ লৈ আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণ কৰিছিল।

পুলিচৰ ধৰপাকৰ আৰু নিৰ্য্যাতন আৰম্ভ হোৱাত আন্দোলনৰ স্বাৰ্থত, নেতৃস্থানীয় কৰ্মীসকলে আত্মগোপন কৰি আন্দোলনক সক্ৰিয় কৰি তুলিছিল। সৰ্বেশ্বৰ গোস্বামীয়ে কামৰূপৰ আন্দোলনৰ বিখ্যাত ঘাটি বাঁহজানী, কনিহা, দেহাৰকুছি আদি শিবিৰত থাকি আন্দোলনৰ প্ৰচাৰ আৰু সাংগঠনিক কাম পৰিচালনা কৰিছিল। পিছত এই শিবিৰবোৰ চৰকাৰে বন্ধ কৰি দিয়াত ভিতৰুৱা অঞ্চলত সোমাই, নানা কষ্ট আৰু শ্ৰমেৰে গোস্বামীহঁতে কাম কৰি গৈছিল। আন্দোলনৰ শেষ ভাগত ধৰ্মকান্ত শৰ্মাৰ ঘৰত লুকাই থাকি খাজানা বন্ধৰ প্ৰচাৰ কাৰ্য্য চলাইছিল।

আন্দোলন সাম কটাৰ পিছত গোস্বামীয়ে পুনৰ শিক্ষা জীৱন আৰম্ভ কৰি, বেনাৰস বিশ্ববিদ্যালয়ৰ পৰা উচ্চ-শিক্ষা লৈ কিছু বছৰ কলেজত অধ্যাপনা কৰি চৰকাৰী চাকৰিত যোগ দি, প্ৰশাসনীয় সেৱাৰ উচ্চতম পদৰ পৰা অৱসৰ লৈ ৰাধাগোবিন্দ বৰুৱা পথৰ নিজা ঘৰত সাত্বিক জীৱন-যাপন কৰি আছে।

# গোস্বামী ৰজনীকান্ত

ৰঙিয়া বালিসত্ৰৰ স্বৰ্গীয় মাধৱ চন্দ্ৰ গোস্বামীৰ পুত্ৰ ৰজনীকান্ত গোস্বামীয়ে গান্ধীজীৰ আহ্বানত আৰম্ভ হোৱা অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক বাহিনী গঠন কৰি প্ৰচাৰ কাৰ্য্য চলাই জনগণক সজাগ কৰি তুলিছিল। সেই

অপৰাধতে পুলিচে ১৯২২ চনৰ ১৫ মাৰ্চ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে।

বিচাৰকে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। জে'লৰ পৰা মুক্তি হোৱাৰ পিছৰ খা-খবৰ একো জনা নগ'ল।

## গোস্বামী হৰিচন্দ্ৰ

গুৱাহাটী উজান বজাৰৰ সম্ভুনাথ গোস্বামীৰ পুত্ৰ হৰিশচন্দ্ৰই আন বহুতো ছাত্ৰৰ লগতে কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে কটন কলেজিয়েট স্কুল বৰ্জন কৰি স্কুলত পিকেটিং কৰাতেই ক্ষান্ত নাথাকি আইন অমান্য আন্দোলনৰ আন কাৰ্যসূচীত অংশগ্ৰহণ কৰে। ফলত ১৯৩০ চনৰ আগষ্টৰ দুই তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কিছুদিনৰ পিছত বিচাৰকে খালাচ কৰি দিলে।

## গোস্বামী কুমুদেশ্বৰ

প্ৰয়াত মহেশ্বৰ গোস্বামীৰ পুত্ৰ কুমুদেশ্বৰ গোস্বামীয়ে ১৯২১ চনৰ আগভাগত পলাশবাৰীৰ ৰাজহুৱা সভাত চন্দ্ৰনাথ শৰ্মা আৰু নবীন বৰদলৈৰ বক্তৃতা শুনি অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি গাওঁ অঞ্চলত সংগঠনৰ কামত আত্মনিয়োগ কৰিলে।

একেৰাহে কংগ্ৰেছ সংগঠনৰ কামত লাগি থকাত ১৯৩০ চনত গোস্বামীক জিলা কংগ্ৰেছৰ উপ-সভাপতি পদৰ দায়িত্ব দিলে। আইন অমান্য আন্দোলনত গোস্বামীয়ে দক্ষিণ কামৰূপৰ ভিতৰুৱা অঞ্চলত কানি নিবাৰণী অভিযান তীব্ৰতৰ কৰি তুলিছিল। গুৱাহাটীৰ পিকেটিং কাৰ্যসূচীতো তেখেতে ঠায়ে ঠায়ে নেতৃত্ব দিছিল। কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত চৰকাৰী স্কুল ত্যাগ কৰা ছাত্ৰ-ছাত্ৰীৰ কাৰণে তিলক মেম'ৰেৰিল স্কুল স্থাপনত গোস্বামীয়ে আগ-ভাগ লৈছিল।

তেখেতে পিছলৈ নিজৰ গুৱাহাটীৰ ঘৰখনো স্বদেশী আন্দোলনৰ শিবিৰত পৰিণত কৰিছিল।

# গোস্বামী ভাৰতচন্দ্ৰ



**জন্মস্থান ঃ নগাওঁ জিলাৰ কামপুৰত**

**পিতৃৰ নাম ঃ ৰায়চাহাব স্বৰ্গীয় গোলোকচন্দ্ৰ গোস্বামী,**

**জন্ম ঃ ১৯১৮**

কামপুৰৰ ভাৰত গোস্বামীহঁতৰ ঘৰখনৰ বিশেষত্ব এয়ে যে পিতৃ আছিল ব্ৰিটিছ-ভক্ত মৌজাদাৰ আৰু সেয়েহে তেওঁ ৰায়চাহেব উপাধি পাইছিল। কিন্তু পুতেকহঁতৰ তিনিজন পুতেকেই হ'ল স্বাধীনতা সংগ্ৰামী; ব্ৰিটিছৰ ঘোৰ শত্ৰু। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে ককায়েক দুজনৰ লগতে ভাৰত গোস্বামীয়েও আন্দোলনত জঁপিয়াই পৰিল। ২৫-৮-৪২ তাৰিখে কামপুৰৰ প্ৰায় ৩০০০ স্বাধীনতা সৈনিকে দিন-দুপৰতে মুকলিভাৱে শোভাযাত্ৰা কৰি ৰে'লৰ লাইন খুলিলে; টেলিগ্ৰাফৰ তাঁৰ ছিঙিলে; ৰে'ল ষ্টেচনৰ ক্ষতিসাধন কৰিলে, চক্ৰ বিষয়াৰ কাৰ্যালয় ভাঙি দিলে। পিছত নগাৱঁৰ পৰা সশস্ত্ৰ পুলিচ আৰু সেনা গৈহে ৰাইজক ছত্ৰভংগ দিয়ালে আৰু একেলগে প্ৰায় ৩০ জন কৰ্মীক গ্ৰেপ্তাৰ কৰি জে'লত ভৰালে। তাৰ ভিতৰতে ভাৰত গোস্বামী আৰু তেওঁৰ ককায়েক কৃষ্ণ গোস্বামীও। সেই বিচাৰত প্ৰায় সকলোৰে ১৫ মাহকৈ সশ্ৰম কাৰাদণ্ড হ'ল। সেই ১৫-মাহতে গোস্বামীয়ে কেইবাখনো জে'ললৈ বদলি হৈ ফুৰিব লগা হ'ল।

জে'লৰ পৰা ওলোৱাৰ কিছুকালৰ পিছত গোস্বামীয়ে গুৱাহাটীত শিক্ষা জীৱন আৰম্ভ কৰি স্বাধীনতাৰ পিছত সমবায় বিভাগত চাকৰি কৰি থকা অৱস্থাত গুৱাহাটীত স্থায়ীভাৱে সংস্থাপন ল'লে।

চাকৰিৰ পৰা অৱসৰৰ পিছত গোস্বামীয়ে ৰাজ্যিক মুক্তি যুঁজাৰু সন্মিলনৰ সাধাৰণ সম্পাদকৰ দায়িত্বও কেইবাবছৰো বহন কৰিব লগা হ'ল।

এইজন দেশকৰ্মীয়ে ১৯৯৪ চনৰ ২২ এপ্ৰিল তাৰিখে গুৱাহাটীৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

# গোস্বামী নবীনচন্দ্ৰ

কলিয়াবৰৰ ভোলাগুৰি সত্ৰত জন্মগ্ৰহণ কৰা নবীনচন্দ্ৰ গোস্বামীয়ে ডেকা কালতে কংগ্ৰেছৰ ভলণ্টিয়াৰ হিচাপে কাম কৰি থকাৰ মাজতে গুৱাহাটীলৈ আহি অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ কাৰ্য্যালয়ত থাকি কাৰ্য্যালয় সহকাৰী

হিচাপে কেইবাবছৰো সেৱা আগবঢ়াইছিল। সত্যাগ্ৰহী হিচাপে ১৯৪০ চনত সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰিছিল যদিও সাংগঠনিক কামৰ কাৰণে গোস্বামীৰ সত্যাগ্ৰহ কৰা নহ'ল। ভাৰত-ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে কাৰ্য্যালয়ৰ কাম এৰি ৰণক্ষেত্ৰত নামি পৰিল। গ্ৰেপ্তাৰী পৰোৱানা জাৰি হোৱাৰ গম পাই গোস্বামী নগাৱঁলৈ উভতি গ'ল। কিন্তু তাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ ৪৩৬ ধাৰাত এবছৰ আৰু ১৪৭ ধাৰাত ৬ মাহৰ কাৰাদণ্ড বিহিলে।

নবীন গোস্বামীয়ে জে'লৰ পৰা ওলাই আকৌ গুৱাহাটীলৈ আহি কংগ্ৰেছ সেৱা মন্দিৰ প্ৰতিষ্ঠা কৰি বিভিন্ন কুটীৰ শিল্পৰ প্ৰশিক্ষণ আৰু উৎপাদনৰ ব্যৱস্থা কৰিলে আৰু মৃত্যুৰ সময়লৈকে ঘৰ-সংসাৰ একো নকৰি সেৱা মন্দিৰৰ কামতে জীৱন সমৰ্পণ কৰিলে। লগে লগে ৰাষ্ট্ৰভাষা প্ৰচাৰ আৰু খাদী প্ৰচলনৰ কামতো নিজকে ব্যস্ত ৰাখিলে।

## গোস্বামী গোবিন্দেশ্বৰ

উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত জন্মগ্ৰহণ কৰা গোবিন্দেশ্বৰ গোস্বামীয়ে কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি ২৩ ছেপ্টেম্বৰ তাৰিখে কলেজিয়েট স্কুলত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিছিল যদিও পিছদিনা মুক্তি দিলে। তাৰ পিছদিনাৰ পৰা আন্দোলনৰ স্বাৰ্থত গোস্বামীয়ে আত্মগোপন কৰি উত্তৰ কামৰূপৰ বিভিন্ন স্বেচ্ছাসেৱকৰ শিবিৰৰ লগত সংযোজন স্থাপন কৰি আন্দোলনৰ কাৰ্য্যসূচী চলাই গৈছিল।

গান্ধীভক্ত গোস্বামীয়ে কূটাঘাতমূলক কামৰ বাহিৰত থাকি আন্দোলনটো অহিংসভাৱে ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল।

## গোস্বামী মহীকান্ত

গুৱাহাটী জু-ৰোডৰ অচ্যুতানন্দ গোস্বামীৰ পুত্ৰ মহীকান্ত গোস্বামীয়ে গুৱাহাটীৰ পৰা গৈ ধুবুৰীত ভাৰত ত্যাগ আন্দোলনৰ ইংৰাজবিৰোধী প্ৰচাৰ কাৰ্য্য চলাই বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত স্থানীয় কৰ্মীসকলৰ লগত সহযোগ কৰিছিল আত্মগোপন কৰি।

## গোস্বামী কৃষ্ণচন্দ্ৰ

পলাশবাৰীৰ প্ৰয়াত মাধৱ চন্দ্ৰ গোস্বামীৰ পুত্ৰ কৃষ্ণচন্দ্ৰ গোস্বামীয়ে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুল বৰ্জন কৰি আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি সভা-শোভাযাত্ৰা আদিৰ প্ৰচাৰ চলাইছিল। তাৰ মাজতে পলাশবাৰীৰ এটা স্বেচ্ছাসেৱকৰ দলৰ লগত গুৱাহাটীলৈ আহি ত্ৰিৰংগ পতাকা হাতে হাতে লৈ শোভাযাত্ৰা কৰোঁতে পুলিচে বাধা দিয়ে আৰু লাঠি-চাৰ্জ কৰি পতাকাবোৰ কাঢ়ি লয়। কৃষ্ণচন্দ্ৰই পতাকাখনি এৰি নিদি বুকুত সাৱতি ধৰে। পুলিচে লাঠিৰে কোবাই কোবাই পতাকাখন কাঢ়ি নিয়ে আৰু গোস্বামীক জে'ল-হাজোতলৈ প্ৰেৰণ কৰে। সাত দিন হাজোতত থকাৰ পিছত বিচাৰ কৰি ১৫ টকা জৰিমনা কৰি খালাচ দিলে।

## গোস্বামী ধৰণীধৰ

গুৱালকুছিৰ স্বৰ্গীয় গোপাল চন্দ্ৰ গোস্বামীৰ পুত্ৰ ধৰণীধৰ গোস্বামীয়ে ভাৰত-ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক বাহিনীত যোগ দি পুলিচৰ চকুত ধূলি মাৰি সেনাৰ কেম্পত খাদ্য সামগ্ৰী যোগানত বাধা দি, আন আন কাৰ্য্যসূচী ৰূপায়ণত অংশগ্ৰহণ কৰি ১৯৪৪ চনলৈকে আন্দোলনৰ কামত ব্যস্ত আছিল।

এই দীঘলীয়া সময়ছোৱাত গাৱেঁ-ভূঞে ঘূৰি ফুৰোঁতে যথেষ্ট কষ্টৰ সন্মুখীন হৈছিল।

## গোস্বামী উত্তমচন্দ্ৰ

গুৱাহাটী ৰূপনগৰ নিবাসী স্বৰ্গীয় গোবিন্দ গোস্বামীৰ পুত্ৰ উত্তম গোস্বামীয়ে বিয়াল্লিশৰ গণ আন্দোলনত যোগদান কৰি যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্যত আত্মনিয়োগ কৰিছিল। অৱশ্যে, পুলিচে তেখেতক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## গোস্বামী ৰজতচন্দ্ৰ

বামুন্দীৰ ৰজতচন্দ্ৰ গোস্বামীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি পিছপৰা অঞ্চলত সভা-শোভাযাত্ৰা আদি অনুষ্ঠিত কৰি জনগণৰ মাজত গান্ধীজীৰ বাণী প্ৰচাৰ কৰি মাদক দ্ৰব্য ত্যাগ কৰিবলৈ আৰু নিজৰ মাজতে থকা অস্পৃশ্যতা বৰ্জন কৰিবলৈ আৰু খাদী প্ৰচলন কৰিবলৈ প্ৰচাৰ কৰি ফুৰোঁতে পুলিচৰ হাতত নিৰ্য্যাতিত হৈছিল।

## গোস্বামী খৰ্গেশ্বৰ

**পিতৃ ঃ স্বৰ্গীয় মহেশ্বৰ গোস্বামী**

**জন্ম ঃ পলাশবাৰীৰ নহিৰা গাৱঁত**

স্কুলীয়া কালতে দেশপ্ৰেমত উতলা হৈ ১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে খৰ্গেশ্বৰে স্কুলীয়া শিক্ষা-জীৱন জলাঞ্জলি দি পলাশবাৰীৰ স্বেচ্ছাসেৱকসকলৰ লগত সভা-শোভাযাত্ৰাত যোগ দি বন্দে মাতৰম ধ্বনিৰে পলাশবাৰী অঞ্চল কঁপাই তুলিছিল। লগে লগে সমূহীয়াকৈ বিদেশী বস্ত্ৰ, বিদেশী বস্তু সংগ্ৰহ কৰি অতি উৎসাহেৰে অগ্নিত দাহ কৰিছিল। লগে লগে গাওঁ-ভূইত মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন আদি গান্ধীজীৰ বাণী ব্যাপকভাৱে প্ৰচাৰ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে।

বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ (১৭)১ ধাৰাত ৬ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। কাৰামুক্ত হোৱাৰ পিছৰছোৱাৰ বিষয়ে একো জনা নগ'ল।

## গোস্বামী লক্ষেশ্বৰ



**জন্ম ঃ ১৯২২, গুৱাহাটী**

মুক্তিযুঁজাৰু কুমুদেশ্বৰ গোস্বামীৰ পুত্ৰ লক্ষেশ্বৰ গোস্বামীয়ে সৰুকালিতে নিজৰ পিতৃ-মাতৃৰ পৰা স্বাধীনতা মন্ত্ৰত দীক্ষিত হৈছিল আৰু তেওঁৰ সক্ৰিয়তা প্ৰকাশ পাইছিল ১৯৩৮ চনত লোকেল ব'ৰ্ড নিৰ্বাচনত কংগ্ৰেছ দলৰ স্বেচ্ছাসেৱকৰূপে অংশ গ্ৰহণৰে পৰা। তেতিয়া তেওঁ বিদ্যালয়ৰ ছাত্ৰ। ১৯৪০ চনত হাজোত হোৱা সত্যাগ্ৰহ প্ৰশিক্ষণ শিবিৰতো স্বেচ্ছাসেৱকৰূপে সেৱা আগবঢ়াইছিল। দ্বিতীয় মহাযুদ্ধলৈ যোগান বন্ধ কৰা কামতো নিয়োজিত হৈছিল। ১৯৪২ চনৰ অক্টোবৰত আন্দোলনৰ কামত ব্যস্ত হৈ থাকোঁতে ২/৫-২৫/৯-৪২ তাৰিখে পুলিচৰ হাতত গ্ৰেপ্তাৰ নোহোৱাকৈ কথমপি পলাই গৈ গুপ্তাবাসত থাকি কৰ্মবীৰ হেমচন্দ্ৰ বৰুৱাৰ তত্বাৱধানত কামৰূপ আৰু নগাওঁ জিলাত থাকি কাম কৰিছিল।

# গোস্বামী ৰাধিকেশ্বৰ

কৰৰা অঞ্চলৰ বৰহাটা গাৱঁৰ ৰাধিকেশ্বৰ গোস্বামীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্রিয় অংশগ্রহণ কৰি গাৱেঁ গাৱেঁ অসহযোগৰ বাণী প্রচাৰ কৰাৰ লগে লগে গাওঁ সংগঠন, মাদক দ্রব্য বর্জন, বিলাতী বস্তু বর্জন আদি কার্য্য গোস্বামীয়ে হাতে-কামে কৰি দেখুৱাইছিল।

এইজন দেশপ্রেমিক গোস্বামীয়ে ইয়াৰ পিছৰ আটাইকেইটা আন্দোলনতে সহযোগ কৰিছিল। অৱশ্যে তেওঁ জে'ল খাটিব লগা নহৈছিল।

# গোস্বামী শৰৎ চন্দ্র

নলবাৰীৰ বুদ্ধদেৱ গোস্বামীৰ পুত্র শৰৎ চন্দ্র গোস্বামীয়ে ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্রহণ কৰি হাতত ত্রিৰংগ পতাকা লৈ ফাঁচীবজাৰত শোভাযাত্রা কৰোঁতে ১৩-৪-৩২ তাৰিখে ভাৰতীয় দণ্ডবিধি আইনৰ ১৪৩ ধাৰাত গ্রেপ্তাৰ কৰি পতাকা বাজেয়াপ্ত কৰিলে আৰু মাৰপিট কৰি তেওঁক এৰি দিলে।

দ্বিতীয়বাৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্রেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰাত তিনি মাহৰ সশ্রম কাৰাদণ্ড হ'ল।

# গোস্বামী ভুৱনেশ্বৰ

**পিতৃ ঃ স্বর্গীয় কুমুদেশ্বৰ গোস্বামী**

**জন্ম ঃ ১৯২৩ চনত গুৱাহাটী উজান বজাৰত।**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনে যুৱ শক্তিক অতিকৈ আলোড়িত কৰি তুলিলে। স্কুল-কলেজৰ পঢ়া বাদ দি হাজাৰ হাজাৰ ছাত্র-ছাত্রীয়ে 'কৰিম কিম্বা মৰিম' মন্ত্রৰে বিপ্লৱত জপিয়াই পৰি ব্রিটিছ চৰকাৰক অচল কৰা প্রচেষ্টা হাতত ল'লে। উৎসাহী ডেকা ভুৱনেশ্বৰেও ককায়েক হৰেশ্বৰ গোস্বামীৰ লগত বিপ্লৱৰ বিভিন্ন কার্য্যসূচী ৰূপায়ণত নামি পৰিল। ফলত বিয়াল্লিশৰ ১৫ ছেপ্টেম্বৰত গোস্বামীক পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। ৮-১০-৪২ তাৰিখে হোৱা বিচাৰত তেওঁ চাৰে সাত মাহৰ সশ্রম কাৰাদণ্ডৰ হুকুম হ'ল।

জে'লৰ পৰা ওলোৱাৰ পিছত গোস্বামীয়ে আত্মগোপন কৰি আকৌ আগৰ কামত যোগ দিলে। দ্বিতীয়বাৰ পুলিচে ৪-১২-৪২ তাৰিখে গোস্বামীক গ্রেপ্তাৰ কৰিলে আৰু বিচাৰত ৯-মাহৰ সশ্রম কাৰাদণ্ড বিহিলে।

এইজন গোস্বামীয়ে স্বাধীনতাৰ পিছত ৰাজ্যৰ ন্যায় সেৱাত যোগ দি নগাৱঁত প্ৰতিষ্ঠিত হ'ল আৰু ২০০০ চনত ইহলীলা সম্বৰণ কৰিলে।

## গাওঁবুঢ়া গাৰো

**কেন্দুগুৰি, বকো**

গাৰো গাওঁবুঢ়া আছিল চৰকাৰৰ মনোনীত গাওঁবুঢ়া। ১৯২১ চনত ব্ৰিটিছৰ বিৰুদ্ধে আন্দোলনত অংশগ্ৰহণ কৰিবৰ কাৰণে তেওঁ গাওঁবুঢ়া পদবী ত্যাগ কৰে। অসহযোগ আন্দোলনত তেওঁ সক্ৰিয় ভূমিকা পালন কৰিছিল।

## গাওঁবুঢ়া অহিত চন্দ্ৰ

**কটহবড়ি, বকো**

স্বৰ্গীয় অহিত চন্দ্ৰ গাওঁবুঢ়া ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত ইংৰাজৰ বিৰুদ্ধে যুদ্ধৰ সৈন্যবাহিনীলৈ সকলো প্ৰকাৰৰ সামগ্ৰীৰ যোগান বন্ধৰ কাৰণে কাম কৰাৰ উপৰি জনসাধাৰণক আন্দেলনত অংশগ্ৰহণ কৰোৱাৰ প্ৰচেষ্টাত ব্ৰতী হৈছিল। তেওঁক পুলিচে ১৯৪২ চনৰ তিনি অক্টোবৰ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰত ভাৰতীয় দণ্ডবিধি আইন অনুসৰি এদিনৰ কাৰাদণ্ড বিহিলে।

## গাওঁবুঢ়া পাহিৰাম

**ধাতাকুছি, বকো**

তেওঁ ১৯২১ চনত ইংৰাজৰ বিৰুদ্ধে সংগ্ৰামত নামি নিজৰ গাওঁবুঢ়া পদ ত্যাগ কৰে। পদবী ত্যাগ কৰাৰ পিছত তেওঁ দেশ মাতৃকাৰ স্বাধীনতাৰ সংগ্ৰামত সক্ৰিয়ভাৱে একানপতীয়াকৈ অংশগ্ৰহণ কৰিবলৈ নামি পৰে।

## গাওঁবুঢ়া মণিৰাম

**চাকাটি, কামৰূপ**

স্বৰ্গীয় মণিৰাম গাওঁবুঢ়াই ইংৰাজ চৰকাৰে নিযুক্তি দিয়া গাওঁবুঢ়া পদ ত্যাগ কৰি ১৯২১ চনত স্বাধীনতাৰ সংগ্ৰামত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰে। মাদক দ্ৰব্য বিশেষকৈ মদ, ভাং আৰু আফিং নিবাৰণৰ কাৰণে তেওঁ প্ৰবল সংগ্ৰাম চলাইছিল।

# গাওঁবুঢ়া দণ্ডিৰাম

১৯২১ চনত ইংৰাজ চৰকাৰে দিয়া গাওঁবুঢ়া পদ ত্যাগ কৰি স্বৰ্গীয় দণ্ডীৰাম গাওঁবুঢ়াই ইংৰাজৰ বিৰুদ্ধে চলা আন্দোলনত ব্ৰতী হৈ দেশ প্ৰেমৰ আন এটা উজ্জ্বল উদাহৰণ দাঙি ধৰিলে।

# গাওঁবুঢ়া নলসিং

১৯৩০ চনত নলসিং গাওঁবুঢ়াই-ইংৰাজৰ প্ৰদত্ত গাওঁবুঢ়াৰ পদবী ত্যাগ কৰি স্বাধীনতা আন্দোলনত স্বেচ্ছাসেৱক হিচাপে যোগদান কৰি জনগণৰ সংঘবদ্ধ শক্তিক অধিক জাগ্ৰত কৰাত ডাঙৰ অৱদান আগবঢ়ালে।

# গাংগুলী জ্যোতিষ চন্দ্ৰ

১৯২১ চনৰ পৰা গণ-আন্দোলনত সক্ৰিয়ভাৱে যোগদান কৰি অহা জ্যোতিষ চন্দ্ৰ গাংগুলীয়ে ১৯৩০ চনৰ পৰা ১৯৩২ চনৰ ভিতৰত সংগঠনৰ কামত ব্যস্ত হৈ পতাকা উত্তোলন, শোভাযাত্ৰা আদি কাৰ্য্যসূচীৰ ৰূপদান কৰাত বিশিষ্ট ভূমিকা পালন কৰিছিল।

# গোহাঁই প্ৰকাশ চন্দ্ৰ

১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে চৰকাৰী বিদ্যালয় ত্যাগ কৰি ছাত্ৰসকলক সংঘবদ্ধ কৰাৰ উপৰিও তেওঁ ফাঁচী বজাৰত পিকেটিং কৰাৰ অপৰাধত পুলিচে ১৯৩০ চনৰ ১২ আগষ্ট তাৰিখে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ তিনি মাহ সশ্ৰম কাৰাদণ্ড হ'ল। কাৰাগাৰৰ পৰা মুক্ত হৈ অহাৰ পিছতো এইগৰাকী দেশপ্ৰেমিকে দেশ-মাতৃকাৰ সেৱাত বহু বছৰলৈ ব্ৰতী হৈ আছিল।

---

*বিপ্লৱৰ সূত্ৰপাত গাৱঁৰ পৰা হ'ব আৰু গাৱঁৰ প্ৰতিটো সমস্যাৰ চিন্তন সম্পূৰ্ণ বিপ্লৱৰ দিশ। সেই কাৰণে ৰচনা, শিক্ষকণ আৰু সংগঠন ত্ৰিবিধ প্ৰণালীৰে আমি গাওঁসমূহ পৰিবৰ্তন কৰিম। যেতিয়া গাওঁ পৰিবৰ্তন হ'ব তেতিয়া চহৰো পৰিবৰ্তন নোহোৱাকৈ নাথাকিব।*

—জয়প্ৰকাশ নাৰায়ণ
'সম্পূৰ্ণ বিপ্লৱ'

---

## ঘোষ বাৰীন্দ্ৰ কুমাৰ

গুৱাহাটীৰ শ্যামচৰণ গোষৰ বিপ্লৱী পুত্ৰ বাৰীন্দ্ৰ কুমাৰ ঘোষে স্বাধীনতা আন্দোলনক বৈপ্লৱিক তথা হিংসা পন্থাৰে পৰিচালনা কৰাৰ প্ৰচেষ্টা কৰাত ১৯৩১ চনত বেংগল ক্ৰিমিনেল ল এডমিনিষ্ট্ৰেচন আইনত গ্ৰেপ্তাৰ কৰি ছয় বছৰ জে'লত আবদ্ধ কৰি ১৯৩৭ চনতহে মুক্তি দিলে। এইজন ঘোষৰ বোধহয় তেতিয়াৰ কলিকতাৰ কোনো এনাৰ্কিষ্ট পাৰ্টিৰ লগত সংযোগ আছিল। তেখেতৰ বিষয়ে অধিক তথ্য পোৱা নগ'ল।

## ঘোষ চিন্তাহৰণ

আন্দোলনৰ পিছত ৰঙিয়াত বাস কৰা চিন্তাহৰণ ঘোষে ১৯২১ চনৰ অসহযোগ আন্দোলনত কলিকতাত আন্দোলনৰ লগত জড়িত হোৱাত পুলিচে গ্ৰেপ্তাৰ কৰি আলিপুৰ চেন্ট্ৰেল জে'লত ভৰ্তি কৰালে। বিচাৰত দু-সপ্তাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

চিন্তাহৰণ ঘোষক ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত যোগ দিয়াৰ বাবে বিশ দিন জে'লত বন্দী কৰি ৰাখিলে। আকৌ ১৯৩২ চনত পিকেটিং কৰাৰ অপৰাধত ঘোষক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু পূৰ্ব বংগৰ জে'লত ম্যাদ শেষ কৰিলে। তাৰ পিছত দেশ বিভাজনৰ পিছত অসমলৈ আহি ৰঙিয়াত বসতি স্থাপন কৰিলে।

## ঘোষ মণিশংকৰ

গুৱাহাটীৰ মণিশংকৰ ঘোষে ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় হৈ থকাৰ ভিতৰতে ১৩ এপ্ৰিল তাৰিখে জলিৱানালাবাগ দিৱস পালনৰ প্ৰচাৰ-পত্ৰ বিলাই থাকোঁতে ১০-৪-৩২ তাৰিখে গ্ৰেপ্তাৰ কৰি, মাৰপিট কৰি পিছত থানাৰ পৰা এৰি দিলে।

## ঘোষ নৃপেনৰঞ্জন

পূৰ্ব-বংগৰ ঢাকা জিলাত ১৯৩০ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি মাদক দ্ৰব্যৰ দোকানত পিকেটিং কৰা অপৰাধত নৃপেশৰঞ্জনে ছয় মাহৰ সশ্ৰম কাৰাদণ্ড ঢাকা জিলাত ভোগ কৰিলে।

দেশ বিভাজনৰ পিছত ঘোষ গুৱাহাটীলৈ আহি পাণবজাৰত স্থায়ীভাৱে বসতি প্ৰতিষ্ঠা কৰিলে।

# ঘোষ কালীপ্ৰসন্ন

**পিতৃ ঃ স্বৰ্গীয় সুৰেশ চন্দ্ৰ ঘোষ**

**কামাখ্যা কটন মিল, গুৱাহাটী**

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত ঢাকাত কৰা আন্দোলন সম্পৰ্কীয় অপৰাধত, ঢাকা পুলিচৰ নিৰ্দেশ মৰ্মে কালী প্ৰসন্নক ১৯৩২ চনৰ চাৰি ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ পুলিচে গ্ৰেপ্তাৰ কৰি আঠ ডিচেম্বৰ তাৰিখে নি ঢাকা পুলিচক চমজাই দিলেগৈ। তাৰ বিচাৰত হোৱা শাস্তি সম্পৰ্কত আৰু পিছৰ কাৰ্য্যকলাপ সম্পৰ্কে একো জনা নগ'ল।

# ঘোষাল তাৰকেশ্বৰ

**বাঘৰদিয়া, জীয়াকুৰ**

১৯৪১ চনত বাস্কা মৌজাত কেইবাবাৰো সত্যাগ্ৰহ কৰি তাৰকেশ্বৰ ঘোষালে ইংৰাজ চৰকাৰৰ বিৰুদ্ধে জনগণক উদ্বুদ্ধ কৰিছিল। ১৯৪২ চনত তেওঁক সত্যাগ্ৰহ কৰিবলৈ পুনালৈ পঠোৱাত তাতো সত্যাগ্ৰহ কৰাৰ অপৰাধত বোম্বাই (বৰ্তমান মুম্বাই)ত দুবাৰো গ্ৰেপ্তাৰ হ'ল আৰু দ্বিতীয়বাৰত তেওঁক এমাহ কাল জে'লৰ হাজোতত বন্দী কৰি ৰাখিলে।

---

***I knows politics is not for saints. I am no saint myself presuming to preach a sermon to others. But politics, at least under a democracy, must know the limits which it may not cross. Otherwise, if there is dishonesty, corruption, manipulation of the masses, naked struggle for personal power and personal gain. There can be no socialism, no justice, no freedom, no national unity, in short, no nation.***

***–Jaya Prakash Narayan***

---

# চৌধুৰী জয়চন্দ্ৰ



**পিতৃৰ নাম ঃ স্বৰ্গীয় ৰাধানাথ চৌধুৰী**
**জন্মৰ তাৰিখ ঃ ১৮৯৮ চনৰ ২২ এপ্ৰিল**
**জন্মৰ স্থান ঃ নলবাৰীৰ কৈঠালকুছি গাওঁ।**

১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে কটন কলেজত বি এ পঢ়ি থকা ছাত্ৰ জয়চন্দ্ৰ চৌধুৰীয়ে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই কলেজীয়া শিক্ষা বৰ্জন কৰি আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি গান্ধীজীৰ বাণী, অসহযোগৰ কৰ্মপন্থা গাৱেঁ-ভূঞে প্ৰচাৰ কৰে। ১৯২২ চনত চৌৰীচৌৰা ঘটনাৰ পৰিপ্ৰেক্ষিতত গান্ধীজীয়ে আন্দোলন প্ৰত্যাহাৰ কৰাৰ পিছত চৌধুৰীয়ে শিক্ষা-জীৱন পুনৰ আৰম্ভ কৰি ১৯৩০ চন ওকালতি আৰম্ভ কৰে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ হোৱাত জয়চন্দ্ৰ চৌধুৰীয়ে ওকালতি ত্যাগ কৰি স্বাধীনতা সংগ্ৰামত জপিয়াই পৰিল। তেওঁ উত্তৰ কামৰূপৰ বিভিন্ন অঞ্চলত সভা-সমিতি পাতি যুদ্ধবিৰোধী কাৰ্য্যসূচী তীব্ৰতৰ কৰি তোলে। তেনেতে এদিন কৈঠালকুছিৰ ঘৰত থকাৰ খবৰ পাই ২০-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ*কৰি গুৱাহাটী জে'ল-হাজোতলৈ চালান দিলে। ১৩-১১-৪২ তাৰিখে হোৱা বিচাৰত চৌধুৰীক এবছৰৰ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু নগাওঁ জেললৈ বদলি কৰি পঠালে।

কেন্দ্ৰীয় চৰকাৰে চৌধুৰীক তাম্ৰপত্ৰ দিলে যদিও তেওঁ মুক্তিযোদ্ধাৰ পেঞ্চন গ্ৰহণ নকৰিলে। এইজন আইনজীৱী দেশপ্ৰেমিকে ১৯৮৮ চনৰ ১৫ ফেব্ৰুৱাৰীত গুৱাহাটীৰ লেম্ব-ৰোডৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

# চৌধুৰী লক্ষ্যধৰ



**পিতৃ ঃ স্বৰ্গীয় ভূধৰ চৌধুৰী, মাতৃ ঃ স্বৰ্গীয় উমা চৌধুৰী**
**জন্ম ঃ উত্তৰ গুৱাহাটীত ১৯১৫ চনত।**

উত্তৰ গুৱাহাটী হাইস্কুলত শিক্ষকতা কৰি থকা অৱস্থাত ভাৰত ত্যাগ আন্দোলনত যোগদান কৰি ত্যাগবীৰ হেম বৰুৱাৰ সহায়ক হিচাপে আত্মগোপন কৰি তেওঁ অসমৰ বিভিন্ন ঠাইত ঘূৰি আন্দোলনৰ প্ৰচাৰ কাৰ্যত লিপ্ত হয়। লগতে প্ৰথমে আত্মগোপনকাৰী শংকৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী, জ্যোতিপ্ৰসাদ

আগৰৱালা আদিৰ লগত সংযোগ স্থাপন কৰি আন্দোলনৰ গতিশীলতাত অৰিহণা যোগাইছিল। পিছত কলিকতালৈ গৈ জয়প্ৰকাশ নাৰায়ণ, অৰুণা আচফ আলী, অচ্যুৎ পটবৰ্ধনৰ আদিৰ দ্বাৰা গুপ্ত আন্দোলনৰ আঁচনি, কৰ্মপদ্ধতি আদিৰ প্ৰচাৰ-পত্ৰ গুৱাহাটীলৈ কঢ়িয়াই আনি অসমীয়ালৈ তৰ্জমা কৰি সদৌ অসমতে প্ৰচাৰ কৰিছিল।

জে'ল জীৱনতকৈ বেছি কণ্টকময় আত্মগোপনকাৰী জীৱনকে তেওঁ আন্দোলনৰ সময়ছোৱাত বাচি লৈছিল। আনকি তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিবও নোৱাৰিলে। ১৯৪৬ চনত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিত যোগ দি তেওঁ সমাজবাদী আন্দোলন অসমত সংগঠন কৰাত আত্মনিয়োগ কৰে।

লক্ষ্যধৰ চৌধুৰীয়ে ৰাজনীতিৰ লগতে নাট্য-চৰ্চা, সাহিত্য চৰ্চা আৰু সাংবাদিকতা একেলগে কৰিছিল। তিনিবাৰ অসম বিধানসভালৈ সদস্য নিৰ্বাচিত হৈছিল আৰু ১৯৭৮ চনত ওঠৰ মাহ শিক্ষামন্ত্ৰীৰ দায়িত্বও চম্ভালিছিল।

এইজন স্বনামধন্য স্বাধীনতা সংগ্ৰামীয়ে ২০০৬ চনৰ ১৯ আগষ্ট তাৰিখে এই জগতৰ পৰা বিদায় ল'লে।

# চৌধুৰী মহেন্দ্ৰমোহন



**পিতৃ ঃ স্বৰ্গীয় ধনীৰাম চৌধুৰী**

**জন্ম ঃ ১৯০৭ চনৰ ১২ এপ্ৰিল তাৰিখে বৰপেটাৰ নগাৱঁত।**

মহেন্দ্ৰমোহন চৌধুৰীয়ে ১৯৩০ চনৰ কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত শিক্ষা জীৱন ত্যাগ কৰি প্ৰচাৰ কাৰ্য্যত নামি পৰিল আৰু স্কুল-কলেজত পিকেটিং কৰি ঠায়ে ঠায়ে পুলিচৰ মাৰ খালে। ১৯৩২ চনত আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক দল-গঠনত মনোনিৱেশ কৰিলে আৰু গুৱাহাটী আৰু নলবাৰীত আন্দোলন শক্তিশালী কৰিলে। ১৩-৪-৩২ তাৰিখে জালিৱানাবাগ দিৱস পালনত গ্ৰেপ্তাৰ হৈ দিনটো থানাত বন্দী হৈ থাকিল; ২৫-৪-৩২ তাৰিখে কংগ্ৰেছ দিৱসৰ সভা পতাৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰিলে। সেইদিনাই ডি-চিয়ে বিচাৰ কৰি তিনি মাহৰ বিনাশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা, অনাদায়ে আৰু এমাহৰ কাৰাদণ্ড বিহিলে।

চৌধুৰীয়ে বৰপেটাত ১০-১-৪১ তাৰিখে সত্যাগ্ৰহ কৰাৰ কাৰণে ৯ মাহৰ সশ্ৰম কাৰাবাস খাটিলে। বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত যুদ্ধবিৰোধী বক্তৃতা দিয়াৰ কাৰণে ৩১ আগষ্টত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত বন্দী কৰিলে।

২৭ নৱেম্বৰত বিচাৰ কৰি তেওঁক ৮ মাহৰ কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলোৱাৰ পিছত আন্দোলনৰ কামত ব্যস্ত থকাত ১৯৪৪ চনত গ্ৰেপ্তাৰ কৰি এমাহৰ পিছত খালাচ দিলে।

মহেন্দ্ৰমোহন চৌধুৰীৰে কেইবাবছৰো প্ৰদেশ কংগ্ৰেছৰ সভাপতি, দুবছৰ নিখিল ভাৰত কংগ্ৰেছৰ সম্পাদক, বহুকেইটা বছৰ বিধানসভাৰ সদস্য, এবাৰ বিধানসভাৰ অধ্যক্ষ, কেইবাবাৰো মন্ত্ৰী, ১৯৭০-৭২ চনত অসমৰ মুখ্য মন্ত্ৰী আৰু ১৯৭৩ চনৰ পৰা ১৯৭৭ চনলৈ পাঞ্জাবৰ ৰাজ্যপালৰ দায়িত্ব বহন কৰিলে।

ৰাজনীতিৰ বাহিৰেও চৌধুৰীয়ে অসমৰ মহাপুৰুষকেইজনৰ স্মৃতি ৰক্ষাৰ কামতো বহুখিনি বৰঙণি আগবঢ়ালে।

এইজন অসমপ্ৰেমিক দেশ-কৰ্মীৰ গুৱাহাটীৰ ৰিহাবাৰীৰ ঘৰত ১৯৮২ চনৰ ২৬ ডিচেম্বৰ তাৰিখে মহাপ্ৰয়াণ ঘটিল।

# চৌধুৰী ৰোহিনীকুমাৰ

**জন্ম ঃ ১৮ নৱেম্বৰ (১৮৮৯) তাৰিখে জীয়ৰকুৰ গাৱঁত**

১৯২১ চনত ওকালতি ত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দি গাৱেঁ-ভূঞে প্ৰচাৰ কাৰ্য চলায়। ফলত ২৩-১-১৯২২ তাৰিখে পুলিচে ১৭/২ ধাৰাত গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত ৯ মাহৰ কাৰাদণ্ড ভোগ কৰাৰ পিছত তেখেতক তেজপুৰ জে'ললৈ প্ৰেৰণ কৰিলে। ২-১০-১৯২২ তাৰিখে তেখেতে মুক্তি লাভ কৰিলে। ১৯২৯ চনত অসমৰ এদল কংগ্ৰেছ প্ৰতিনিধিৰে লাহোৰ কংগ্ৰেছত অংশগ্ৰহণ কৰে। লাহোৰ কংগ্ৰেছৰ নিৰ্দেশ মৰ্মে ১৯৩০ চনৰ ২৬ জানুৱাৰীত স্বৰাজৰ পতাকা উত্তোলনত অংশগ্ৰহণ কৰি দিনটোৰ বাবে পুলিচ থানাত বন্দী হৈ থাকিল। তাৰ পিছত তেখেত বিদেশী বস্তু বৰ্জন কমিটিৰ সদস্য নিযুক্ত হয়।

১৯৩৬ চনত চৌধুৰীয়ে কংগ্ৰেছ ত্যাগ কৰি ইউনাইটেড পিপলছ পাৰ্টি গঠন কৰি ১৯৩৭ চনত নিৰ্বাচনত নামি দুবাৰো শ্বাদুল্লা-সংযুক্ত চৰকাৰত আৰু বৰদলৈ মন্ত্ৰীসভাই ১৯৩৯ চনৰ নৱেম্বৰত পদত্যাগ কৰাৰ পিছতো গঠন হোৱা শ্বাদুলা চৰকাৰৰ মন্ত্ৰিত্ব গ্ৰহণ কৰে। অৱশ্যে ব্যক্তিগতভাৱে জাতীয়তাবাদী চৌধুৰীয়ে অসমীয়াৰ স্বাৰ্থৰ হকে স্বাধীনতা আন্দোলনত পুলিচ নিৰ্য্যাতনৰ বিৰুদ্ধে সৰ্বদা মাত মাতি আহিছিল।

এইজন স্বদেশপ্ৰেমী চৌধুৰীয়ে ১৯৫৫ চনৰ ১৬ ডিচেম্বৰ তাৰিখে পৰলোকগামী হ'ল।

# চৌধুৰী যোগেন্দ্ৰনাথ



**পিতৃ ঃ স্বৰ্গীয় চন্দ্ৰ চৌধুৰী (মৌজাদাৰ)**

**মাতৃ ঃ কান্দুৰী চৌধুৰী**

**ঠিকনা ঃ বকো মৌজাৰ ৰায়পাৰা গাওঁ**

স্বৰ্গীয় যোগেন্দ্ৰনাথ চৌধুৰীৰ প্ৰচেষ্টাতে পোন প্ৰথমে বকোত কংগ্ৰেছ কমিটি গঠন হয় আৰু সেইখন সমিতিৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছিল স্বৰ্গীয় পূৰ্ণ চন্দ্ৰ দাস আৰু সম্পাদক হিচাপে নিৰ্বাচিত হৈছিল স্বৰ্গীয় যোগেন্দ্ৰনাথ চৌধুৰী। এই দুগৰাকী নেতাৰ প্ৰচেষ্টাত গঢ়ি উঠা সংগঠনটোৱে স্বাধীনতা যুঁজৰ কালত বকো অঞ্চলক এক বিশিষ্ট স্থান দান কৰিছিল। জৱাহৰলাল নেহৰুৱেও তালৈ গৈ ভূয়সী প্ৰশংসা কৰিছিল।

১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় ভূমিকা লোৱাৰ বাবে স্বৰ্গীয় যোগেন্দ্ৰনাথে কাৰাবাস খাটিছিল। এইটো আন্দোলনত স্বৰ্গীয় চৌধুৰীৰ নেতৃত্বই বকো অঞ্চলকেই কেৱল নহয় দক্ষিণ কামৰূপৰ বিস্তৃত অঞ্চলক দেশ-মাতৃকাৰ সেৱাত ব্ৰতী হোৱাত অনুপ্ৰেৰণা আৰু সুযোগ দান কৰিছিল।

চৌধুৰীৰ প্ৰচেষ্টাতে বকো অঞ্চলত বিভিন্ন অনুষ্ঠান গঢ় লৈ উঠিছিল। এইজন দেশপ্ৰেমীৰ ১৯৬১ চনৰ ডিচেম্বৰ মাহত মৃত্যু হয়।

---

***The people have a right, an inalienable, indisputable, in defeasible, divine right to that most deeaded and envied kind of knowledge- I mean of the character and conduct of their Rrelers.***

**–John Adams**

---

# চৌধুৰী মতিৰাম



**পিতা ঃ স্বৰ্গীয় বাঁহীৰাম চৌধুৰী**

**জন্ম ঃ ১৯২৪ চনৰ ২০ মে' তাৰিখ।**

১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় গ্ৰহণ কৰা স্বৰ্গীয় বাঁহীৰাম চৌধুৰীৰ পুত্ৰ মতিৰামে জন্মৰে পৰাই ভাৰত-মাতা ব্ৰিটিছৰ অধীন হৈ থাকি ভুগি থকা লাঞ্ছনাৰ কথা সাধুকথাৰ নিচিনাকৈ শুনি দেশৰ প্ৰতি থকা কৰণীয় খিনি অনুমান কৰিব পাৰিছিল। সেয়েহে ১৯৪২ চনত ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ হৈ থকা অৱস্থাতে ভাৰত ত্যাগ আন্দোলন আৰম্ভ হোৱাত তেওঁ স্বেচ্ছাসেৱক বাহিনীত যোগদান কৰি প্ৰশিক্ষণ ল'লে।

২য় মহাযুদ্ধৰ সৈন্যসকলক যোগান ধৰা ৰচদ-পাতি বন্ধ কৰা কামত নেতৃবৰ্গই দিয়া কাৰ্য্যসূচী ৰূপদান কৰা কামতো ব্ৰতী হ'ল। কেন্দুকোণা ৰে'ল ষ্টেচনৰ মাজৰ হাতীখোলা দলং ধ্বংসৰ কাৰ্যতো তেওঁ জড়িত হৈ পৰিছিল। সাতমাহ কাল আত্মগোপন কৰি থাকি শ্ৰীচৌধুৰীকে দেশ মাতৃকাৰ স্বাধীনতাৰ ক্ষেত্ৰখনক শক্তিশালী কৰি তোলাত অমূল্য বৰঙণি আগবঢ়াইছিল।

# চৌধুৰী পৰশুৰাম

ৰঙিয়া নগৰৰ লঘনুৰাম চৌধুৰীৰ পুত্ৰ পৰশুৰাম চৌধুৰীয়ে স্কুলীয়া শিক্ষা ত্যাগ কৰি কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনীত যোগ দি ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি কনিহা শিবিৰ, বাহাৰঘাট শিবিৰ, তৰণী শিবিৰ আদিৰ লগত যোগসূত্ৰ ৰক্ষা কৰিছিল। অৱশ্যে পুলিচৰ হাতত ধৰা নপৰিল।

# চৌধুৰী নৱকিশোৰ



কমলপুৰ চক্ৰৰ নিজ মদাৰটোলা গাৱঁৰ স্বৰ্গীয় কেশৱচৰণ চৌধুৰীৰ পুত্ৰ নৱকিশোৰ চৌধুৰীৰ জন্ম ১৯২৩ চনৰ ১২ জানুৱাৰী তাৰিখে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত নৱকিশোৰে কৰৰা হাইস্কুলৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ হিচাপে ১১ আগষ্টৰ পৰা স্কুল ত্যাগ কৰি শান্তি-সেনা বাহিনীত যোগ দি গোৰেশ্বৰ, মুক্তাপুৰ, কৰৰা গুৰমো আদি শান্তি সেনা শিবিৰত থাকি আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত লিপ্ত হৈ পৰিছিল। তেওঁৰ লগৰ কেইবাজনো শান্তি সেনা গ্ৰেপ্তাৰ হোৱাৰ পিছত চৌধুৰীয়ে

বাইহাটা খাদী কেন্দ্রত আশ্রয় ল'লে। সেই কেন্দ্রৰো লগৰীয়াসকল গ্রেপ্তাৰ হোৱাত চৌধুৰী পলাই গৈ প্রথমে ধুবুৰীত, পিছত কোচবিহাৰত কিছুদিন থাকি ঘৰলৈ ঘূৰি আহিল।

দেশে স্বাধীনতা লাভ কৰাৰ পিছত নৱকিশোৰ চৌধুৰী বিভিন্ন গঠনমূলক কামত ব্রতী হ'ল।

## চৌধুৰী কিৰিটীভূষণ

**পিতা ঃ স্বৰ্গীয় কৃষ্ণ ভূষণ, ইলিমপুৰ, ছিলেট জিলা**

**জন্ম ঃ ১২ নৱেম্বৰ, ১৯১২, মৃত্যু ঃ ২৬ এপ্রিল ১৯৮৬**

**বৰ্তমান ঃ কালাপাহাৰ, গুৱাহাটী**

ভাৰতৰ স্বধীনতা সংগ্রাম যে অকল অহিংস পদ্ধতিৰেই আগ বাঢ়িছিল এনে নহয়। বৈপ্লৱিক ভাৱধাৰাৰে পৰিচালিত এদল সন্ত্রাসবাদীয়েও নিজস্ব পদ্ধতিৰে স্বাধীনতাৰ সংগ্রাম আগবঢ়াই নিবলৈ চেষ্টা কৰিছিল। এসময়ৰ বৃহত্তৰ অসমৰ অংগ ছিলেট জিলাৰ ইলিমপুৰৰ কিৰিটীভূষণ চৌধুৰীও তেনে এজন সন্ত্রাসবাদী বিপ্লৱী আছিল। তেওঁৰ তেনে কাৰ্য্যৰ কাৰণেই ইংৰাজ চৰকাৰে তেওঁক খাচী-জয়ন্তীয়া পাহাৰ জিলাৰ পৰা বহিষ্কাৰ কৰি তেওঁৰ নিজ গাওঁ বিশ্বনাথ থানাৰ অন্তৰ্গত ইলিমপুৰতেই অন্তৰীণ কৰি ৰাখে। ভাৰত-ৰক্ষা আইনৰ ২৬ ধাৰা মতে তেওঁৰ চলা-ফিৰা বিশ্বনাথ থানা এলেকাৰ ভিতৰতে সীমাবদ্ধ যদিও তেওঁ সেই নিৰ্দেশ অমান্য কৰাৰ অপৰাধত ৫-৫-৪১ তাৰিখে গ্রেপ্তাৰ কৰি বিচাৰত তিনি মাহৰ বিনাশ্রম কাৰাদণ্ডৰ হুকুম দিয়ে। ১৯৪২ চনত আকৌ এই আদেশ ভংগ কৰাত ১৯-১২-৪২ তাৰিখে গ্রেপ্তাৰ কৰি বিচাৰত ছয় মাহ সশ্রম কাৰাদণ্ড বিহে।

কাৰাগাৰত থকা মিয়াদৰ অন্তত 'নিৰাপত্তা বন্দী' (security prisoner) কৰি তেজপুৰ জে'ললৈ পঠিয়ায়। 'ভাৰত-ৰক্ষা' আইনৰ বিভিন্ন ধাৰাত অভিযুক্ত কৰি তেজপুৰ জে'লতে ৰাখে। ১৯৪৪ চনৰ নৱেম্বৰ মাহত তেওঁক বন্দীত্বৰ পৰা মুক্তি দিয়ে যদিও আকৌ নিজৰ গাৱঁতে অন্তৰীণ কৰি ৰখাৰ হুকুম দিয়ে ২৩-১১-৪৪ তাৰিখে। তেওঁ সেই হুকুম ভংগ কৰি আকৌ খাচিয়া-জয়ন্তীয়া পাহাৰলৈ অহাত ১৯৪৫ চনৰ এপ্রিল মাহৰ ২১ তাৰিখে তেওঁক পুনৰ তাৰ পৰা বহিষ্কাৰ কৰাৰ হুকুম দিয়ে। পিছত ১৩-৯-৪৫ তাৰিখে চৰকাৰে তেওঁৰ বহিষ্কাৰ হুকুম বাতিল কৰে।

# চৌধাৰী ৰঘুনাথ



**পিতৃ ঃ ভোলানাথ চৌধাৰী**

**জন্ম ঃ ১৮৮৫ চন (লাউপাৰা)**

**উজান বজাৰ**

১৯২১ চনত অসহযোগ আন্দোলনত স্কুল বৰ্জন কৰি যোগদান কৰে। মঠঘৰীয়াত কানিৰ দোকানত পিকেটিং আৰু মাদক দ্ৰব্যৰ বিৰুদ্ধে অভিযানত লিপ্ত হৈ পৰিছিল। 'কৰ-বন্ধ' অভিযানো চলাইছিল। ১৬-১২-২১ তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ১০৭ ধাৰা মতে, এবছৰৰ মুচুলকা অন্যথায় এবছৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হৈছিল। ২-২-২২ তাৰিখে মুচুলকা দিবলৈ অস্বীকাৰ কৰাত এবছৰৰ সশ্ৰম কাৰাদণ্ড হয়।

স্বৰ্গীয় চৌধুৰীয়ে এবছৰ কাৰাদণ্ড ভোগ কৰি জে'লৰ পৰা ওলাই অহাৰ পিছত আন্দোলনবোৰত সক্ৰিয় অংশগ্ৰহণ নকৰি সাহিত্য-চৰ্চা আৰু আন জনহিতকৰ সামাজিক কামত আত্ম-নিয়োগ কৰিলে।

# চৌধুৰী ৰতিকান্ত

**শিংৰা, বকো**

১৯২১ চনত চৰকাৰী মণ্ডলৰ চাকৰি ইষ্টফা দি 'অসহযোগ আন্দোলন'ত সক্ৰিয় অংশ্ৰহণ কৰিছিল।

# চৌধুৰী সুধীৰ কুমাৰ

**পল্টন বজাৰ, গুৱাহাটী**

১৯৩০ চনৰ আইন অমান্য আন্দোলনত পিকেটিং কৰাৰ অপৰাধত ছয় মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিব লগা হয়।

# চৌধুৰী গিৰীন্দ্ৰ চন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় জীৱন চৌধুৰী, উত্তৰ গুৱাহাটী**

**(বৰ্তমান আমবাৰী, গুৱাহাটী)**

১৯৩০ চনত 'কানিংহাম চাৰ্কুলাৰ'ৰ বিৰোধিতা কৰি কলেজ বৰ্জন কৰি আন্দোলনত যোগদান কৰে। ১৬-৭-৩০ তাৰিখে প্ৰয়াত উপেন্দ্ৰ নাথ নবিছৰ সৈতে একেলগে গ্ৰেপ্তাৰ হয় আৰু আদালতে সাক্ষীৰ অভাৱত ১৯-৭-৩০

তাৰিখে তেওঁক মুকলি কৰি দিয়ে। ২৯-৮-৩০ তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে পুনৰ গ্ৰেপ্তাৰ কৰে আৰু তিনি মাহ সশ্ৰম কাৰাদণ্ড হয়।

আন্দোলনৰ পিছত পুনৰ কলেজত যোগদান কৰে আৰু পিছত লোকেল ব'ৰ্ডত চাকৰি কৰে। ১৯৪২ চনত কংগ্ৰেছ নেতাসকলৰ গ্ৰেপ্তাৰৰ পিছত চাকৰি ইস্তফা দি আন্দোলনত যোগদান কৰে আৰু আত্মগোপন কৰি বহুত দিনলৈ আন্দোলন সজীৱ কৰি ৰাখে।

স্বাধীনতা লাভ কৰাৰ পিছত স্বৰ্গীয় চৌধুৰী দলীয় সংগঠনৰ কামত ব্যস্ত হয় আৰু পিছত এবাৰ বিধায়কো নিৰ্বাচিত হ'ল। তেখেত কেইবছৰমান অসম মন্ত্ৰীসভাৰ সদস্যও হয়।

## চৌধুৰী হংসনাথ

**পোঃ কুকৰা**

৩০-৯-৩০ তাৰিখে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত গ্ৰেপ্তাৰ হয় আৰু বিচাৰত দুমাহ সশ্ৰম কাৰাদণ্ড বিহে।

## চৌধুৰী মহীনচন্দ্ৰ

৮-৫-৩০ তাৰিখে কুকুৰমাৰা বজাৰত আৰু ১০-৫-৩০ তাৰিখে ছয়গাওঁ সাপ্তাহিক হাটত 'হৰতাল'ৰ সংগঠন কৰিছিল।

## চৌধুৰী খ্যাতিমল

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰে। ৭-১-২২ তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু বিচাৰত 17(2) C.L.A. ধাৰাত ৯ মাহ বিনাশ্ৰম কাৰাদণ্ড বিহে।

## চৌধুৰী গোলোকচন্দ্ৰ

শুৱালকুছিৰ গোলোক চন্দ্ৰই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি কাৰ্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি ৭-১২-৪২ তাৰিখে হাজোতলৈ পঠালে। পিছদিনা বিচাৰত খালাচ পালে।

## চৌধুৰী মোহন লাল

**বৰ্ত্তিয়া**

১৯৪১ চনৰ অসহযোগ আন্দোলনত স্কুল বৰ্জন কৰি পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰকে ত্ৰিশ টকা জৰিমনা অনাদায়ে সশ্ৰম কাৰাদণ্ড বিহে। এমাহ জে'লত থাকি মুক্তি লাভ কৰিলে।

## চৌধুৰী ভৱেন্দ্ৰ নাথ

**পিতা ঃ স্বৰ্গীয় কালীৰাম চৌধুৰী**

**ভৰলুমুখ, গুৱাহাটী**

১৯২১ চনত কটন কলেজৰ শিক্ষা বৰ্জন কৰি গান্ধীজীৰ অসহযোগ আন্দোলনত জপিয়াই পৰিল। তেওঁ লগত এদল স্বেচ্ছাসেৱক লৈ আজাৰা, গৰল, গাড়ীগাওঁ, ধাৰাপুৰ আদি গাৱঁত সোমাই অসহযোগৰ বাণী প্ৰচাৰৰ লগে লগে বিলাতী কাপোৰ আৰু বস্তু, মদ, কানি, ভাং আদি বৰ্জনৰ, খাজনা বন্ধ কৰিবলৈ আহ্বান জনাই ঘূৰি ফুৰোঁতে ১২-১-২২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

জে'লৰ পৰা ওলাই আন্দোলন সাম কটাত চৌধুৰীয়ে শিক্ষা জীৱন সম্পূৰ্ণ কৰি স্বাধীনতাৰ পিছত চৰকাৰী চাকৰিত সোমাই ন্যায়াধীশ হিচাপে অৱসৰ গ্ৰহণ কৰিলে।

## চৌধুৰী কনকচন্দ্ৰ

শিংৰা গাৱঁত জন্ম গ্ৰহণ কৰা আৰু পুথিমাৰী এম ই স্কুলৰ শিক্ষক কনক চন্দ্ৰ চৌধুৰীয়ে ১৯৪২ চনৰ গণ আন্দোলনত অংশগ্ৰহণ কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি কিছুদিন জে'ল-হাজোতত ৰাখিছিল যদিও বিচাৰত খালাচ পালে।

শিক্ষকতাৰ উপৰি চৌধুৰী ধৰ্মীয় আৰু সামাজিক কামত আগৰণুৱা আছিল।

১৯৮৯ চনত এইজন দেশ কৰ্মীৰ মৃত্যু হ'ল।

## চৌধুৰী গঙ্গাৰাম, বি এল

**পাটংচাৰকুছি**

**বৰ্তমান ঃ গুৱাহাটী**

অসহযোগ আন্দোলনত গংগাৰাম চৌধুৰীয়ে যোগদান কৰি ১৬-১-২২ তাৰিখে পাট্টাচাৰকুছি থানাৰ অন্তৰ্গত ৰিহাবাৰীত ভাৰতীয় দণ্ডবিধি আইনৰ ১৪৪ ধাৰাৰ বিৰোধিতা কৰি ৰাজহুৱা সভা পাতে। সেই অপৰাধতে তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ১৮৮ ধাৰা মতে দুমাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা অনাদায়ে আৰু এমাহ সশ্ৰম কাৰাদণ্ড বিহে।

## চৌধুৰী গিৰিজানন্দ

**পিতা ঃ স্বৰ্গীয় বিভৰানন্দ চৌধুৰী**

**গুৱাহাটী**

কটন কলেজ বৰ্জন কৰা প্ৰথম দলৰ ছাত্ৰৰ ভিতৰত তেৰোঁ এজন আছিল। আইন-অমান্য আন্দোলনত যোগদান কৰি ১৯৩৩ চনৰ জুলাই মাহতো কলেজত পিকেটিং কৰিছিল।

## চৌধুৰী যোগেন্দ্ৰ চন্দ্ৰ

**ৰাইপাৰা, বকো**

১৯৪০ চনত সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ত ১৯-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ হয় আৰু কেইমাহমান পিছত জে'লৰ পৰা মুক্তি দিয়ে।

## চৌধুৰী মুকুন্দ চন্দ্ৰ

**কুকুৰমাৰা, জিয়াকুৰ**

১৯২১ চনত স্কুল বৰ্জন কৰে আৰু জিয়াকুৰত এখন কংগ্ৰেছ কমিটি সংগঠন কৰে আৰু তেওঁ সেই সংগঠনৰ সম্পাদক নিৰ্বাচিত হয়। অঞ্চলটোত কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য চলায়। তেখেত এজন নিভীক সমাজকৰ্মী আছিল।

## চৌধুৰী ৰাজেন্দ্ৰচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় দণ্ডীৰাম চৌধুৰী**

**ৰংমহল**

১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি সাত দিন বিচাৰাধীন বন্দীৰূপে হাজোতত ৰাখে।

## চৌধুৰী উমেশচন্দ্ৰ

**উজান বজাৰ, গুৱাহাটী**

১৯২১-২২ চনৰ অসহযোগ আন্দোলনত যোগদান কৰে। ১৯৩০-৩২ চনত ফাঁচীবজাৰত পিকেটিং কৰিবলৈ অহা ভলণ্টিয়াৰবিলাকক গোপন স্থানত আশ্ৰয় দি ৰাখিছিল।

## চৌধুৰী পূৰ্ণচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় কালীৰাম চৌধুৰী**

**ভৰলুমুখ, গুৱাহাটী**

১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে।

## চৌধুৰী প্ৰমোদচন্দ্ৰ

**বামুন্দী, হালোগাওঁ**

১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। তেওঁৰ ছয় মাহ সশ্ৰম কাৰাদণ্ড আৰু জৰিমনা হৈছিল।

## চৌধুৰী দেৱেন্দ্ৰচন্দ্ৰ

ৰামপুৰৰ পৰশুৰাম চৌধুৰীৰ পুত্ৰ দেৱেন্দ্ৰ চন্দ্ৰৰ জন্ম ১৯০৪ চনত। ১৯৩০ চনৰ কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত কটন কলেজৰ শিক্ষা বৰ্জন কৰি বিজয় ভাগৱতী, ৰুবীন কাকতি, তীৰ্থনাথ শৰ্মা, গিৰীন চৌধুৰী আদিৰ লগত আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰে। এদিন কুকুৰমাৰাৰ এখন সভাত চৰকাৰ বিৰোধী বক্তৃতা দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

পৰৱৰ্তী কালত দেৱেন চৌধুৰীয়ে সমাজহিতকৰ কামতে জীৱন অতিবাহিত কৰিলে। তেওঁৰ ১৯৯৪ চনৰ এপ্ৰিল মাহত মৃত্যু হ'ল।

## চৌধুৰী অভয়চৰণ

**পিতৃ ঃ ঋষভ চন্দ্ৰ চৌধুৰী**

**জন্ম ঃ ১৯১৯ চনৰ ১৭ ডিচেম্বৰত**

**জন্মস্থান ঃ হালোগাওঁ, বামুন্দী**

সৰুকালিৰে পৰা সামাজিক কৰ্মত নিজকে উছৰ্গা কৰা অভয়চৰণ চৌধুৰীয়ে পিতৃপুৰুষৰ পৰা পোৱা অনুপ্ৰেৰণাত দেশ-মাতৃকৰ কাৰণে লাগিল আৰু বিশেষকৈ ১৯৪২ চনৰ স্বাধীনতাৰ আন্দোলনত জঁপিয়াই পৰিল। আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীৰ উপৰি পিকেটিং, শোভাযাত্ৰা আদিত তেওঁৰ নেতৃত্বই সকলোকে উদ্বুদ্ধ কৰি তুলিছিল। শান্তি সেনা গঠনতো অভয়চৰণৰ প্ৰচেষ্টা আছিল নিবিড়।

আন্দোলনৰ কাৰ্য্যসূচী ৰূপদান কৰোঁতে চৌধুৰীক পুলিচে বহুবাৰ চেষ্টা কৰিও গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে যদিও এবাৰ ধৰা পৰিল যদিও হাজোতত্তে কিছুদিন কটোৱাৰ পিছত তেওঁ খালাচ পালে।

পৰৱৰ্তী কালত তেওঁ আহি গুৱাহাটীত থাকিবলৈ ল'লে আৰু উলুবাৰী মৌজাৰ মৌজাদাৰ হিচাপে দায়িত্ব ল'লে।

তেখেতে ২০০২ চনৰ ৮ ফেব্ৰুৱাৰীত মৃত্যুবৰণ কৰিলে।

# চৌধুৰী হেমচন্দ্ৰ

**জিয়াকুৰ**

১৯৩০ চনত জিয়াকুৰত কংগ্ৰেছ কমিটি গঠন কৰি আইন অমান্য আন্দোলনৰ কাম কৰিছিল।

# চৌধুৰী গোপেন্দ্ৰনাথ

১৯২২ চনত মানুহক হাটলৈ যোৱাত বাধা দিয়াৰ অপৰাধত ৰঙিয়াত গ্ৰেপ্তাৰ হৈছিল।

# চৌধুৰী মোহনচন্দ্ৰ

১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে আৰু সেই অপৰাধতে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত ৩০ টকা জৰিমনা অনাদায়ে এমাহ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়ে।

# চৌধুৰী শিৱানন্দ

গুৱাহাটী পল্টন পুখুৰীপাৰৰ জগদানন্দ চৌধুৰীৰ পুত্ৰ শিৱানন্দই ১৯৪২ চনত শিক্ষা জীৱন ত্যাগ কৰি আন্দোলনৰ কামত জপিয়াই পৰে। চৌধুৰীয়ে আৰু দুজনমান বন্ধুৰ সৈতে কংগ্ৰেছৰ গোপন চাৰ্কুলাৰ, বুলেটিন আদি গোপন ঠাইত লিঠু কৰি প্ৰচাৰ কৰি জন সংযোগৰ দায়িত্ব পালন কৰিছিল। অৱশ্যে পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

# চৌধুৰী ভূপেন্দ্ৰনাথ

**ক্ষেত্ৰী হাৰদিয়া, হাজো**

১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। ৰঙিয়াত কানি-ভাঙৰ দোকানত পিকেটিং কৰা অপৰাধত তেওঁক গ্ৰেপ্তাৰ কৰে আৰু তেওঁক দুমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

# চক্ৰৱৰ্তী ৰজনীকান্ত



**(পাজীপাৰা) বৰ্তমান ঃ আমবাৰী, গুৱাহাটী**

১৯৩২ চনত আইন অমান্য আন্দোলনত যোগদান কৰে। তেওঁ হিন্দী ভাষা প্ৰচাৰক আছিল। ২৬-১-৪৩ তাৰিখে মাজুলীৰ গড়মূৰত তেওঁক পুলিচে 'ভাৰত-ৰক্ষা আইন' মতে গ্ৰেপ্তাৰ কৰি বিচাৰত দুবছৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে আৰু যোৰহাট জেলত বন্দী কৰি ৰাখে।

পৰৱৰ্তী কালত ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ কৰ্মকৰ্তা হিচাপে বহু বছৰ সেৱা আগবঢ়াইছিল।

# চক্ৰৱৰ্তী ৰামেশ্বৰ

**ৰামদিয়া**

১৯৪১ চনত সত্যাগ্ৰহীৰ তালিকাভুক্ত হয়। কিন্তু সত্যাগ্ৰহ কৰা সম্পৰ্কে একো তথ্য পোৱা নগ'ল।

# চক্ৰৱৰ্তী ভগৱান

**পিতা ঃ স্বৰ্গীয় কেশৱ চন্দ্ৰ চক্ৰৱৰ্তী**

**মাজৰকুৰি গাওঁ, মৌজা ঃ ৰামদিয়া**

১৯৪২ চনত স্কুল বৰ্জন কৰি আন্দোলনত যোগদান কৰে। সেই অপৰাধতে তেওঁৰ স্কুলীয়া মাহেকীয়া বৃত্তি বাতিল হয়।

# চক্ৰৱৰ্তী চন্দ্ৰকান্ত

**পিতা ঃ স্বৰ্গীয় প্ৰাণেশ্বৰ চক্ৰৱৰ্তী**

**মাজৰকুৰি গাওঁ, মৌজা ঃ ৰামদিয়া**

১৯৪০ চনৰ পৰা মেডিকেল কলেজৰ শিক্ষা বৰ্জন কৰি আন্দোলনত যোগদান কৰে। ১৯৪২ চনত ভলণ্টিয়াৰৰ নায়ক হিচাপে কাম কৰিছিল।

# চক্ৰৱৰ্তী আদ্যনাথ

বামুন্দীৰ উদীয়মান ডেকা আদ্যনাথ চক্ৰৱৰ্তী ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত পলাশবাৰী হাইস্কুলৰ ছাত্ৰ আছিল। অসমত ৯ আগষ্টৰ পিছত আন্দোলন আৰম্ভ হোৱাৰ লগে লগে আন ছাত্ৰ লগতে স্কুলীয়া শিক্ষা বৰ্জন কৰি আদ্যনাথেও নিজৰ গাওঁ বামুন্দীলৈ গৈ কংগ্ৰেছৰ শান্তি সেনাবাহনীত

নামভৰ্ত্তি কৰি প্ৰশিক্ষণ ল'লে আৰু সভা-শোভাযাত্ৰাত যোগ দি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত নামি পৰিল। যুদ্ধ-বিৰোধী প্ৰচাৰ কাৰ্য্যৰ লগে লগে সেনা ছাউনিত খাদ্য যোগানত বাধাৰ সৃষ্টি কৰাত অপৰাধত পুলিচে ২৪-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। দুমাহ ২৪ দিন বিচাৰধীন বন্দী হিচাপে থকাৰ পিছত বিচাৰত খালাচ দিলে।

আন্দোলন শাম কটাৰ পিছত চক্ৰবৰ্তীয়ে পুনৰ শিক্ষা জীৱন আৰম্ভ কৰি সমাপ্ত কৰিলে আৰু তেতিয়াৰে পৰা শিক্ষকতা কৰি গঠনমূলক কামত ব্ৰতী হ'ল।

## সৰকাৰ গোপাল চন্দ্ৰ

নগৰবেৰাৰ গোপাল চন্দ্ৰ সৰকাৰে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰিছিল। সবিশেষ জনা নগ'ল।

## সৰকাৰ সুশীল ৰঞ্জন

১৯৪৪ চনৰ পৰা ১৯৪৫ চনলৈ বাংলাদেশৰ চৰকাৰৰ নিৰ্দেশত ৯ মাহ কাল জে'লত বন্দী হৈ আছিল। পিছত আহি গুৱাহাটীৰ ছাৰ শ্বাদুল্লা ৰোডত বাসস্থান গঢ়িলেহি।

## চন্দ প্ৰভাত চন্দ্ৰ

**শাখাতি, বকো**

১৯৩০ চনত আইন অমান্য আন্দোলনত যোগদান কৰে। তেওঁক ৩-১-৩১ তাৰিখে কুকুৰমাৰাত গ্ৰেপ্তাৰ কৰে আৰু ৬-১-৩১ তাৰিখে খালাচ দিয়ে।

## চন্দ অৱনীকুমাৰ

**(ছিলেট), গুৱাহাটী**

১৯৩০ চনৰ ২৩-৮-৩০ আৰু ২৫-৮-৩০ তাৰিখে ফাঁচীবজাৰত পিকেটিং কৰোতে ২৫-৮-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত তিনি মাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম হয়।

## ছেত্ৰী বীৰ বাহাদুৰ

**গুৱাহাটী**

আইন অমান্য আন্দোলনৰ সময়ত ২১-১-৩১ তাৰিখে চমৰীয়া সত্ৰত এখন সভা সংগঠন কৰা অপৰাধত গ্ৰেপ্তাৰ কৰে যদিও মোকৰ্দমা উঠাই লৈ

২৯-১-৩১ তাৰিখে খালাচ দিয়ে। পুনৰ ১৩-৪-৩২ তাৰিখে জালিৱানাবাগ দিৱস পালন কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰে।

## ছেত্ৰী মান্ধাছ

### হাহিম (বকো)

১৯২১ চনত তেওঁ অসহযোগ আন্দোলনত যোগদান কৰে। বকো, হাহিম অঞ্চলত প্ৰয়াত তৰুণ ৰাম ফুকন আৰু গোপীনাথ বৰদলৈৰ সৈতে আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলায়। পিছত গ্ৰেপ্তাৰ হয় আৰু এমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

---

*বামাংৰ্সি জীৰ্ণানি যথা বিহায়*
*নবানি গৃহ্নাতি নৰো পৰাণি*
*তথা শৰীৰাণী বিহায় জীৰ্ণা*
*ন্যন্যানি সংযাতি নবানি দেহী।।*

২ অঃ ২২ শ্লোক
শ্ৰীমদ্ভগবদগীতা

*কুকুৰ, শৃগাল, গৰ্দভৰো আত্মাৰাম।*
*জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।*

—শ্ৰীমন্ত শংকৰদেৱ

## ঠাকুৰীয়া অভয়ৰাম

পলাশবাৰীৰ অভয় ৰাম ঠাকুৰীয়াই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি বিভিন্ন অনুষ্ঠানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি এমাহৰ কাৰাদণ্ড বিহিলে। ঠাকুৰীয়াই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰিছিল। সমাজ উন্নয়নমূলক কামত ব্যস্ত হৈ থকাৰ কাৰণে পৰৱৰ্তী কালত পলাশবাৰী টাউন কমিটিৰ চেয়াৰমেনো হৈছিল।

## ঠাকুৰীয়া বাহিৰাম

বোন্দাপাৰৰ বাহিৰাম ঠাকুৰীয়াই ১৯২১ চনৰ অসহযোগ আন্দোলনত পুলিচৰ চাকৰি ত্যাগ কৰি আন্দোলনত অংশগ্ৰহণ কৰিছিল যদিও তেওঁৰ সবিশেষ তথ্য পোৱা নগ'ল।

## ঠাকুৰীয়া দেৱেন্দ্ৰনাথ

হেকেৰাৰ দেৱেন ঠাকুৰীয়াই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে গুৱাহাটীত ২৩ আৰু ২৪ ছেপ্টেম্বৰ তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ১০-১০-৩০ তাৰিখে বিচাৰত দুমাহ সশ্ৰম কাৰাদণ্ড বিহিলে। এইজন ঠাকুৰীয়াই ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

## ঠাকুৰীয়া গজেন

নগৰবেৰাৰ গজেন ঠাকুৰীয়াই ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি মাদক দ্ৰব্য বৰ্জন আৰু আন সংগ্ৰামী কাৰ্য্যত লিপ্ত থকাৰ অপৰাধত বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি ২২ জানুৱাৰীৰ হাড় কঁপোৱা ঠাণ্ডাত জলজলী নদীৰ পানীত ডিঙিলৈকে জুবুৰিয়াই আৰু মাৰধৰ কৰি অশেষ নিৰ্য্যাতন দিছিল।

## ঠাকুৰীয়া মাধৱ চন্দ্ৰ

গুমী অঞ্চলৰ মাধৱ চন্দ্ৰ ঠাকুৰীয়াই ১৯৩২ চনৰ আইন অমান্য আন্দোলনত এদল স্বেচ্ছাসেৱকৰ লগত ১৩-৪-৩২ তাৰিখে জালিয়াৱালাবাগ দিৱস পালন কৰা অপৰাধত গ্ৰেপ্তাৰ কৰি থানাত বন্দী কৰি ৰাখি গধূলি মোকোলাই দিছিল।

## ঠাকুৰীয়া উপেন্দ্ৰনাথ

শিঙৰা অঞ্চলৰ উপেন্দ্ৰ নাথ ঠাকুৰীয়াই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপ যোগ দি ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কেইদিনমান জে'লত থকাৰ পিছত বিচাৰত খালাচ পালে।

## ঠাকুৰীয়া ৰাজেন্দ্ৰনাথ

বামুনীগাৱঁৰ গোপাল ঠাকুৰীয়াৰ পুত্ৰ ৰাজেন্দ্ৰনাথে কংগ্ৰেছ শান্তি সেনা দলত যোগ দি প্ৰশিক্ষণ ল'লে আৰু গাঁৱে-ভূঞে প্ৰচাৰ কাৰ্য্য চলাই ফুৰিছিল। ১৯৪০ চনত সত্যাগ্ৰহীৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰিলে।

১৯৪১ চনত সত্যাগ্ৰহ কৰিলে, কিন্তু পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

## ঠাকুৰীয়া পুষ্পৰাম

গোৰেশ্বৰৰ পুষ্পৰাম ঠাকুৰীয়াই ১৯৪২ চনৰ গণ আন্দোলনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰোঁতে ৯-১০-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে।

তিনি মাহ জে'লত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ডৰ হুকুম হ'ল।

## ঠাকুৰীয়া গোপালচন্দ্ৰ

বামুনীগাৱঁৰ গোপাল চন্দ্ৰ ঠাকুৰীয়াই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি প্ৰচাৰ কাৰ্য্য চলাই থাকোতে পুলিচে গ্ৰেপ্তাৰ কৰিলে। কিন্তু বিচাৰত খালাচ পালে।

## ঠাকুৰীয়া জতিয়া

ননৰা জতিয়া ঠাকুৰীয়াই আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি ৰাইজৰ মাজত চৰকাৰী খাজনা আৰু টেক্স নিদিবলৈ প্ৰচাৰ কৰি ফুৰোতে পুলিচে ১০৭(০) ধাৰাত গ্ৰেপ্তাৰী পৰোৱানা জাৰী কৰিলে। কিন্তু ঠাকুৰীয়াই আত্মগোপন কৰাৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

# ঠাকুৰীয়া কালুৰাম

১৯৩১ চনৰ আইন অমান্য আন্দোলনত কালুৰাম ঠাকুৰীয়াই স্বেচ্ছাসেৱক হিচাপে পিকেটিং আদি কৰি ঘূৰি ফুৰিছিল। ১৩-৪-৩২ তাৰিখে এদল স্বেচ্ছাসেৱকৰ সৈতে ফাঁচীবজাৰৰ মাজেৰে জাতীয় পতাকা লৈ শোভাযাত্ৰা কৰোঁতে পুলিচে জাতীয় পতাকাখন বাজেয়াপ্ত কৰিলে আৰু কালুৰামসহ আন কেইবাজনকো গ্ৰেপ্তাৰ কৰি মাৰ-ধৰ কৰি গধূলি এৰি দিলে।

---

*"By the grace of god, I have been saved from the provierbial jaws of death, seven times. I have not ever hurt anybody. I consides no one to be an enemy, so I fail to understand why there have been so many attempts on my life. The attempt on my life yesterday failed. I am not ready to die just yet. I am going to live till I reach 125 years."*

**–Mahatma Gandhi**
on 30th June 1946

*Corruption is an assault on consciousness. The habit of taking bribes and seeking favours has become common, with more people is responsible positions becoming increasingly common, with more people is responsible positions becoming increasing insensitive to their conscience. They presented that everything is all right. Are they not aware of the law of action and reaction?*

**–A P J Abdul Kalam**

# ডাউকা নবীনচন্দ্ৰ

নলবাৰীত জন্মগ্ৰহণ কৰা প্ৰয়াত নবীনচন্দ্ৰ ডাউকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত কলেজৰ শিক্ষা ত্যাগ কৰি গাৱেঁ-ভূঞে অসহযোগৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল আৰু হাতে-কামে কাৰ্য্যসূচী ৰূপায়ণ কৰিছিল। ফলত ১৯২২ চনত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

নবীন চন্দ্ৰই ১৯২২ চনৰ ২৬ ডিচেম্বৰত গয়াত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশনত দেশভক্ত তৰুণৰাম ফুকনৰ নেতৃত্বত যোৱা অসমৰ প্ৰতিনিধি দলৰ সদস্য আছিল। ডাউকাই গুৱাহাটী উলুবাৰীৰ স্থায়ী বাসিন্দা হ'ল।

# ডাকুৱা বিপিনচন্দ্ৰ

বকো অঞ্চলৰ খাটানপাৰা গাৱঁৰ স্কুলীয়া শিক্ষা বৰ্জন কৰি বিপিন চন্দ্ৰই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি জে'ললৈ চালান দিলে। বিচাৰত আঠ টকাৰ জৰিমনা বিহিলে।

এইজন স্বাধীনতা সংগ্ৰামী সেনানীয়ে ইয়াৰ পিছৰ সকলোকেইটা আন্দোলনতে স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰিছিল যদিও কাৰাবৰণ কৰাৰ কোনো তথ্য পোৱা নগ'ল।

# ডাকুৱা গৌৰীচৰণ

শান্তিপুৰৰ গৌৰীচৰণ ডাকুৱাই ১৯২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীৰ আহ্বান আৰু কংগ্ৰেছৰ নেতাসকলৰ বক্তৃতাত উদ্বুদ্ধ হৈ চৰকাৰী মণ্ডল চাকৰিৰ পৰা ইস্তফা দি আন্দোলনৰ কাৰ্যসূচীত আন্তৰিকতাৰে নামি পৰিল। পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক জে'ল-হাজোতলৈ চালান দিলে। বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

এইজন দেশপ্ৰেমিকে আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰাৰ পিছত ১৯৪১ চনত সত্যাগ্ৰহো কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

# ডেকা অৰবিন্দ



গাওঁ ঃ বড়িগাওঁ, পোঃ নাওকাটা
মহকুমা- ৰঙিয়া (কামৰূপ),
(পুৰণি ঠিকনা ঃ গাওঁ- গুৰমৌ, কামৰূপ),
জন্ম ঃ ১৯২৩ চনৰ মে' মাহত

১৯৪২ চনৰ স্বাধীনতা আন্দোলনত যোগদান কৰি প্ৰচাৰ কাৰ্য্যৰ উপৰি শান্তি সেনাৰ প্ৰশিক্ষণ কৰ্মত নিয়োজিত হোৱা শ্ৰীঅৰবিন্দ ডেকাৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা জাৰি হোৱাত তেখেতে আত্ম-গোপন কৰি থকা ছয়মহীয়া কালৰ ভিতৰতে পুলিচৰ হাতত ধৰা পৰিব খোজা অৱস্থাতে চেউনি কংগ্ৰেছ কাৰ্য্যালয়ৰ পৰা কোনোমতে পলায়ন কৰিবলৈ সমৰ্থ হয়। তাৰ পিছৰে পৰাই তেখেতে সংগঠনৰ কামত অঞ্চলটোত দেহা এৰি কাম কৰি থাকিল।

জিলা কংগ্ৰেছে অৰবিন্দ ডেকাসহ পাঁচজন কৰ্মীক পুনা সত্যাগ্ৰহৰ কাৰণে নিৰ্বাচন কৰি ৯-৮-৪৩ তাৰিখে যাত্ৰা কৰিবলৈ নিৰ্দেশ দিলে। সেইদিনা তেওঁলোক গোৰেশ্বৰ ষ্টেচনৰ পৰা যাত্ৰা কৰিবলৈ আগবাঢ়ি যাওঁতেই পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ললৈ চালান দিলে। কেইবামাহো জে'লত থকাৰ পিছত ১৫-১২-৪০ তাৰিখে বিচাৰ কৰি প্ৰত্যেককে চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহে। তেওঁ ১৫-৪-৪৪ তাৰিখে মুক্তি লাভ কৰে। ফলত ডেকাইতে আঠ মাহৰ ওপৰ কাল কাৰাগৰত বন্দী জীৱনযাপন কৰিব লগা হ'ল।

দেশে স্বাধীনতা লাভ কৰাৰ পিছত ডেকাই পিছপৰা গাওঁ অঞ্চলত বিভিন্ন গঠনমূলক কামত ব্যস্ত হৈ আছে।

# ডেকা অনন্তৰাম



জন্ম ঃ ১৯২৩ চনৰ এক জানুৱাৰী
হাজোৰ ভোটাৰবড়ি গাৱঁত,
পিতৃ ঃ স্বৰ্গীয় শনিৰাম মালাকাৰ

১৯৪০ চনত গুৱালকুছি হাইস্কুলৰ দশমমান শ্ৰেণীত পঢ়ি থকা অৱস্থাতে দেশপ্ৰেমত উদ্বুদ্ধ হৈ শিক্ষা জীৱন বাদ দি সেৱা দলত যোগ দিলে আৰু প্ৰশিক্ষণ শেষ কৰি চৰখা সংঘৰ সক্ৰিয় সদস্য হৈ খাদী প্ৰচাৰৰ কামতো লিপ্ত হয়। কংগ্ৰেছৰ সাংগঠনিক সম্পাদক হিচাপে ৰঙিয়াৰ পৰা গোৰেশ্বৰলৈকে সংগঠনৰ কামত লাগি

থাকোঁতেই ১৯৪১ চনৰ ২১ জানুৱাৰী তাৰিখে সত্যাগ্ৰহ কৰে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত গোৰেশ্বৰ অঞ্চলত প্ৰচাৰ কাৰ্য্য চলাই থাকোঁতে চেউনি গাৱঁৰ এখন সভাত গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ কাৰাদণ্ড বিহিলে। জে'লৰ পৰা মুক্তি লাভ কৰি আকৌ আন্দোলনৰ কামত লাগি থাকোঁতেই কামৰূপ জিলাৰ পৰা পুনা সত্যাগ্ৰহৰ কাৰণে ডেকাৰ লগতে অৰবিন্দ ডেকা, ভৱেন্দ্ৰ ব্ৰহ্ম, বীৰেন শইকীয়া, পাহৰু ডেকা আৰু বাঞ্ছাৰাম বড়োক নিৰ্বাচিত কৰে। তেওঁলোকে ৯-৮-৪৩ তাৰিখে গোৰেশ্বৰ ৰে'ল ষ্টেচনত ৰে'লত উঠিবলৈ যাওঁতেই পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'লত বন্দী কৰি ৰাখে। ১৫-১২-৪৩ তাৰিখে বিচাৰৰ ৰায় দি চাৰি মাহৰ কাৰাদণ্ড বিহে। ফলত ১৫-৪-৪৪ তাৰিখলৈকে প্ৰায় ৯ মাহ জে'লত বন্দী হৈ থাকে।

ডেকাই স্বাধীনতাৰ পিছত খাদী প্ৰচাৰ, শিক্ষকতা, গাওঁ উন্নয়ন আদি কামত ব্যস্ত থাকি ... তাৰিখে উপৰহালিৰ নিজ বাসভৱনত ইহলীলা সম্বৰণ কৰে।

# ডেকা মহেন্দ্ৰ নাথ

স্বাধীনতা সংগ্ৰামৰ এজন মহান সেনানী গুৱাহাটী পাণবজাৰৰ মহেন্দ্ৰ নাথ ডেকাই কলেজত পঢ়ি থকাৰ দিনতে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান দি বিদেশী বস্তুৰ দোকান, কানি, মদৰ দোকানত পিকেটিং কৰা আদি কামত ব্যস্ত থকাৰ মাজতে গোৰেশ্বৰত গৈ কানিৰ দোকানত পিকেটিং কৰোঁতে ১৯-১২-১৯২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত ৪-১-২২ তাৰিখে চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

জে'লৰ ম্যাদ শেষ হোৱাত ডেকাই আকৌ আন্দোলনত লাগি থাকে। আন্দোলন শাম কটাৰ পিছত ডেকাই শিক্ষা জীৱন আৰম্ভ কৰি আইনৰ স্নাতক ডিগ্ৰী লাভ কৰি ওকালতি আৰম্ভ কৰে। ১৯৩০-৩১ চনত ওকালতি বৰ্জন কৰি আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। কিন্তু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰি থকাৰ অপৰাধত ১৯-১১-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'লত ভৰালে। সেইবাৰ বিচাৰত দণ্ডবিধি আইনৰ ১৭(১) ধাৰা আৰু ভাৰত প্ৰতিৰক্ষা আইনৰ ৩৮ ধাৰাত এবছৰৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে।

ডেকাই স্বাধীনতাৰ পিছতো ৰাজনীতিত ব্যস্ত থাকিল আৰু ১৯৫২ চনৰ নিৰ্বাচনত বিধায়ক নিৰ্বাচিত হৈছিল।

# ডেকা চন্দ্ৰকান্ত

গোৰেশ্বৰ অঞ্চলৰ গুৰমৌ গাৱঁৰ কাতিৰাম ডেকাৰ পুত্ৰ চন্দ্ৰকান্ত ডেকাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল। পিছত ৯-৮-৪৩ তাৰিখে পুনা সত্যাগ্ৰহৰ কাৰণে গোৰেশ্বৰ ষ্টেচনত ৰে'লত উঠাৰ সময়ত আৰু কেইবাজনো কৰ্মীৰ লগতে পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত চন্দ্ৰ ডেকাই পাঁচ মাহ হাজোতত থকাৰ পিছত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। জে'লত মুঠ ন-মাহ থাকিব লগা হ'ল।

# ডেকা তৰুণসেন

**জন্ম ঃ ১৯১৯ চনৰ ২০ নৱেম্বৰত**

**(জন্মস্থান ঃ বেলশৰ) ঃ গুৱাহাটী**

১৯৩০ চনৰ বিলাতী বস্ত্ৰ বৰ্জন, বিলাতী দ্ৰব্য বৰ্জন, মাদক দ্ৰব্য বৰ্জন কৰা আন্দোলনৰ প্ৰভাৱ পৰা তৰুণসেন ডেকাই ব্ৰিটিছবিৰোধী মন্ত্ৰৰ দ্বাৰা অনুপ্ৰেৰণা লাভ কৰিছিল।

১৯৪১ চনত কটন কলেজৰ ছাত্ৰ হৈ থাকোঁতে ব্ৰিটিছবিৰোধী ছাত্ৰৰ ওপৰত মাৰধৰ কৰাত তৰুণসেন ডেকা আহত হৈ চিকিৎসাধীন হ'ল। ১৯৪২ চনত তেখেতে আৰ চি পি আইৰ সদস্য হিচাপে সংগঠনৰ কামত প্ৰবৃত্ত হৈ উজনিলৈ গ'ল আৰু গোলাঘাটত আন্দোলনৰ দায়িত্ব বহন কৰে। তাৰ পিছত তেখেতক ডিব্ৰুগড়ত পুলিচে গ্ৰেপ্তাৰ কৰি ডিব্ৰুগড় কাৰাগাৰত কেইবামাহ ধৰি কাৰাৰুদ্ধ কৰি ৰাখে। পিছত তাৰ পৰা আনি গুৱাহাটীত এৰি দিয়ে।

আকৌ তেখেতক পুনৰ্বাৰ বেলশৰত গ্ৰেপ্তাৰ কৰি কিছুকাল কাৰাগাৰত আবদ্ধ কৰি ৰাখে। কাৰাগাৰৰ পৰা মুক্তিলাভ কৰাৰ পিছতো শ্ৰীডেকাই বিপ্লৱী কমিউনিষ্ট দলৰ কামত আত্মনিয়োগ কৰে। ভাৰতৰ মুক্তি আন্দোলনৰ পিছত কৃষক আন্দোলনতো শ্ৰীতৰুণসেন ডেকাৰ অৱদান আছিল অনবদ্য।

ডেকাই গুৱাহাটীত নিগাজীকৈ বসবাস কৰি ওকালতি কৰি আছে।

---

***নিজৰ ভৱিৰ ওপৰত থিয় হ'বলৈ শিকা, তেতিয়াহে সংসাৰক প্ৰকৃততে ভাল পাব পাৰিবা।***

**—স্বামী বিবেকানন্দ**

---

# ডেকা প্ৰফুল্লকুমাৰ



**পিতৃ ঃ স্বৰ্গীয় দুষ্টৰাম ডেকা**
**মাতৃ ঃ স্বৰ্গীয় চানিপ্ৰিয়া ডেকা**
**জন্ম ঃ ১৯২৬ চনৰ ১৮ অক্টোবৰ**
**(জন্মস্থান ঃ বৰনৰ্দ্দী, নলবাৰী)**

১৯৪২ চনত পৰিয়ালৰ নিয়ন্ত্ৰণৰ পৰা ওলাই শ্ৰীপ্ৰফুল্ল কুমৰ ডেকাই ভাৰত ত্যাগ আন্দোলনত যোগদান কৰি পিকেটিং, অসহযোগ আদি কাৰ্যসূচীত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। তেখেতে সশস্ত্ৰ বিপ্লৱৰ প্ৰতি আকৰ্ষিত হৈ দলং পোৰা কামত লিপ্ত হৈ থাকোঁতেই পুলিচৰ হাতত ধৰা পৰে যদিও নিজৰ জিলাৰ পৰা বহিষ্কাৰ (এক্সটাৰ্ন) কৰি ৰাখে।

তেখেতে পুনৰ আত্মগোপন কৰিলে আৰু নেতৃবৃন্দৰ মাজত চিঠি-পত্ৰ সৰবৰাহ কৰা কামত লিপ্ত হৈ পৰে। শ্ৰীপ্ৰফুল্ল কুমাৰ ডেকাই দেশমাতৃকাৰ মুক্তিৰ কাৰণে আগবঢ়োৱা অৱদানৰ উপৰি গঠনমূলক কামত প্ৰবৃত্ত হোৱা কথাৰ সবিশেষ প্ৰকাশ পাইছে শেহতীয়াকৈ প্ৰকাশ পোৱা তেখেতৰ 'জীৱন-প্ৰজ্ঞা' নামৰ গ্ৰন্থখনিত।

# ডেকা অমৃতচন্দ্ৰ



**পিতৃ ঃ স্বৰ্গীয় মগৰা ডেকা,**
**জন্ম ঃ হাজো অঞ্চলৰ কেতেকীবাৰীত**

সৰু কালৰে পৰা স্বাধীনতাপ্ৰেমী অমৃত চন্দ্ৰ ডেকাই হিন্দী শিক্ষা গ্ৰহণ কৰিছিল গান্ধীজীৰ আদৰ্শতে অনুপ্ৰাণিত হৈ। সেয়েহে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আৰম্ভৰ লগে লগে ডেকাই সময়ৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই হিন্দী শিক্ষকৰ চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনত জপিয়াই পৰিল। প্ৰথমে হাতত ত্ৰিৰংগ পতাকা লৈ আন স্বেচ্ছাসেৱকৰ লগত সভা-শোভাযাত্ৰা কৰি আন্দোলনৰ আৰু যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলাইছিল যদিও পিছলৈ অৱস্থাৰ লগত সংগতি ৰাখি ডেকাই আত্মগোপন কৰি কূটাঘাতমূলক কামতো অংশগ্ৰহণ কৰিলে। অৱশ্যে, পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

আন্দোলন শাম কটাৰ পিছত অমৃত ডেকাই হিন্দী প্ৰচাৰত আত্মনিয়োগ কৰিলে।

পৰৱৰ্তী কালত ডেকাই ৰুৰেল ডেভেলপমেণ্ট বিভাগৰ চাকৰিত সোমাই গাৱঁৰ ৰাইজলৈ সেৱা আগবঢ়ালে।

## ডেকা ৰজনীকান্ত



নলবাৰী বলোৱা গাৱঁৰ স্বৰ্গীয় বংশীধৰ ডেকাৰ পুত্ৰ ৰজনীকান্ত ধনীৰ দুলান হৈও গাৱঁৰ গৰীব দুখীয়া মানুহৰ দুখ-কষ্ট দেখি কোমল অন্তৰত যথেষ্ট আঘাত পাইছিল আৰু সেয়েহে সমাজত বৈষম্য দেখা পাই তেওঁৰ অন্তৰ বিদ্ৰোহী হৈ উঠিছিল। সেয়েহে ৰজনীকান্তই স্কুল-কলেজত পঢ়ি থকাৰ দিনতে মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি অনুৰক্ত হৈছিল আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ ছাত্ৰ সংগঠনৰ সদস্য হৈছিল।

ডেকাই কলিকতাত পঢ়ি থকাৰ দিনতে বিপ্লৱী কমিউনিষ্ট দলৰ সংস্পৰ্শলৈ আহে আৰু দ্বিতীয় মহাসমৰৰ বিৰুদ্ধে কংগ্ৰেছ আৰু গান্ধীজীয়ে চলোৱা যুদ্ধ-বিৰোধী আন্দোলনত তেওঁলোকে সহযোগিতা কৰিছিল। বিয়াল্লিশৰ আন্দোলনৰ মাজতে ৰজনীকান্ত নলবাৰীলৈ ঘূৰি আহিল আৰু আন্দোলনত জপিয়াই পৰিল। ঠায়ে ঠায়ে কূটাঘাতমূলক কামতো অংশগ্ৰহণ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

পৰৱৰ্তী কালত ডেকা আৰ চি পি আইৰ কৰ্মী হিচাপে চৰকাৰবিৰোধী কাৰ্যকলাপত লিপ্ত হৈ নিৰ্য্যাতন ভোগ কৰিলে। বিপ্লৱী কমিউনিষ্টৰ আন্দোলন শেষ হোৱাৰ পিছত ডেকাই ব্যৱসায়ত নামি সমাজসেৱা আৰু গঠনমূলক কামত আত্মনিয়োগ কৰি ১৯৯৩ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

এখেতৰ জন্ম হৈছিল ১৯২৩ চনৰ ১৫ আগষ্টত।

## ডেকা মথুৰা



কৰৰা গাৱঁৰ খ্যাতিমন ডেকাৰ পুত্ৰ মথুৰা ডেকাৰ জন্ম ১৯২৪ চনৰ নৱেম্বৰ মাহত। তেওঁ ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত কটন কলেজিয়েট হাইস্কুলৰ ছাত্ৰ হিচাপে স্কুলীয়া শিক্ষা বৰ্জন কৰি গাৱঁলৈ গৈ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত আগভাগ ল'লে। পুলিচে ডেকাক গ্ৰেপ্তাৰ কৰিবলৈ জাল পেলালে। ডেকাই আত্মগোপন কৰি

সুকীয়া সুকীয়া ঠাইত সংগঠনৰ কাম কৰি পুলিচক বিবুধিত পেলালে। কিন্তু পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

স্বাধীনতাৰ পিছত মথুৰা ডেকা বাম আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ কৃষক আন্দোলনৰ লগত জড়িত হৈ পৰিল আৰু কেইবাবাৰো পুলিচ নিৰ্য্যাতন ভোগ কৰিলে আৰু কাৰাবাসো খাটিলে। পঞ্চায়ত আৰু আন সামাজিক কামত ব্যস্ত হৈ থকাৰ মাজতে এবাৰ বিধায়কো নিৰ্বাচিত হ'ল।

১৯৯০ চনৰ ৯ নৱেম্বৰত এইজন দেশপ্ৰেমিকৰ মৃত্যু হ'ল।

## ডেকা মহেন্দ্ৰ নাথ

এইজন মহেন্দ্ৰ নাথ ডেকাই (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(২) ধাৰাত ছয় মাহৰ বিনাশ্ৰম কাৰাদণ্ড খাটিছিল। আন একো তথ্য পোৱা নহ'ল।

## ডেকা হাবিৰাম

পাণবজাৰৰ হাবিৰাম ডেকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত দেশপ্ৰেমত উদ্বুদ্ধ হৈ গাড়কাপ্টানী বিভাগৰ চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত অংশগ্ৰহণ কৰিলে। ফলত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## ডেকা হৰিদাস

পাণবজাৰৰ মুক্তিযোদ্ধা হাবিৰাম ডেকাৰ পুত্ৰ হৰিদাস ডেকাই পিতৃৰ পদাংক অনুসৰণ কৰি সৰুৰে পৰা স্বাধীনতা সংগ্ৰামৰ প্ৰতি আকৃষ্ট হয়। ১৯৪০ চনৰ পৰা তেওঁ যুদ্ধবিৰোধী ছাত্ৰ আন্দোলনত জড়িত হৈ পৰিল। ১৯৪০ চনত ডেপুটি কমিছনাৰে গৃহবন্দীৰ আদেশ দিলে। ডেকাই সেই আদেশ ভংগ কৰাত ভাৰত ৰক্ষা আইনত ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত ডেকাই আৰ চি পি আই কৰ্মী হিচাপে ভাৰত ত্যাগ আন্দোলনত কূটাঘাতমূলক কামত লিপ্ত হ'ল, ফলত ১৮-১-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। ১৬-২-৪৩ তাৰিখে বিচাৰত ১০ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ১১-৬-৪৩ তাৰিখে ডেকাক যোৰহাট কাৰাগাৰলৈ বদলি কৰিলে। জে'লৰ পৰা মুক্তি পোৱাৰ পিছত আকৌ গৃহবন্দী কৰিলে আৰু গৃহবন্দিত্ব ৯-২-৪৫ তাৰিখেহে উঠাই ল'লে।

হৰিদান ডেকাই আৰ চি পি আই সদস্য হিচাপে বিপ্লৱী কাৰ্য্যপন্থা আজীৱন চলাই থাকিল।

## ডেকা দুৰ্লভচন্দ্ৰ

**পিতৃৰ নাম ঃ স্বৰ্গীয় দুতিৰাম ডেকা**

**জন্মৰ স্থান ঃ পকোৱা মৌজাৰ বনগাওঁ,**

**জন্মৰ তাৰিখ ঃ ১৯২৫ চনৰ ৯ এপ্ৰিল**

দুৰ্লভ চন্দ্ৰ ডেকাৰ বৰ দেউতাকৰ পুত্ৰ কনক ডেকাই ১৯৪০ চনত সত্যাগ্ৰহ কৰি জে'ল খাটিছিল; সেই কনক ডেকাৰ লগে লগে স্কুলীয়া ছাত্ৰ দুৰ্লভ ডেকায়ো গাৱেঁ-ভূঞে ঘূৰি ফুৰি দেশপ্ৰেমৰ বীজ অন্তৰত ধাৰণ কৰিছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ লগে লগে ডেকাই স্কুলীয়া জীৱন বাদ দি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত নামি পৰিছিল। বিশেষকৈ সেনাবাহিনীৰ কেম্পত ৰচদ যোগানত বাধা দিয়াটোৱেই সেই সময়ত গাওঁবিলাকত মুখ্য কাম আছিল। লগে লগে সেনা শিবিৰত ৰচদ যোগানত বাধা দিয়া কাৰণে আৰু গাৱঁত পুলিচ, সেনাৰ গাড়ী অহাত বাধা দিয়াৰ কাৰণে দলংবিলাক জ্বলাই দিয়া কামত দুৰ্লভ ডেকা আগৰণুৱা আছিল।

ডেকা পুলিচৰ হাতত ধৰা পৰিছিল যদিও সাক্ষী প্ৰমাণৰ অভাৱত মুক্তি লাভ কৰিছিল। আন্দোলনৰ পিছত দুৰ্লভ ডেকাই আৰ চি পি আইত যোগদান দি বৰ্তমান গুৱাহাটীৰ ফটাশিল আমবাৰীত স্থায়ীভাৱে বসতি কৰি আছে।

## ডেকা শুকুৰাম

গোৰেশ্বৰ অঞ্চলৰ শিমিলা গাৱঁৰ কৃষ্ণৰাম ডেকাই বিয়াল্লিশৰ গণ আন্দোলনত স্বেচ্ছাসেৱকৰ দায়িত্ব বহন কৰি পুনা সত্যাগ্ৰহৰ কাৰণে গোৰেশ্বৰৰ পৰা যাত্ৰা আৰম্ভৰ আগতে ৯-৮-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। আন বহুকেইজন কৰ্মীৰ লগতে প্ৰায় চাৰি মাহ জে'লত থকাৰ পিছত ১০-১২-৪৩ তাৰিখে বিচাৰ কৰি চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ফলত আঠ মাহৰ ওপৰ কাল ডেকাই জে'লত কটাব লগা হ'ল।

## ডেকা শৰৎ

গড়িয়াকোঠ গাৱঁৰ শৰৎ ডেকাই ভাৰত ত্যাগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰাৰ উপৰিও আত্ম-গোপনকাৰীসকলৰ থকা-

খোৱাৰ ব্যৱস্থা কৰি দিছিল। স্বাধীনতাৰ পিছত ডেকাই গাওঁ উন্নয়নৰ ভালেমান কাম কৰিছিল।

ডেকাই ১৯৭৬ চনতে মৃত্যুমুখত পৰিল।

## ডেকা হৰিচৰণ

বৰডাঙৰী গাৱঁৰ পিপুৰাম ডেকাৰ পুত্ৰ হৰিচৰণ ডেকাই বিয়াল্লিশৰ গণ বিপ্লৱত সক্ৰিয় অংশগ্ৰহণ কৰি ওচৰৰ সেনা ছাউনিত খাদ্য যোগানত বাধা দিয়া আৰু অন্যান্য কাৰ্য্যক্ৰম ৰূপায়ণ কৰাৰ অপৰাধত ভাৰতীয় দণ্ডবিধি আইনৰ ১৪৭ আৰু ৩৭৯ ধাৰাৰ অধীনত ৯ মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

## ডেকা ঘনশ্যাম

কৰৰাৰ খ্যাতিমল ডেকাৰ পুত্ৰ ঘনশ্যামে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰাৰ বাবে ৩-৩-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে যদিও বিচাৰকে ৬-৩-৪৩ তাৰিখে মুক্তি দিলে।

## ডেকা হৰিশ্চন্দ্ৰ

গোৰেশ্বৰ অঞ্চলৰ বৰফুকন খাটৰ শিম্ভুৰাম ডেকাৰ পুত্ৰ হৰিশ্চন্দ্ৰই ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় ভূমিকা লোৱাৰ অপৰাধত ৯-১০-৪২ তাৰিখে গোৰেশ্বৰত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰকে মাত্ৰ এদিনৰ কাৰাদণ্ড বিহিলে।

## ডেকা ৰূপৰাম

শিংৰাৰ ৰূপৰাম ডেকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুলীয়া শিক্ষা বাদ দি সংক্ৰিয় অংশগ্ৰহণ কৰাৰ অপৰাধত ২০-১-১৯২২ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰাত এখন মুচুলকাত চহী কৰি ওলাই যাবলৈ কোৱাত ডেকাই অস্বীকাৰ কৰিলে; ফলত ৩০-১-২২ তাৰিখে এবছৰৰ কাৰাদণ্ডৰ হুকুম দিলে।

এবছৰ জে'লত থাকি ২৯-১-২৩ তাৰিখে মুক্তি লাভ কৰিলে।

## ডেকা পহাৰুৰাম (পহৰুৰাম)

নাওকটা অঞ্চলৰ দলন্দিয়া গাৱঁৰ পহৰুৰাম ডেকাই ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। প্ৰায় চাৰি মাহ বিচাৰাধীন বন্দী হৈ থকাৰ পিছত বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। ফলত পহৰুৰামে আঠ মাহ জে'লত থাকিব লগা হ'ল।

## ডেকা প্ৰফুল্ল চন্দ্ৰ

হাজোৰ স্বৰ্গীয় দণ্ডিৰাম ডেকাৰ পুত্ৰ প্ৰফুল্ল ডেকাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ সভা-শোভাযাত্ৰা, পিকেটিং আদি কাৰ্য্যসূচীত অংশগ্ৰহণ কৰা অপৰাধত ১৭-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত আৱদ্ধ কৰিলে। তিনিমাহৰ ওপৰ কাল হাজোতত থকাৰ পিছত বিচাৰত ২৭-১২-৪২ তাৰিখে খালাচ দিলে।

## ডেকা ললিতচন্দ্ৰ

গোৰেশ্বৰৰ ললিত চন্দ্ৰ ডেকাই বিয়াল্লিশৰ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাত পুলিচে ২-১১-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। কিন্তু ১৯-১২-৪২ তাৰিখে বিচাৰত খালাচ দিলে।

## ডেকা কবীন্দ্ৰৰাম

বিহদিয়াৰ কবীন্দ্ৰৰাম ডেকাই কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে ১৯৪২ চনৰ আন্দোলনত বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰাত ব্যস্ত থকাত পুলিচে ২৪-২-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। কিন্তু বিচাৰত ১-৩-৪৩ তাৰিখে খালাচ পালে।

## ডেকা ৰামলাল

কৰৰাৰ ৰামলাল ডেকাই ১৯২১ চনৰ অসহযোগ আন্দেলনত অংশগ্ৰহণ কৰিছিল; কিন্তু বেছি তথ্য পোৱা নগ'ল।

## ডেকা ভদ্ৰচন্দ্ৰ

পূব বৰীগোগ মৌজাৰ মৰাবা গাৱঁৰ ভদ্ৰচন্দ্ৰ ডেকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি ১৯২১ চনৰ ডিচেম্বৰৰ মাজত আইন ভংগ কৰি

খামে গাৱঁত এখন ৰাজহুৱা সভা পতাৰ অপৰাধত আৰু তিনিজন স্বেচ্ছাসেৱক-সহ পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে।

বিচাৰকে ২-২-২২ তাৰিখে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত ডেকাক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## ডেকা দণ্ডিৰাম

কমলপুৰ অঞ্চলৰ মান্দাকাটা গাৱঁৰ দণ্ডিৰাম ডেকাই একৈশ চনৰ অসহযোগ আন্দোলনত কানি ভাঙৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভুগিছিল। তেওঁৰ আন কাৰ্য্যকলাপ সম্পৰ্কে কোনো তথ্য পোৱা নগ'ল।

## ডেকা মুকুন্দৰাম

ৰঙিয়া অঞ্চলৰ মুকুণ্ডৰাম ডেকাই অসহযোগ আন্দোলনত মাদক দ্ৰব্য প্ৰচলনৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য চলোৱাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰোৱাত বিশ টকা জৰিমনা বিহিলে।

## ডেকা পঞ্চ

কমলপুৰ অঞ্চলৰ তিতকুছি গাৱঁৰ পঞ্চ ডেকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিছিল যদিও তেওঁৰ আন তথ্য পোৱা নগ'ল।

## ডেকা সুৰেন্দ্ৰ ৰাম

ৰঙিয়াৰ সুৰেন্দ্ৰ ৰাম ডেকাই অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰি নিৰ্য্যাতিত হৈছিল।

## ডেকা ধনীৰাম

বৰবংশৰ ধনীৰাম ডেকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি কাৰাবাস খাটিছিল; কিন্তু সবিশেষ তথ্য পোৱা নগ'ল।

## ডেকা কমলাকান্ত

কমলাকান্ত ডেকাই (ঠিকনা জনা নগ'ল) অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰাৰ অপৰাধত ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত তিনি মাহৰ সশস্ত্ৰ কাৰাদণ্ড ভোগ কৰিছিল।

# ডেকা বিমল চন্দ্ৰ

ডেকপাৰাৰ বিমল ডেকাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি কানি, ভাঙৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। কেইদিনমানৰ পিছত বিচাৰত খালাচ দিলে।

# ডেকা ৰঞ্জিত চন্দ্ৰ

কমলপুৰ অঞ্চলৰ দেওদুৱাৰ গাৱঁৰ স্বৰ্গীয় ৰমনী ডেকাৰ পুত্ৰ ৰঞ্জিত চন্দ্ৰ ডেকাই বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে শোভাযাত্ৰা, সেনাৰ খাদ্যবস্তু যোগানত বাধা দিয়া আদি কাৰ্য্যসূচীত লিপ্ত থকাৰ অভিযোগত পুলিচে ২৮-১০-৪২ তাৰিখে পুলিচে ভাৰতীয় দণ্ডবিধি আইনৰ ৩০২ আৰু ৩১৫ ধাৰাত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰকে ২৬-১১-৪২ তাৰিখে বিচাৰ কৰি খালাচ দিলে।

# ডেকা কৰ্মৰাম

কমলপুৰ থানা এলেকাৰ জটিয়া ভাংৰা গাৱঁৰ কৰ্মৰাম ডেকাই আনকেইজনমান শান্তি সেনাৰ লগ হৈ ১৯-১১-৪২ তাৰিখে মুখিয়াল কংগ্ৰেছ নেতা মহেন্দ্ৰনাথ ডেকাক পুলিচ থানাৰ পৰা জোৰকৈ উলিয়াই আনিবলৈ চেষ্টা কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'লত ভৰালে। প্ৰায় এবছৰ বিনা বিচাৰে জে'লত থকাৰ পিছত আপীলত ২৩-১২-৪৩ তাৰিখে মুক্তি লাভ কৰিলে।

# ডেকা ধীৰু দত্ত

লহকৰ পাৰাৰ স্বৰ্গীয় ভূএগ্ৰা ৰাম ডেকাৰ পুত্ৰ ধীৰুদত্ত ডেকাই ১৯৩৯ চনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ খাদী প্ৰচলনৰ কামত ব্যস্ত হৈ থাকোতেই ১৯৪০ চনৰ যুদ্ধবিৰোধী একক সত্যাগ্ৰহ কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ গণ আন্দোলনতো আত্মগোপন কৰি বিভিন্ন কাৰ্যসূচী পুলিচৰ চকুত ধূলি মাৰি ৰূপায়ণ কৰি ফুৰিছিল।

## ডেকা ভোলাৰাম

চুতীয়াপাৰাৰ স্বৰ্গীয় চণ্ডীৰাম ডেকাৰ পুত্ৰ ভোলাৰাম ডেকাই ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে গোপন কাৰ্য্যকলাপত লিপ্ত হৈছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## ডেকা দুতিৰাম

হাজো অঞ্চলৰ বৰদধি গাৱঁৰ দুতিৰাম ডেকা ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি অস্পৃশ্যতা বৰ্জন, মাদকদ্ৰব্য বৰ্জন আদি কামৰ প্ৰচাৰ কাৰ্য চলাই থাকোতে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত কাৰাদণ্ড হ'ল। কিন্তু মচুলুকা দি জে'লৰ পৰা ওলাই গ'ল। অৱশ্যে দুতিৰাম ডেকাই ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত যোগ দি পুলিচী নিৰ্য্যাতন ভোগ কৰিলে।

মচুলুকা দি জে'লৰ পৰা ওলাই যোৱা বন্দীক যদিও মুক্তিযোদ্ধা হিচাপে গণ্য কৰা নহয়, পিছৰ দুটা আন্দোলনৰ লগত জড়িত হৈ নিৰ্য্যাতন ভোগ কৰাৰ কাৰণে তেখেতক মুক্তিযোদ্ধা হিচাপে মান্য কৰা হ'ল।

## ডেকা ভুৱন চন্দ্ৰ

প্ৰয়াত জ্যোতি ডেকাৰ পুত্ৰ ভুৱন চন্দ্ৰ ডেকাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত ডিব্ৰুগড়লৈ গৈ বনুৱাৰ মাজত আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই থকাৰ উপৰি কূটাঘাতমূলক কাৰ্যত লিপ্ত থকাত পুলিচে ১১-১-৪৩ তাৰিখে ভাৰত প্ৰতিৰক্ষা আইনৰ ১২৯ ধাৰাত গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ডেপুটি কমিছনাৰে ১৯-১-৪৩ তাৰিখে লখিমপুৰ জিলাৰ পৰা বহিষ্কাৰ কৰিলে। বহিষ্কাৰৰ হুকুম দুবাৰো নবীকৰণ কৰি ১৯-৯-৪৫ তাৰিখেহে উঠাই ল'লে।

## ডেকা ভাবিতৰাম

ভাবিতৰাম ডেকাই (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰাৰ অপৰাধত ১৯২২ চনৰ জানুৱাৰী মাহত পুলিচে গ্ৰেপ্তাৰ কৰিলে। আন তথ্য পোৱা নহ'ল।

## ডেকা স্বস্তিৰাম

গোৰেশ্বৰ অঞ্চলৰ বেংনাহাৰি গাৱঁৰ স্বস্তিৰাম ডেকাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে বিভিন্ন কাৰ্য্য ৰূপায়ণ কৰি থকাৰ

মাজতে ২৬-১১-৪২ তাৰিখে খৈৰাবাৰী ধান কলত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ সন্মুখত হাজিৰ কৰালে।

বিচাৰকে ডেকাক ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। ম্যাদ সম্পূৰ্ণ কৰি মুক্তি লাভ কৰিলে।

## ডেকা নৰনাথ

বিহদিয়া গাওঁৰ নৰনাথ ডেকাই ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে কাৰ্যসূচী ৰূপায়ণ কৰি থকাৰ মাজতে ২৪-১২-৪২ তাৰিখে বিশিষ্ট স্বাধীনতা সেনানী মহেন্দ্ৰনাথ ডেকাক আন কেইজনমান শান্তি সেনাৰ লগত পুলিচ থানাৰ পৰা জোৰকৈ উদ্ধাৰ কৰাৰ চেষ্টা কৰোঁতে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। কিন্তু আপীলত কাৰাদণ্ড তিনি মাহলৈ হ্ৰাস কৰিলে।

## ডেকা সশীন্দ্ৰ নাথ

গোৰেশ্বৰ অঞ্চলৰ নাওকটা গাওঁৰ নোমল ডেকাৰ পুত্ৰ সশীন্দ্ৰ নাথ ডেকাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে ৯-১০-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ললৈ চালান দিলে। বিচাৰাধীন বন্দী হিচাপে তিনি মাহ জে'লত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে।

## ডেকা শিশুৰাম

গোৰেশ্বৰৰ শিশুৰাম ডেকাই বিয়াল্লিশৰ গণ আন্দোলনৰ কাৰ্য্যসূচীত লিপ্ত থকাৰ ভিতৰতে কামৰূপ জিলাৰ পৰা তেওঁকো পুনা সত্যাগ্ৰহৰ কাৰণে জিলা কংগ্ৰেছে বাছনি কৰিলে। সত্যাগ্ৰহৰ কাৰণে যাবলৈ সাজু হোৱাৰ সময়তে ৯-৮-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে।

ডেকাৰ চাৰি মাহ কাৰাদণ্ড হ'ল যদিও জে'লত মুঠতে আঠ মাহৰ ওপৰ কাল থাকিব লগা হ'ল।

## ডেকা থানেশ্বৰ

মঙলদৈ মহকুমাৰ প্ৰয়াত মিনাৰাম ডেকাৰ পুত্ৰ থানেশ্বৰ ডেকা পুনা সত্যাগ্ৰহৰ কাৰণে যাবলৈ আহি গোৰেশ্বৰ ৰে'ল ষ্টেচনত ৯-৮-১৯৪৩ তাৰিখে গ্ৰেপ্তাৰ হ'ল আৰু বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। কিন্তু জে'লত মুঠতে আঠ মাহৰ ওপৰ কাল থাকিব লগা হ'ল।

## ডেকা তৰেন্দ্ৰ

নাওকটা অঞ্চলৰ জাব্ৰাংপাৰ গাৱঁৰ তৰেন্দ্ৰ ডেকাই (ব্ৰহ্ম) পুনা সত্যাগ্ৰহৰ কাৰণে ৯-৮-১৯৪৩ তাৰিখে গোৰেশ্বৰ ষ্টেচনত উপস্থিত হোৱাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে।

চাৰি মাহ বিচাৰাধীন বন্দী হিচাপে জে'লত থকাৰ পিছত বিচাৰকে চাৰি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। ১৬-৪-৪৪ তাৰিখেহে জে'লৰ পৰা মুক্তি লাভ কৰিলে।

## ডেকা ৰাজ্যমল



নলবাৰী মহকুমাৰ কমাৰকুছি গাৱঁৰ স্বৰ্গীয় দত্তমল ডেকাৰ পুত্ৰ ৰাজ্যমল ডেকা হাইস্কুলৰ ছাত্ৰ হৈ থাকোতেই গান্ধীজীৰ আদৰ্শত ব্ৰতী হয়। তেওঁ খদ্দৰৰ পোছাক নিজে সূতা কাটি বৈ লৈছিল। ভাৰত ত্যাগ আন্দোলনত শান্তি সেনাৰ প্ৰশিক্ষণ গ্ৰহণ কৰি বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰিছিল যদিও পুলিচৰ হাতত ধৰা নপৰিল। ডেকা কূটাঘাতমূলক কামৰ পৰা আঁতৰি আছিল।

পিছৰ কালতো তেওঁ স্বাৱলম্বিতাৰ পথতে থাকি খাদী প্ৰচলনৰ কামত ব্যস্ত আছিল আৰু তাৰ মাজতে গুৱাহাটীৰ চেনিকুঠিত নিগাজীকৈ বসবাস কৰিছিল।

---

*ঈশা বাস্যমিদ; সৰ্বং যৎ জগত্যাং জগৎ।*
*তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্যস্বিদ্ ধনম্।।*

—ঈশোপনিষদৰ প্ৰথম শ্লোক

*মহাত্মা গান্ধীয়ে কৈছিল— 'মোৰ এইটো স্পষ্ট অভিমত যে যদি কিবা কাৰণত অকস্মাৎ হিন্দু ধৰ্মৰ সকলো শাস্ত্ৰ পুথি ছাৰখাৰ হৈ যায় আৰু একমাত্ৰ ঈশোপনিষদৰ এই প্ৰথম শ্লোকটো বাছি যায়; হিন্দুসকলৰ কাৰণে হিন্দু ধৰ্ম চলি থাকিব।*

---

## তহবিলদাৰ ৰাখাল



নলবাৰী মহকুমাৰ দুই নং বিহামপুৰ গাৱঁত ১৯২৩ চনত জন্ম গ্ৰহণ কৰা ৰাখাল তহবিলদাৰে হাইস্কুলীয়া শিক্ষা সমাপ্ত কৰি ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত জঁপিয়াই পৰিল। প্ৰথমে সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত ব্ৰতী হ'ল। পিছত আত্মগোপন কৰি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি ভাৰত ত্যাগ আন্দোলনক বহু দিনলৈ সক্ৰিয় কৰি ৰাখিছিল।

স্বাধীনতাৰ পৰৱৰ্তী কালত তহবিলদাৰ গান্ধীজীৰ গঠনমূলক কামত, লগতে পঞ্চায়তৰ কামত আত্মনিয়োগ কৰিছিল। শেষ বয়সত এইগৰাকী গান্ধীবাদী কৰ্মীয়ে গুৱাহাটীত স্থায়ীভাৱে থাকিবলৈ লয় আৰু ১৯৯৬ চনৰ ২৪ মাৰ্চ তাৰিখে গুৱাহাটীৰ ঘৰতে পৃথিৱীৰ পৰা বিদায় ল'লে।

## তহবিলদাৰ উত্তম চন্দ্ৰ

১৯১৬ চনতে গঠন হোৱা অসম ছাত্ৰ সম্মিলন সকলো ছাত্ৰ-ছাত্ৰীৰে উমৈহতীয়া অনুষ্ঠান আছিল। প্ৰথম কেইবছৰমানলৈ ছাত্ৰৰ মাজত ৰাজনীতি নাছিলেই। কিন্তু ১৯২১ চনৰ পৰা অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ পিছৰ পৰা দেশৰ স্বাধীনতাৰ কাৰণে ছাত্ৰৰ মাজত জাগৰণ আহিল। এজাক ছাত্ৰই গান্ধীজীৰ আহ্বানত স্কুল-কলেজ ত্যাগ কৰি আন্দোলনত নামিল। অৱশ্যে, তেতিয়াৰ ৰাজনীতি আছিল দেশক স্বাধীন কৰাই একমাত্ৰ লক্ষ্য।

দ্বিতীয় মহাসমৰ আৰম্ভৰ লগে লগে ব্ৰিটিছ চৰকাৰে ভাৰতবাসীক ধনে-জনে সহায় কৰিবলৈ আহ্বান জনালে। গান্ধীজী তথা কংগ্ৰেছে বিদেশী চৰকাৰক জনাই দিলে তেওঁলোকে ভাৰতবাসীক ক্ষমতা হস্তান্তৰ কৰি গুচি গ'লেহে ভাৰতবাসীয়ে যুদ্ধ সম্পৰ্কে নিজা সিদ্ধান্ত ল'ব। তেতিয়ালৈকে ছাত্ৰৰ মাজত কোনো বিভেদ নাছিল। প্ৰথমছোৱাত যুদ্ধ প্ৰচেষ্টাৰ বিৰুদ্ধে সকলো ছাত্ৰই মুৰ দাঙি থিয় দিলে। কিন্তু ১৯৪১ চনৰ জুন মাহত হিটলাৰে ৰাছিয়া আক্ৰমণ কৰাৰ লগে লগে কমিউনিষ্ট পাৰ্টি তথা তেওঁলোকৰ ভাবাপন্ন ছাত্ৰসকলে পাটনাত অধিবেশন পাতি আগদিনালৈকে সাম্ৰাজ্যবাদী যুদ্ধ বুলি চিঞৰি থকা যুদ্ধখনক জনযুদ্ধ বুলি ঘোষণা কৰিলে আৰু স্বাধীনতা আন্দোলনকাৰীৰ বিৰুদ্ধে থিয় দিয়ে।

সেই সময়লৈকে অসম ছাত্ৰ সন্মিলন উমৈহতীয়া মঞ্চ আছিল যদিও আদৰ্শৰ সংঘাত আৰম্ভ হ'ল আৰু এনে সংঘাতৰ পৰিপ্ৰেক্ষিতত গুৱাহাটীৰ ছাত্ৰ নেতা উত্তম তহবিলদাৰে ছাত্ৰ সন্মিলনত জনযুদ্ধৰ বিৰুদ্ধে নেতৃত্ব বহন কৰিলে। তহবিলদাৰ আছিল ৰাজ্যিক কাৰ্য্যনিৰ্বাহকৰ সদস্য, কিন্তু সৰহসংখ্যক সদস্যই আছিল কমিউনিষ্ট সমৰ্থক।

উত্তম তহবিলদাৰেও ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰিছিল। পিছত অসম ছাত্ৰ সন্মিলনৰ নেতৃত্ব পৰিৱৰ্তন কৰিব নোৱাৰি ১৯৪৫ চনৰ আগষ্টত উত্তম তহবিলদাৰৰ সভাপতিত্বত স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰা ছাত্ৰসকলৰ সভাই এখন সুকীয়া ছাত্ৰ সংগঠন গঢ়ি তুলিলে।

## তালুকদাৰ গৌৰীকান্ত



**পিতৃৰ নাম ঃ প্ৰয়াত বীৰদত্ত তালুকদাৰ**

**জন্মৰ তাৰিখ ঃ ১৮৮৫ চনৰ এক নৱেম্বৰ**

১৯১৭ চনতে কলিকতাত ল' পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯২১ চনত গান্ধীজীৰ আহ্বানত আৰম্ভ হোৱা অসহযোগ আন্দোলনত ওকালতি ত্যাগ কৰি ইংৰাজবিৰোধী প্ৰচাৰ কাৰ্য্যত লিপ্ত হ'ল। ফলত ৭-১২-১৯২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ৩-১-২২ তাৰিখে বিচাৰত তালুকদাৰক পাঁচ মাহৰ বিনাশ্ৰম কাৰাদণ্ড বিহিলে আৰু তেজপুৰ জে'ললৈ বদলি কৰিলে। ম্যাদৰ শেষত ২-১০-২২ তাৰিখে মুক্তি পালে।

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনতে তালুকদাৰে ওকালতি ত্যাগ কৰি কাৰ্য্যক্ষেত্ৰত নামি পৰে যদিও এইবাৰ গ্ৰেপ্তাৰ নহ'ল। ১৫-১২-৪০ তাৰিখে তালুকদাৰে নলবাৰীত একক সত্যাগ্ৰহ কৰা অপৰাধত ছয় মাহৰ কাৰাদণ্ডৰ হুকুম হ'ল। কিন্তু স্বাস্থ্যজনিত কাৰণত দেৰমাহৰ আগতে খালাচ দিলে।

তালুকদাৰে ১৯৪২ ৰ ভাৰত ত্যাগ আন্দোলনত যোগ দি নলবাৰী অঞ্চলত যুদ্ধবিৰোধী প্ৰচাৰ চলোৱাৰ কাৰণে ২-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু চৰকাৰৰ হুকুম মতে নিৰাপত্তা বন্দী হিচাপে প্ৰথমে গুৱাহাটীত, পিছত তেজপুৰ জে'লত ১৫-১-৪৫ তাৰিখলৈকে আৱদ্ধ হৈ থাকিল।

তালুকদাৰ ১৯৩৭ চনত আৰু দ্বিতীয়বাৰ ১৯৪৬ চনত নলবাৰীৰ পৰা অসম বিধানসভালৈ নিৰ্বাচিত হৈছিল।

তেখেতে ৰাজনীতিৰ লগতে সাহিত্যৰ লগতো জড়িত হৈ পৰিছিল আৰু এখন 'দীপক' নামৰ আলোচনী বহু বছৰ চলাই আছিল। এইজনা দেশসেৱকে ২১-১০-১৯৬৬ তাৰিখে নশ্বৰ দেহ ত্যাগ কৰিলে।

## তালুকদাৰ শুভৰাম

১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি গাৱেঁ-ভূঞে অসহযোগৰ বাণী প্ৰচাৰ কৰি ফুৰোতে ১৯২২ চনত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰৰ কাৰণে পঠালে।

বিচাৰত শুভৰাম তালুকদাৰক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## তালুকদাৰ ৰঙ্গনাথ

ৰঙ্গনাথ তালুকদাৰেও অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ কাৰণে তিনি মাহৰ কাৰাদণ্ড ভোগ কৰিলে।

## তালুকদাৰ বদন চন্দ্ৰ

কামৰূপ ক্ষেত্ৰীৰ বদন চন্দ্ৰ তালুকদাৰে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি পিকেটিং আদি কাৰ্য্যত অংশগ্ৰহণ কৰিছিল। কাৰাৰুদ্ধ সম্পৰ্কে তথ্য পোৱা নহ'ল।

## তালুকদাৰ ধনেশ্বৰ

ৰামদিয়াৰ সৰুধনৰ পুত্ৰ ধনেশ্বৰ তালুকদাৰে ১৯২১ চনত কটন কলেজৰ শিক্ষা জীৱন ত্যাগ কৰি অসহযোগ আন্দোলনত নামি পৰিল। পুলিচে গ্ৰেপ্তাৰ কৰিলে যদিও তেতিয়াৰে পৰা ধনেশ্বৰে কেইবাবছৰো কংগ্ৰেছ কৰ্মী হিচাপে সক্ৰিয় হৈ থাকিল। আৰু শিক্ষা জীৱনো পুনৰ আৰম্ভ নকৰিলে।

## তালুকদাৰ হৰেন্দ্ৰ মোহন



পিতা ঃ স্বৰ্গীয় নিৰ্মলচন্দ্ৰ তালুকদাৰ
গাওঁ ঃ নপ্তিপাৰা সত্ৰ, মুকালমুৱা (কামৰূপ)
বৰ্তমানৰ ঠিকনা ঃ বেৰুবাৰী, গুৱাহাটী
জন্ম ঃ ১৯২৭ চনৰ আঠ জুন

সৰুৰে পৰা দেশ-মাতৃকাৰ মুক্তি-মন্ত্ৰেৰে দীক্ষিত শ্ৰীহৰেন্দ্ৰমোহন তালুকদাৰে ১৯৪২ চনত ছাত্ৰাৱস্থাতে স্বাধীনতা আন্দোলনত

স্বেচ্ছাসেৱকৰূপে যোগদান কৰি স্বেচ্ছাসেৱকৰ শিবিৰবোৰত খাদ্য যোগানৰ উপৰিও ব্ৰিটিছ সৈন্যবাহিনীলৈ সকলো প্ৰকাৰৰ যোগান ব্যৱস্থা ব্যাহত কৰাত এক বিশিষ্ট ভূমিকা পালন কৰিছিল। দীৰ্ঘদিন ধৰি আত্মগোপন কৰি শিবিৰে শিবিৰে আৰু নেতৃবৃন্দৰ মাজত গোপন চিঠি-পত্ৰ আৰু আন্দোলনৰ প্ৰচাৰ-পত্ৰাদি সৰবৰাহৰ কামতো বিশেষভাৱে নিয়োজিত হৈ আছিল। এইবোৰ কামত ব্ৰতী শ্ৰীহৰেন্দ্ৰমোহন দাসে তেখেতৰ শিক্ষা বৰ্ষও হেৰুৱাব লগা হৈছিল।

এইজন আজীৱন সমাজ কৰ্মীয়ে ২০০৪ চনৰ ২৫ ডিচেম্বৰ তাৰিখে ইহলীলা সম্বৰণ কৰে।

## তালুকদাৰ ললিতচৰণ

বৰপেটাৰ অনাদৰ পাঠকৰ পুত্ৰ ললিতচৰণে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে গুৱাহাটীলৈ আহি ইয়াৰ পিকেটিং কৰাৰ পিছত ৪-১০-১৯৩২ তাৰিখে শিংৰা বজাৰত বুলেটিন বিলাই, পিকেটিং কৰাৰ অপৰাধত বকো পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰকে ১০-১১-৩২ তাৰিখে তালুকদাৰক ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

## তালুকদাৰ মহেন্দ্ৰনাথ

চামতাৰ মহেন্দ্ৰনাথ তালুকদাৰে ১৯২১ চনৰ অসহযোগ আন্দোলনত কটন কলেজৰ শিক্ষা ত্যাগ কৰি স্বেচ্ছাসেৱক হিচাপে বিভিন্ন ঠাইত প্ৰচাৰ কাৰ্য্য চলাই আৰু কানি-ভাঙৰ দোকানত পিকেটিং কৰে। পুলিচে নলবাৰীত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কিন্তু বিচাৰত খালাচ পালে।

মহেন্দ্ৰনাথে ১৯৪০ চনৰ সত্যাগ্ৰহ কাৰণে প্ৰতিজ্ঞা পত্ৰত চহী কৰিছিল যদিও সত্যাগ্ৰহ কৰাৰ সুযোগ নাপালে।

## তালুকদাৰ ঘনকান্ত

ঘনকান্ত তালুকদাৰে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুল ত্যাগ কৰি আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰিলে। অৱশ্যে তেওঁক পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

## তালুকদাৰ ক'লাৰাম

১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনৰ ভিতৰতে কংগ্ৰেছ কমিটিৰ নিৰ্দেশ মতে ১৩-৪-৩২ তাৰিখে ক'লাৰাম তালুকদাৰে জালিৱানালাবাগ দিৱস

পালনত যোগ দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰকে ছয় বেত দিয়াৰ হুকুম দিলে।

## তালুকদাৰ ললিতচন্দ্ৰ

ৰামদিয়াৰ মধুৰাম তালুকদাৰৰ পুত্ৰ ললিত চন্দ্ৰই অষ্টমমান শ্ৰেণীত পঢ়ি থাকোতেই স্কুল ত্যাগ কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে প্ৰশিক্ষণ লৈ দোকান বজাৰত পিকেটিং কৰি ফুৰিছিল; অৱশ্যে পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

## তালুকদাৰ গণ্টিৰাম

১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে গণ্টিৰামে ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত গণ্টিৰাম তালুকদাৰক তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

## তালুকদাৰ মৌলবী নবীউল্লা

**পিতৃ ঃ স্বৰ্গীয় ৰোহোদ্দিন তালুকদাৰ**

**জন্ম ঃ ১৮৯৮ চনৰ ২৮ এপ্ৰিলত ৰঙিয়া অঞ্চলৰ জটিয়া-ভাঙ্গাৰা গাৱঁত**

১৯৩০ চনত স্কুলীয়া ছাত্ৰ হিচাপে কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুলত পিকেটিং কৰাত পুলিচৰ মাৰ খাইছিল। ১৯৪২ চনৰ গণ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰিছিল যদিও জে'ললৈ যাব লগা নহ'ল। পিছৰ কালতো ৰাজহুৱা কামতে ব্যস্ত আছিল। ১৯৮০ চনৰ ২৮ এপ্ৰিলতে এইজন দেশকৰ্মীৰ মৃত্যু হ'ল।

## তালুকদাৰ বিনয় কুমাৰ

উজান বজাৰৰ মুক্তিযোদ্ধা গৌৰীকান্ত তালুকদাৰৰ পুত্ৰ বিনয় কুমাৰ তালুকদাৰে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুল ত্যাগ কৰি, সেই স্কুলতে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ৩-৮-৩০ তাৰিখে বিচাৰত তেওঁক ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

## তালুকদাৰ বংশীধৰ

উপৰহালি গাৱঁৰ বংশীধৰ তালুকদাৰে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে অংশগ্ৰহণ কৰি কাৰ্য্যসূচী ৰূপায়ণ কৰোতে ৭-৯-৪২

তাৰিখে পলাশবাৰীৰ পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰত বংশীধৰে খালাচ পালে।

## তালুকদাৰ মহেন্দ্ৰনাথ

লখৰপাৰাৰ মহেন্দ্ৰ তালুকদাৰে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল যদিও পুলিচৰ হাতত ধৰা পৰাৰ কোনো তথ্য পোৱা নগ'ল।

## তালুকদাৰ হেমচন্দ্ৰ

স্বৰ্গীয় থানুৰাম তালুকদাৰৰ পুত্ৰ হেমচন্দ্ৰ তালুকদাৰেও ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

## তামুলী মায়াৰাম

উত্তৰ গুৱাহাটীৰ শুকুৰাম তামুলীৰ পুত্ৰ মায়াৰাম তামুলীয়ে ১৯৪০-৪১ চনতে জিলা কংগ্ৰেছে সংগঠন কৰা শান্তি সেনা শিবিৰত যোগ দি প্ৰশিক্ষণ ল'লে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত মায়াৰাম তামুলীৰ নেতৃত্বত শান্তি সেনা বাহিনীয়ে দেশপ্ৰেমমূলক গীত গাই উত্তৰ গুৱাহাটীত শোভাযাত্ৰা কৰি ৰাইজক আন্দোলনমুখী কৰি তুলিছিল। লক্ষ্যধৰ চৌধুৰীৰ নেতৃত্বত চলা গুপ্ত আন্দোলনৰ গোপন চিঠি-পত্ৰ ভৰ বাৰিষা ব্ৰহ্মপুত্ৰ নদী নাৱেৰে পাৰ হৈ আদান-প্ৰদান কৰিছিল; গুপ্ত আন্দোলনৰ কৰ্মীসকলক যথাস্থানত আশ্ৰয় দিছিল।

আন্দোলনত শেষ হোৱাৰ পিছত তামুলীয়ে মৃত্যুৰ সময়লৈকে সাংবাদিকতা কৰি জীৱন পাত কৰিলে।

## তামুলী ললিতমোহন

ৰংমহলৰ ললিতমোহন তামুলীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি পুলিচী নিৰ্য্যাতনত হাৰাশাস্তি খাইছিল।

## তামুলী শৰৎচন্দ্ৰ

আলিকাষ অঞ্চলৰ বৰভিটাৰ শৰৎচন্দ্ৰ তামুলীয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুল ত্যাগ কৰি গাৱেঁ-ভূঞে চৰকাৰবিৰোধী প্ৰচাৰ কাৰ্য্য চলায়; অৱশ্যে পুলিচে গ্ৰেপ্তাৰ কৰাৰ কোনো তথ্য নাই।

তামুলীয়ে ১৯৪০ চনৰ পৰা শান্তি সেনা সংগঠনত আগভাগ লয়। ১৯৪১ চনত চমৰীয়া অঞ্চলত সত্যাগ্ৰহ কৰে যদিও গ্ৰেপ্তাৰ নহ'ল। এইজন স্বাধীনতা সেনানীয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত আত্মগোপন কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰিছিল।

## তামুলী মহানন্দ

সৰু হাজোৰ প্ৰয়াত উদয় তামুলীৰ পুত্ৰ মহানন্দ তামুলীয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ, প্ৰথমছোৱাত মুকলিকৈ আৰু পিছৰছোৱাত আত্মগোপন কৰি গুপ্ত আন্দোলনৰ ভালেমান কাৰ্য্যসূচী ৰূপায়ণত অংশগ্ৰহণ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

---

***It is the lesson of life that always in thi world everything fails a man -only the Divine does not fail him, if he turns entirely to the Divine. It is not because there is something bad in you that blows fall on you- blows fall on all human because they are full of desire for things that cannot last and they lose them or even if they get, it brings disappointment and cannot satisfy them. To turn to the Divine is the only truth in life.***

**–Sri Aurobindo**

***The National ideals of India are renunciation and service. Intensify her in these channels, and the rest will take care of itself.***

**–Swami Vivekananda**

---

# দাস অমলপ্ৰভা



পিতৃ ঃ ডাঃ হৰিকৃষ্ণ দাস, মাতৃ ঃ হেমপ্ৰভা দাস,
জন্ম ঃ ১৯১১ চনৰ ১২ মে' ডিব্ৰুগড়ত

স্কুলীয়া জীৱনৰ পৰা গান্ধীজীৰ আদৰ্শত উদ্বুদ্ধ হৈ নিজে সূতা কাটি খাদী বস্ত্ৰ পৰিধান কৰিবলৈ লয় আৰু সমাজ সেৱাৰ কামত অংশগ্ৰহণ কৰে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা গুৱাহাটীলৈ ঘূৰি আহি, সেই আন্দোলনৰ অংশ হিচাপে পিকেটিং আদিত যোগ দিয়ে। পিছত অমলপ্ৰভাই কলিকতা বিশ্ববিদ্যালয়ত শিক্ষা গ্ৰহণ কৰি মেধাৱী ছাত্ৰীগৰাকীয়ে বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লৈ গুৱাহাটীলৈ ঘূৰি আহি পিতৃপ্ৰদত্ত শৰণীয়া পাহাৰৰ মাটিত অতি কষ্ট কৰি কস্তুৰবা আশ্ৰম প্ৰতিষ্ঠাত অহোপুৰুষাধ্য কৰে।

১৯৪০-৪১ চনৰ সত্যাগ্ৰহত যোগদান দি ১৯৪১ চনৰ ১৯ ফেব্ৰুৱাৰী তাৰিখে কামৰূপৰ শালমৰা আৰু এক মাৰ্চ তাৰিখে আমতলাত অমলপ্ৰভাই সত্যাগ্ৰহ কৰাৰ অপৰাধত পুলিচে তিনি মাৰ্চ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰায়। বিচাৰত তেওঁক ছয় সপ্তাহৰ কাৰাদণ্ড আৰু ২৫ টকা জৰিমনা বিহিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো অমলপ্ৰভাই অংশগ্ৰহণ কৰি সদৌ অসমতে প্ৰচাৰ কাৰ্য্য চলাই বিশেষকৈ মহিলাসকলক আন্দোলনৰ পথলৈ আগবঢ়াই অনা অৱস্থাত পুলিচে ১৯৪৩ চনৰ ২৭ জানুৱাৰীত গ্ৰেপ্তাৰ কৰিলে আৰু ডেপুটি কমিছনাৰৰ হুকুমত নিৰাপত্তা বন্দী হিচাপে ১৯৪৪ চনৰ ১৬ ফেব্ৰুৱাৰীলৈ জে'লত আবদ্ধ কৰি ৰাখিলে।

এইবাৰ জে'লৰ পৰা ওলাই অমলপ্ৰভা দাসে সংগ্ৰামৰ পথ ত্যাগ কৰি কস্তুৰবা আশ্ৰমৰ পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰি সৰ্বাঙ্গসুন্দৰ কৰি গঢ়ি তুলিলে; পিছপৰা অঞ্চলত আশ্ৰমৰ শাখা প্ৰতিষ্ঠা কৰি বিভিন্ন গঠনমূলক কাম, সৰ্বোদয় আন্দোলনত বিনোৱাজীৰ লগত পদব্ৰজে অসম ভ্ৰমণ কৰি, ভূমিকম্প, বানপানীত বিধ্বস্ত অঞ্চলত সাহায্য প্ৰদান কৰি নিজৰ জীৱন পাত কৰিলে।

ত্যাগৰ প্ৰতীক আৰু বিনয়ৰ প্ৰতিনিধি এইগৰাকী মহীয়সী নাৰীয়ে কেন্দ্ৰীয় চৰকাৰে আগবঢ়োৱা পদ্মবিভূষণ উপাধিও বিনয়ৰেই প্ৰত্যাখ্যান কৰিছিল। ১৯৯৪ চনৰ ৩০ ডিচেম্বৰ তাৰিখে অমলপ্ৰভা দাসৰ মৃত্যুৱে সমাজ সেৱাৰ পথাৰখনত ডাঙৰ শূন্যতাৰ সৃষ্টি কৰি গ'ল।

# দাস অমিয় কুমাৰ



১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি অমিয় কুমাৰ দাসে তেজপুৰ অঞ্চলত কংগ্ৰেছ সংগঠনৰ কামত আত্মনিয়োগ কৰে।

১৯৩০ চনতে তেখেতে গুৱাহাটী জিলা কংগ্ৰেছৰ উপ-সভাপতি নিৰ্বাচিত হ'ল আৰু আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে। ফলত ১-১০-৩০ তাৰিখে গ্ৰেপ্তাৰ হৈ ছয় মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। তাৰ পিছত জে'লৰ পৰা ওলাই ২০-২-৩২ তাৰিখে তেজপুৰ জাতীয় পতাকা উত্তোলনৰ অপৰাধত ছয় মাহৰ কাৰাদণ্ড আৰু ৩০০ টকা জৰিমনাৰ পৰিৱৰ্তে আৰু ৪২-দিনৰ কাৰাদণ্ড ভোগ কৰে। তাৰ পিছত ১৯৩৩ চনৰ কলিকতা কংগ্ৰেছত যোগ দিবলৈ যাওঁতে পাৰ্বতীপুৰ ৰে'ল ষ্টেচনত বেংগল পুলিচে গ্ৰেপ্তাৰ কৰি দিনাজপুৰ জে'লত এসপ্তাহ বন্দী কৰি ৰাখিলে।

১৯৪০ চনৰ সত্যাগ্ৰহ আন্দোলনত সত্যাগ্ৰহ কৰাৰ কাৰণে ছয় মাহৰ কাৰাবাস খাটিলে। ভাৰত ত্যাগ আন্দোলনত ২-৯-৪২ তাৰিখে তেজপুৰত এইগৰাকী নেতাক পুলিচে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে তেজপুৰ, যোৰহাট আৰু গুৱাহাটী কাৰাগাৰত ২৬-১২-৪৪ তাৰিখলৈকে কাৰাবাসত আবদ্ধ কৰি ৰাখিলে।

আন্দোলনৰ কালছোৱাত ত্যাগবীৰ হেম বৰুৱাৰ লগত থাকি আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণত তেখেতে সকলো প্ৰকাৰৰ সহযোগিতা আগবঢ়াইছিল।

অমিয় কুমাৰ দাসে আন্দোলনৰ মাজে মাজে সাংবাদিকতাও কৰিলে; গান্ধীজীৰ কেইবাখনো মূল্যৱান কিতাপ অসমীয়ালৈ অনুবাদ কৰিলে আৰু নিজেও কেইবাখনো কিতাপ ৰচনা কৰিলে। দাস ডাঙৰীয়া গান্ধীজীৰ নিঃস্বাৰ্থ সেৱক আছিল আৰু অসমৰ মন্ত্ৰী হিচাপেও অতিকৈ সৰল-সহজ জীৱন-যাপন

---

*কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন।*

—শ্ৰীমদ্ভাগৱদগীতা

---

# দাস ডাঃ হৰিকৃষ্ণ



**জন্ম ঃ বৰপেটাৰ কনৰা গাৱঁত ১৮৭৫ চনত**

ইংৰাজ চৰকাৰৰ অধীনত চৰকাৰী চাকৰি (চিভিল ায়) কৰি থকা অৱস্থাতো ১৯২১ চনৰ অসহযোগ আন্দোলনত বিত্তীয় সাহায্য দি সহায় কৰিছিল। ১৯২৭ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাৱে নামি পৰে, লগতে গঠনমূলক কামত আত্মনিয়োগ কৰে। ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত যোগ দি বিভিন্ন ঠাইত ভাং-কানিৰ দোকানত পিকেটিঙৰ নেতৃত্ব দিয়ে। ১৯৩৫ চনত গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। ইংৰাজ চৰকাৰে তেওঁৰ পেঞ্চন বন্ধ কৰি দিয়ে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে পুলিচে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে প্ৰথমে গুৱাহাটীত ৰাখি যোৰহাট জে'ললৈ বদলি কৰি নি ২০-১১-৪৪ তাৰিখলৈকে আবদ্ধ কৰি ৰাখে। শৰণীয়া আশ্ৰম প্ৰতিষ্ঠাৰ কাৰণে তেওঁ মাটি সম্পত্তি দান কৰে আৰু বিভিন্ন ঠাইত তেওঁৰ নিজৰ মাটিত খাদী চেণ্টাৰ আদি প্ৰতিষ্ঠা কৰি দিয়ে আৰু মৃত্যুৰ সময়লৈকে গঠনমূলক কামত ব্ৰতী হৈ থাকে।

এইগৰাকী ঋষিতুল্য মহান দেশপ্ৰেমিকৰ ১৯৫৮ চনৰ দুই ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ নিজ ঘৰত মহাপ্ৰয়াণ ঘটিল।

# দাস পুষ্পলতা



১৯৪১ চনৰ যুদ্ধবিৰোধী সত্যাগ্ৰহ আন্দোলনত পুষ্পলতা দাসে যোগদান কৰি ২০-২-৪১ তাৰিখে পলাশবাৰীত সত্যাগ্ৰহ কৰে। এসপ্তাহ বিভিন্ন ঠাইত সত্যাগ্ৰহ কৰি ২৮-২-৪১ তাৰিখে গ্ৰেপ্তাৰবৰণ কৰিলে আৰু পিছত ২১-৩-৪১ তাৰিখে মুক্তি লাভ কৰে। পিছত অমিয় কুমাৰ দাসৰ লগত বিবাহপাশত আবদ্ধ হৈ ১৯৪২ চনত গহপুৰ, চতিয়া, বিশ্বনাথ, তেজপুৰ, ঢেকীয়াজুলি আদিত মৃত্যু বাহিনী গঠন কৰিলে। জ্যোতিপ্ৰসাদ আগৰৱালা, গহনচন্দ্ৰ গোস্বামীৰ লগত আৰু তাৰেই ফলস্বৰূপে ২০ ছেপ্টেম্বৰ তাৰিখে গহপুৰ, ঢেকীয়াজুলিৰ পুলিচ থানাত জাতীয় পতাকা উত্তোলনৰ আঁচনি কাৰ্য্যকৰী কৰিলে। ২০ ছেপ্টেম্বৰৰ দুদিনমানৰ আগতে

পুলিচৰ হাতত ধৰা পৰিল আৰু ৩০-৯-৪২ তাৰিখৰ পৰা যোৰহাট জে'লত ১৭-২-৪৪ তাৰিখৰ পৰা নগাওঁ জে'লত নিৰাপত্তা বন্দী হিচাপে কাৰাৰুদ্ধ হৈ ২০-১১-৪৪ তাৰিখে মুক্তি দি পুলিচে দৰং জিলাৰ পৰা বহিষ্কাৰ কৰি গুৱাহাটীত অন্তৰীণ বন্দী কৰি ৰাখিলে। কিন্তু সেই অন্তৰীণৰ আদেশ ভংগ কৰাৰ বাবে ১৫-১২-৪৪ তাৰিখৰ পৰা ছমাহ কাৰাবাস খাটে।

পুষ্পলতা দাসে গ্ৰুপিঙৰ বিৰুদ্ধে দিল্লীত কংগ্ৰেছ ৱাকিং কমিটিৰ সদস্যসকলৰ মাজত সাহসেৰে প্ৰচাৰ কাৰ্য্য চলাই অসমৰ স্বাৰ্থত বিশেষ অৰিহণা যোগাইছিল। শ্ৰীমতী দাস ৰাজ্যসভাৰ সদস্য হৈ থাকোতে অসমৰ ভালেমান সদস্যৰ বিষয়ে ওজস্বী বক্তৃতা দি নিজ দলৰ কেন্দ্ৰৰ কংগ্ৰেছী চৰকাৰকে থকা-সৰকা কৰিছিল।

ৰাজনীতিৰ পৰা অৱসৰ লৈ শ্ৰীমতী দাস ভূ-দান আন্দোলন, সৰ্বোদয় আন্দোলন, কস্তুৰবা ট্ৰাষ্ট, গান্ধীবাদী বিভিন্ন অনুষ্ঠান আদিৰ লগত মৃত্যুৰ সময়লৈকে ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিছিল।

এইগৰাকী বিদুষি, সু-বক্তা, সু-লেখিকা, দেশপ্ৰেমিক মহিলাই ২০০৩ চনৰ ৯ নৱেম্বৰ তাৰিখে কলিকতাত নশ্বৰ দেহ পৰিত্যাগ কৰিলে।

## দাস ৰাধিকা ৰাম



গুৱাহাটীৰ স্বাধীনতা প্ৰয়াসী যুৱকসকলৰ সংগঠন Assam Youth League ৰ সম্পাদক আছিল ১৯৩০ চনত ৰাধিকা দাস। ২৬-১-১৯৩০ তাৰিখে ইউথ লীগৰ সৌজন্যত গুৱাহাটীত স্বাধীনতা দিৱস পালন কৰা হয় আৰু স্বৰাজৰ পতাকা তৰুণ ৰাম ফুকনে উত্তোলন কৰি ভাৰতৰ স্বাধীনতাৰ দাবী উত্থাপন কৰিলে। ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত ৰাধিকা ৰাম দাসে গাওঁ অঞ্চলত সভা-সমিতি পাতি আইন অমান্য কৰিবলৈ ৰাইজৰ মাজত প্ৰচাৰ কৰি ফুৰোতে ২০-৯-৩০ তাৰিখে অৰ্ডিনেন্স মতে গ্ৰেপ্তাৰ কৰি বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। দ্বিতীয়বাৰ চমৰীয়া সত্ৰত প্ৰচাৰ কাৰ্য চলাওঁতে ২১-১-৩১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে যদিও ২৯-১-৩১ তাৰিখৰ বিচাৰত মুক্তি দিলে।

দাসে ১৯৩৩ চনত কলিকতা কংগ্ৰেছত যোগ দিবলৈ আন আন কৰ্মীসকলৰ লগত ৰে'লত যাওঁতে পাৰ্বতিপুৰ ষ্টেচনত গ্ৰেপ্তাৰ কৰি দিনাজপুৰ জে'লত সাত দিন বন্দী কৰি ৰাখি মুক্তি দিলে। ১৯৪১ চনত ৰাধিকা দাসে সত্যাগ্ৰহ

কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত জিলা কংগ্ৰেছৰ সম্পাদক হিচাপে আন্দোলনকাৰীসকলৰ লগত সম্পৰ্কৰক্ষী হিচাপে কাৰ্য্য পৰিচালনা কৰিছিল।

স্বাধীনতাৰ পৰৱৰ্তী কালত সক্ৰিয় ৰাজনীতিত থাকি কেইবাবাৰো বিধায়ক নিৰ্বাচিত হ'ল আৰু ৰাজহমন্ত্ৰীৰ দায়িত্বও গ্ৰহণ কৰিছিল।

# দাস বিপিন পাল



**জন্ম গুৱাহাটীত ১৯২০ চনৰ ১১ অক্টোবৰত।**

১৯৪২ চনত বিপিন পাল দাস কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে গণ আন্দোলনত জঁপিয়াই পৰিল। বিপিন পাল দাসেও অসমৰ কেজনমান সহপাঠীসহ অসমলৈ ঘূৰি আহি অসমৰ আন্দোলন ব্যাপক কৰি তুলিলে। কিন্তু ১৯৪২ চনৰ ২৬ ছেপ্টেম্বৰ তাৰিখে বিপিন পালক পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'লত বন্দী কৰি ৰাখিলে। তিনি মাহৰ পিছত জে'লৰ পৰা খালাচ পোৱাত আকৌ কাশী বিশ্ববিদ্যালয়লৈ উভতি গৈ পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি কলেজত শিক্ষকতা কৰি ১৯৪৬ চনৰ পৰা অসমত সমাজবাদী আন্দোলনত আত্মনিয়োগ কৰে।

এইগৰাকী স্বাধীনতা সেনানী, চিন্তাবিদ, সমাজবাদী আন্দোলনৰ পথ-প্ৰদৰ্শকৰ ২০05 চনৰ ৩ জুলাই তাৰিখে মৃত্যু ঘটে।

বিপিন পাল দাসে কলেজৰ অধ্যক্ষ, কলেজীয়া শিক্ষাৰ পৰিদৰ্শকৰ দায়িত্ব গ্ৰহণ কৰাৰ উপৰিও লোকসভাৰ সাংসদ আৰু ভাৰতৰ পৰৰাষ্ট্ৰ বিভাগৰ উপ-মন্ত্ৰীৰ দায়িত্বভাৰো গ্ৰহণ কৰিছিল।

# দাস বেলিৰাম

পলাশবাৰী অঞ্চলৰ সদিলাপুৰত জন্মগ্ৰহণ কৰা বেলিৰাম দাসে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত কটন কলেজ বৰ্জন কৰি পিকেটিঙত অংশগ্ৰহণ কৰিলে। লগে লগে গান্ধীজীৰ আইন অমান্য আন্দোলনত যোগ দি ব্ৰিটিছবিৰোধী প্ৰচাৰ কাৰ্য্যত লিপ্ত হ'ল। সেই মতে, ২-১০-৩০ তাৰিখে পলাশবাৰীৰ এখন ৰাজহুৱা সভাত বক্তৃতা দি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ চালান দিলে। বিচাৰত দাসক ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম

হ'ল। জে'লৰ পৰা ওলোৱাৰ পিছত শিক্ষা জীৱন আৰম্ভ কৰি আইন পৰীক্ষা পাছ কৰিলে আৰু গুৱাহাটীত থাকি ওকালতি আৰম্ভ কৰিলে।

বেলিৰাম দাসৰ দেশপ্ৰেমে আকৌ সত্যাগ্ৰহলৈ টানি আনিলে। ২০-১২-৪০ তাৰিখে দাসে কোনো এঠাইত যুদ্ধবিৰোধী সত্যাগ্ৰহ কৰিলে আৰু সেইদিনাই পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰিলে। বিচাৰত তেওঁক চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ১৯৪২ চনৰ আন্দোলনতো তেওঁ অংশগ্ৰহণ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

স্বাধীনতাৰ পিছত বেলিৰাম দাস কংগ্ৰেছ ৰাজনীতিতে লিপ্ত থাকে। এবাৰ বিধায়ক আৰু এবাৰ সাংসদ হিচাপে দেশলৈ সেৱা আগবঢ়ালে।

## দাস সৰুৰাম

কুকুৰমাৰাৰ সৰুৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিছিল যদিও শাস্তিৰ বিষয়ে জনা নগ'ল।

## দাস কামাখ্যা প্ৰসাদ

**পিতৃৰ নাম ঃ স্বৰ্গীয় তাৰণীচৰণ দাস**

**জন্মস্থান ঃ পলাশবাৰী ৰাজহ চক্ৰৰ উপৰহালিগাওঁ**

**জন্মৰ তাৰিখ ঃ ১৯১৮ চনৰ ৮ এপ্ৰিল**



শৈশৱৰে পৰা গান্ধীভক্ত, স্বদেশপ্ৰেমিক কামাখ্যা প্ৰসাদ দাসে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুলত পিকেটিং কৰি, স্কুল ত্যাগ কৰি আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি কামৰূপ জিলাৰ বিভিন্ন স্থানত সভা-শোভাযাত্ৰা কৰি আইন অমান্যৰ প্ৰচাৰ কৰি ফুৰিছিল। এইদৰে কাৰ্য্যসূচী ৰূপায়ণ কৰি থাকোতে কেইবাঠাইতো পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি সৰু ল'ৰা বুলি এৰি দিছিল। ১৯৩২ চনত দাস তেজপুৰলৈ গৈ বিহগুৰি শিবিৰত থাকি, তেজপুৰৰ কংগ্ৰেছ নেতাসকলৰ সহযোগত, বিভিন্ন ঠাইত আন্দোলনৰ প্ৰচাৰ-পত্ৰ বিলোৱা, ভাং, কানি, মদৰ দোকানত পিকেটিং কৰা, বিলাতী বস্তু বেচা দোকানত পিকেটিং কৰা অপৰাধত পুলিচে কেইবাবাৰো গ্ৰেপ্তাৰ কৰি, মাৰপিট কৰি, কেতিয়াবা ৰাতি বনৰ মাজত এৰি দিয়াৰ বাহিৰেও কেইবাবাৰো বিচাৰকৰ ওচৰত হাজিৰ কৰালে আৰু এবাৰ চাৰি মাহৰ কাৰাদণ্ড, আন এবাব ১৫ দিনৰ আৰু আন এবাৰ পাঁচ মাহৰ কাৰাদণ্ড বিহি জে'ললৈ পঠালে।

১৯৩৪ চনত জে'লৰ ম্যাদ শেষ হোৱাত ইংৰাজৰ স্কুলত নপঢ়ি শিৱসাগৰৰ জাতীয় স্কুল শিৱসাগৰ বিদ্যাপীঠত শিক্ষা জীৱন আৰম্ভ কৰিলেগৈ। তাতেই খাদী প্ৰশিক্ষণ কেন্দ্ৰত খাদীৰ প্ৰশিক্ষণো ল'লে। ১৯৩৬ চনৰ পৰা অখিল ভাৰত চৰখা সংঘৰ লগত জড়িত হৈ পৰিল আৰু খাদী প্ৰচাৰৰ কামত আত্মনিয়োগ কৰিলে। সত্যাগ্ৰহত খাদী প্ৰচাৰকসকলক গান্ধীজীয়ে সত্যাগ্ৰহ কৰিবলৈ নিদিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগৰে পৰা কামাখ্যা দাস পশ্চিম নগাৱঁৰ খাদী কেন্দ্ৰ কেইবাটাৰো দায়িত্বত আছিল আৰু মহেন্দ্ৰনাথ হাজৰিকাৰ লগত স্বাধীনতা সংগ্ৰামতো লিপ্ত হৈ পৰিল। ফলত ১৪-৯-৪২ তাৰিখে ৰহাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। ২০-১১-৪২ তাৰিখে নগাওঁ জে'লৰ ভিতৰত স্পেচিয়েল ক'ৰ্ট বহি এটা ধাৰাত এবছৰ, আন এক ধাৰাত ছয় মাহ আৰু আন এটা ধাৰাত এবছৰ আৰু এশ টকাৰ জৰিমনা বিহিলে। নগাৱঁৰ পৰা দাসক তেজপুৰ জে'ললৈ বদলি কৰি পঠালে। পিছত স্পেচিয়েল ক'ৰ্টক ১৮-৯-৪৩ তাৰিখে বে-আইনী ঘোষণা কৰিলে যদিও জে'লৰ ভিতৰতে আকৌ গ্ৰেপ্তাৰ কৰি দাসক নগাওঁ জে'ললৈ পঠালে। নগাৱঁৰ নিম্ন আদালতে বিচাৰ কৰি সাক্ষীৰ অভাৱত মুক্তি দিলে যদিও পুনৰ নিৰাপত্তা বন্দী হিচাপে ৪-১-৪৫ তাৰিখলৈকে দাসক বন্দী কৰি ৰাখিলে।

জে'লৰ পৰা ওলাই দাসে এহাতে খাদী প্ৰচাৰৰ কামত, আনহাতে গাওঁ সংগঠনমূলক কামত জড়িত হৈ পৰিল। লগে লগে দাসে মুক্তিযোদ্ধা সন্মিলনৰ সাধাৰণ সম্পাদক হিচাপে সংগঠনৰ কামত লাগিল। এইজন স্বাধীনতা সংগ্ৰামীয়ে বৰ্তমান অখিল ভাৰতীয় মুক্তিযুঁজাৰু সমিতিৰ সাধাৰণ সম্পাদকৰ উপৰিও বৰ্তমান সভাপতিৰ দায়িত্বও বহন কৰি আছে।

## দাস জয়কান্ত

**পিতৃ ঃ স্বৰ্গীয় সন্তোষৰাম দাস**

**জন্ম ঃ শুৱালকুছিত ১৯২০ চনত**



সৰু কালতে পিতৃ-বিয়োগ হোৱাত জয়কান্ত দাসে পৰিয়াল ভৰণ-পোষণৰ কাৰণে বেপাৰ-বনিজ কৰিব লগা হ'ল। তেতিয়াই দাসে দেখা পালে কেনেকৈ এচাম ব্যৱসায়ীয়ে সাধাৰণ খেতিয়কৰ পৰা মাল কিনোতে দুখীয়া মানুহক ঠগি নিজে লাভ কৰে। এনে অন্যায় দেখি দাস ব্যৱসায়ীসকলৰ ওপৰত বিদ্ৰোহী হৈ উঠে।

ভাৰত ত্যাগ আন্দোলনৰ আৰম্ভৰ আগতে গুৱালকুছিতো শান্তি সেনা শিবিৰ প্ৰতিষ্ঠা কৰে। জয়কান্ত দাসেও শান্তি সেনাত ভৰ্তি হয় আৰু প্ৰশিক্ষণ ল'লে। গাৱঁত সভা-শোভাযাত্ৰা কৰি দেশপ্ৰেমৰ গীত গাই জনতাক স্বাধীনতাৰ প্ৰতি সজাগ কৰি তোলে। ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ পিছতে গাৱঁৰ কেইজনমান শান্তি সেনাৰ লগত জিলা কংগ্ৰেছৰ নিৰ্দেশ মতে, গুৱাহাটী কাছাৰীত পিকেটিং কৰেহি। এদিন পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত কিছুদিন ৰাখি এৰি দিয়ে। পিছৰ বাৰ পিকেটিং কৰোতে ২৩-৯-৪২ তাৰিখে পুলিচে আকৌ গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰায়। বিচাৰকে ভাৰতীয় দণ্ডবিধি আইনৰ ৩৮(১) (ক) ধাৰাত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। গুৱাহাটী জে'লত থকা অৱস্থাত জে'ল কৰ্তৃপক্ষৰ হুকুম মানি নচলাত চিলেট জে'ললৈ বদলি কৰিলে। তাৰ পৰা আকৌ গুৱাহাটীলৈ আনি ম্যাদৰ অন্তত খালাচ দিলে।

আন্দোলনৰ শাম কটাৰ পিছত কিছুদিন শিক্ষকতা কৰি সমাজ সংস্কাৰৰ কামত আত্মনিয়োগ কৰিলে। লগে লগে মালয়বাৰীলৈ আহি এখন সমবায় ফাৰ্ম কৰি বিভিন্ন জাতি-ধৰ্মৰ সকলো মানুহকে লগত লৈ এখন আদৰ্শ গাওঁ প্ৰতিষ্ঠা কৰিলে। এইখন অতি পিছপৰা গাৱঁতে গঠনমূলক কাম কৰি জয়কান্ত দাস এতিয়াও ব্যস্ত হৈ আছে।

## দাস হৰকুমাৰ

চন্দ্ৰপুৰৰ হৰকুমাৰ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি কানি, ভাং আৰু বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতলৈ চালান দিলে। বিচাৰত হৰকুমাৰ দাসক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা বিহিলে।

## দাস জানুৰাম

ৰামপুৰ অঞ্চলৰ বৰতেজপুৰ গাৱঁৰ জানুৰাম (হীৰা) দাসে আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে ছয়গাৱঁৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। ১৯৩২ চনৰ ১৩-৪-৩২ তাৰিখে পুনৰ পিকেটিং কৰাত গ্ৰেপ্তাৰ কৰি মুক্তি দিলে।

# দাস নিধিৰাম

**পিতৃৰ নাম ঃ যজ্ঞৰাম মালাকাৰ**

**জন্মৰ স্থান ঃ হাজো অঞ্চলৰ বৰদধিগাওঁ, জন্মৰ তাৰিখ ঃ ১৮৯৫ চন**

নিধিৰাম দাসে ১৯২০ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি স্কুল শিক্ষকৰ চাকৰি কৰে। কিন্তু ১৯২১ চনত গান্ধীজীৰ অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে তেওঁ শিক্ষক চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনৰ কাৰ্য্যসূচীত সক্ৰিয় অংশগ্ৰহণ কৰে; ফলত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰকে তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই আকৌ আন্দোলনৰ কামত লাগে। দ্বিতীয়বাৰ পুলিচে ১৯২২ চনত গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। দুটা ধাৰাত এশ টকাকৈ জৰিমনা অনাদায়ে এবছৰৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

দাসে ১৯২৬ চনত পাণ্ডু কংগ্ৰেছত স্বেচ্ছাসেৱক হিচাপে কাম কৰোতে গান্ধীজীৰ সংস্পৰ্শলৈ আহে। ১৯৩০-৩১ চনৰ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে যদিও জে'ললৈ যোৱা নহ'ল। আকৌ ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত আত্মগোপন কৰি কামৰূপৰ ইটো শিবিৰৰ পৰা সিটো শিবিৰলৈ গোপন বা-বাতৰি সৰবৰাহ কৰি আন্দোলন সজীৱ কৰি ৰাখিছিল।

নিধিৰাম দাস প্ৰকৃত গান্ধীবাদী আৰু সমাজকৰ্মী হিচাপে গাৱঁত কাম কৰি থকা অৱস্থাতে ১৯৫৮ চনৰ চাৰি অক্টোবৰত ইহলীলা সম্বৰণ কৰিলে।

# দাস ভুবনচন্দ্ৰ



**পিতৃৰ নাম ঃ স্বৰ্গীয় ৰবিৰাম দাস**

**মাতৃৰ নাম ঃ স্বৰ্গীয়া সোণেশ্বৰী দাস**

**জন্মস্থান ঃ বৰপেটাৰ গলিয়াহাটীত**

**জন্ম তাৰিখ ঃ ১৯১৮ চনৰ ২৫ ছেপ্টেম্বৰ**

আজিৰ যুগত প্ৰকৃত গান্ধীবাদী গঠনমূলক কৰ্মী হিচাপে অসমৰ যিকেইগৰাকীৰ ছবি মনৰ মাজত জিলিকি উঠে তাৰ মাজত ভুবনচন্দ্ৰ দাস অন্যতম। ১৯৩০ চনৰ আইন অমান্য আন্দোলনতে স্কুলীয়া ছাত্ৰ হিচাপে ভুবন চন্দ্ৰই স্কুল ত্যাগ কৰি পিকেটিং আদি কাৰ্য্যত অংশগ্ৰহণ কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি কেইদিনমান জে'ল-হাজোতত ৰাখিছিল।

আন্দোলন শাম কটাৰ পিছত দাসে খাদী প্ৰচাৰৰ কামত আত্মনিয়োগ কৰে। ১৯৩৭ চনত তেওঁ ৱাৰ্ধা আশ্ৰমত তেল-ঘানীৰ প্ৰশিক্ষণ লৈ ঘূৰি আহি গুৱাহাটীত ঘানী প্ৰতিষ্ঠা কৰি সৰিয়হৰ তেল পেৰাৰ ব্যৱস্থা কৰিছিল। আৰু সেয়েই তেওঁৰ গঠনমূলক কামৰ পাতনি।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত দাসে বৰপেটা অঞ্চলৰ গাৱেঁ গাৱেঁ এহাতে যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলাইছিল, আনহাতে গান্ধীজীৰ গঠনমূলক কামৰো প্ৰচাৰ কৰিছিল। এদিন বৰপেটাৰ গণককুছিত এখন ৰাজহুৱা সভাত দাসে চৰকাৰবিৰোধী বক্তৃতা দিয়াৰ দোষত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত এবছৰৰ সশ্ৰম কাৰাদণ্ড বিহিলে। গুৱাহাটী জে'ললৈ বদলি হৈ অহাৰ পিছত তাত লগ পোৱা আন কেইবাজনো কৰ্মীৰ লগত গাওঁ অঞ্চলত গঠনমূলক কামৰ আঁচনি প্ৰণয়ন কৰিলে। জে'লৰ পৰা ওলোৱাৰ পিছত গোপীনাথ বৰদলৈ, মহেন্দ্ৰমোহন চৌধুৰীৰ পৰামৰ্শ মতে দক্ষিণ কামৰূপৰ অতি পিছপৰা অঞ্চল বকোৰ দক্ষিণফালে জনজাতিসকলৰ গাৱঁৰ সমীপৰ পতিত মাটিত মৌমান-সেৱাশ্ৰম প্ৰতিষ্ঠা কৰি ভুবন দাসে দেশৰ ভিতৰতে এখন আদৰ্শ অনুষ্ঠান গঢ়ি তুলিলে।

ভূ-দান আন্দোলনৰ কাৰণে আচাৰ্য্য বিনোৱাভাৱে অসমত প্ৰচাৰ কৰা কাৰ্য্যত ভুবন দাসে আন আন গান্ধীভক্ত কৰ্মীৰ লগত দেহে-কেহে খাটিছিল। লগতে সৰ্বোদয় সমাজ অসমত গঠন কৰাতো ভুবন দাস আছিল অনন্য।

এইজন অধ্যৱসায়ী সমাজকৰ্মীয়ে অত্যধিক পৰিশ্ৰমৰ কাৰণেই তিনিকুৰি সাত বছৰতে ১৯৮৫ চনৰ ২৫ আগষ্ট তাৰিখে নশ্বৰ দেহ ত্যাগ কৰিলে।

## ডাঃ দাস ভাৰতচন্দ্ৰ

**পিতৃৰ নাম ঃ কুহিৰাম দাস**

**জন্মৰ স্থান ঃ বামুন্দী, জন্মৰ তাৰিখ ঃ ১৯১৯ চনত**



১৯৩০-৩১ চনত আইন অমান্য আন্দোলনৰ সময়ত কামৰূপ জিলাৰ হাজো, ৰামদিয়া, বামুন্দী আদি অঞ্চলত স্বাধীনতা আন্দোলনৰ বতাহ বিয়পি পৰে আৰু স্কুলীয়া ছাত্ৰৰ মাজতো তাৰ প্ৰভাৱ পৰে। ভাৰত দাসেও স্কুলীয়া কালতে ১৯৪০ চনত শান্তি সেনা শিবিৰত যোগদান দি প্ৰশিক্ষণ ল'লে আৰু স্থানীয় দেশপ্ৰেমিকসকলৰ লগত গাঁৱে-ভূঞে ঘূৰি ইংৰাজবিৰোধী প্ৰচাৰ চলাই ফুৰিছিল।

শান্তি সেনাৰ প্ৰশিক্ষণ থকাৰ কাৰণেই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগেই শোভাযাত্ৰা কৰি সভা-সমিতি পাতি নেতাসকলৰ দ্বাৰা বক্তৃতা দিয়াইছিল; হাট-বজাৰত পিকেটিং কৰিছিল; সেনা-শিবিৰত খাদ্য সামগ্ৰী যোগান দিয়াত বাধা দিছিল। তেনে অৱস্থাতে দাসক ২০-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত নিক্ষেপ কৰিলে। ২৪-৯-৪২ তাৰিখে তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

আন্দোলন শাম কটাৰ পিছত পঢ়া-শুনা আৰম্ভ কৰি ডাক্তৰী পাছ কৰে আৰু অসমৰ বিভিন্ন চিকিৎসালয়ত চিকিৎসা সেৱা আগবঢ়াই জনপ্ৰিয়তা অৰ্জন কৰিলে। লগে লগে আন গঠনমূলক কামতো ডাঃ দাসে যথেষ্ট অৰিহণা যোগালে।

এইজন জনদৰদী চিকিৎসক আৰু মুক্তিযোদ্ধাই ১৯-১০-২০০৪ চনত ইহলীলা সম্বৰণ কৰিলে।

## দাস ৰশ্মিকান্ত



**পিতৃ ঃ স্বৰ্গীয় জয়দত্ত দাস**

**জন্ম ঃ হাজো অঞ্চলৰ ধোপৰগুৰি গাৱঁত, ১৯২০ চনৰ ৫ ডিচেম্বৰ তাৰিখে**

হাজো অঞ্চলৰ উৎসাহী যুৱক ৰশ্মিকান্ত দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে স্কুলীয়া শিক্ষা বৰ্জন কৰি আন্দোলনত জাঁপিয়াই পৰিল। সেই সময়ত হাজো অঞ্চলৰ কেইবাঠাইতো শান্তি সেনাৰ শিবিৰ প্ৰতিষ্ঠা কৰি তাত প্ৰশিক্ষণ দিছিল। ৰশ্মিকান্ত দাসেও তেনে শিবিৰত প্ৰশিক্ষণ লৈ গাঁৱে-ভূঞে সভা-শোভাযাত্ৰা কৰি যুদ্ধবিৰোধী প্ৰচাৰ কৰি ফুৰিছিল। লগতে যুদ্ধৰ সেনা শিবিৰবোৰত সম্পূৰ্ণৰূপে খাদ্য যোগান বন্ধ কৰিবলৈ বুলেটিন আদি লিখি ৰাইজৰ মাজত বিলাই ফুৰিছিল।

আন্দোলনৰ লগে লগে ব্ৰিটিছ চৰকাৰে কংগ্ৰেছ অনুষ্ঠানক বে-আইনী ঘোষণা কৰি কংগ্ৰেছ কৰ্মী, শান্তি সেনা য'তে-ত'তে গ্ৰেপ্তাৰ কৰি জে'লত ভৰাইছিল; সভা-শোভাযাত্ৰাৰ ওপৰত লাঠীচাৰ্জ কৰি ব্যাপকভাৱে নিৰ্য্যাতন চলাইছিল। দাসে বেআইনী বুলেটিন লৈ ৰামপুৰ অঞ্চলত প্ৰচাৰ কৰি ফুৰোতে পুলিচে ৭-১০-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতলৈ পঠালে। হাজোতত তিনি মাহ বিনা বিচাৰে থকাৰ পিছত বিচাৰকে ৯-৩-৪৩ তাৰিখে

ভাৰত প্ৰতিৰক্ষা আইনৰ ৩৯(১) (৬) ধাৰাত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ফলত দাসে ছয় মাহৰ ওপৰ কাল কাৰাবাস ভোগ কৰিলে।

আন্দোলন শাম কটাৰ পিছত দাসে পুনৰ শিক্ষা গ্ৰহণ কৰি স্বাধীনতাৰ পিছত চৰকাৰী চাকৰি কৰিলে আৰু ওদালবাক্ৰাৰ শংকৰদেৱ নগৰত নিগাজিকৈ থাকিবলৈ ল'লে আৰু সামাজিক কামত ব্ৰতী হ'ল। এইজন স্বাধীনতা সেনানীৰ ২০০০ চনৰ ৩০ জানুৱাৰী তাৰিখে স্বৰ্গী হ'ল।

# দাস ধৰণীধৰ

জন্মস্থান : দৈশিঙৰী, বজালী

সৰুৰে পৰা স্বাধীনচিতীয়া মনৰ ধৰণীধৰ দাসৰ চিন্তাধাৰাৰ চিন ওলাই হাইস্কুলৰ ছাত্ৰাৱস্থাতে। ব্ৰিটিছ চৰকাৰৰ অধীনত থাকি ভাৰতীয় জাতীয় জীৱনৰ দুৰৱস্থা হোৱা কথা সংগীসকলৰ লগত চৰ্চা কৰাৰ উপৰিও অঞ্চলটোত প্ৰচাৰ কাৰ্য্য চলাইছিল। ১৯৩৯ চনত কংগ্ৰেছ দলৰ স্বেচ্ছাসেৱী হিচাপে থাকি ধৰণীধৰে সমাজবাদী সমাজ প্ৰতিষ্ঠাৰ কাৰণেও সংগঠনত প্ৰবৃত্ত হৈছিল।

১৯৪১ চনত সত্যাগ্ৰহী নিৰ্বাচনতো তেওঁ বিশেষ ভূমিকা লৈছিল। সংগোপনে থাকি কাম কৰাত চন্দ্ৰপ্ৰভা শইকীয়ানী, উমাকান্ত চৌধুৰী, তৰুণ গোস্বামী, গিৰিশচন্দ্ৰ চৌধুৰী আদি আছিল তেওঁৰ সহযোগী। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ তেওঁ স্বাধীনতা সংগ্ৰামৰ কামত ব্যস্ত হৈ ফুৰিছিল। অসম সমাজবাদী আন্দোলনৰো তেওঁ নেতৃত্ব দান কৰিছিল।

# দাস অভয়চৰণ

শিংৰা অঞ্চলৰ অভয়চৰণ দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান দি সভা-সমিতিত ধৰিছিল আৰু মাদক দ্ৰব্যৰ দোকানত পিকেটিং কৰিছিল। কিন্তু আন তথ্য পোৱা নগ'ল।

# দাস সংৰাম

ৰঙিয়াৰ সংৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি কানি, ভাঙৰ দোকানত পিকেটিং কৰা অপৰাধত ২১-১২-২২ তাৰিখে ১৯৬৮ চনৰ XIV Act ৰ ১৭ (খ) ধাৰাত গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰত সংৰাম দাসক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস বনুৰাম

বকো অঞ্চলৰ পশ্চিম চমৰীয়া গাৱঁৰ বনুৰাম দাসে অসহযোগ আন্দোলনত যোগদান দি গাওঁ অঞ্চলৰ পিছপৰা ৰাইজক সভা-সমিতি পাতি অসহযোগৰ বাণী প্ৰচাৰ কৰি থাকোতে ১৯-১২-২২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কিন্তু বিচাৰৰ ৰায় সম্পৰ্কে জনা নগ'ল।

## দাস উদয়চন্দ্ৰ

ছয়গাওঁ কৈমাৰীৰ দয়াল সিঙৰ পুত্ৰ উদয় চন্দ্ৰই অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কাম কৰিছিল। সবিশেষ তথ্য পোৱা নগ'ল।

## দাস সোণাৰাম (কোচ)

এইজন সোণাৰাম দাসেও ১৯২১ চনৰ আন্দোলনত অংশগ্ৰহণ কৰি পুলিচৰ নিৰ্য্যাতন ভোগ কৰিছিল।

## দাস চন্দ্ৰকান্ত

দক্ষিণ কামৰূপৰ চন্দ্ৰকান্ত দাসে ১৯২১ চনত সোণাৰাম হাইস্কুলৰ দশমমান শ্ৰেণী পঁঢ়ি থকা অৱস্থাতে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই স্কুলীয়া শিক্ষা বৰ্জন কৰি বিভিন্ন ঠাইত সভা-সমিতি পাতি চৰকাৰক কৰ-কাটল আৰু খাজানা দিয়া বন্ধ কৰা, মাদক দ্ৰব্য বৰ্জন কৰা, গাওঁখিলাক নিজে নিজে স্বাৱলম্বী হোৱা আদিৰ বিষয়ে প্ৰচাৰ কৰি ফুৰোতে খামাৰত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। ৮-২-২২ তাৰিখে বিচাৰত দাসক ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

## দাস হৰকান্ত

হাজো অঞ্চলৰ ভবানীটোলা গাৱঁৰ হৰকান্ত দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে মদ, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে ৩০-১-২২ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰিলে। বিচাৰত হৰকান্ত দাসক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস গোবৰ্দ্ধন

বামুন্দীৰ গোবৰ্দ্ধন দাসে ১৯২১ চনত গঠিত আঞ্চলিক কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদকৰ দায়িত্ব বহন কৰি অসহযোগ আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত ব্ৰতী হৈছিল।

## দাস বসন্তনাথ

ছয়গাৱঁৰ বসন্ত নাথ দাসে একৈশ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে ২৯-১১-২১ তাৰিখে ছয়গাওঁ হাটত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। ৮-১-২২ তাৰিখে বিচাৰত দহ টকাৰ জৰিমনা বিহিলে।

## দাস ভোগেশ্বৰ

পলাশবাৰীৰ ভোগেশ্বৰ দাসে স্কুলীয়া শিক্ষা ত্যাগ কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে ভাং আৰু কানিৰ দোকানত পিকেটিং কৰে। প্ৰথমবাৰ গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰোৱাত দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই আকৌ আন ঠাইত পিকেটিং কৰাত সেইবাৰ চাৰিমাহৰ কাৰাদণ্ড ভোগ কৰিলে।

## দাস গোবিন্দৰাম

বকোৰ গোবিন্দৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। কিন্তু সবিশেষ তথ্য পোৱা নগ'ল।

## দাস বলোৰাম

বলোৰাম দাসে (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে মদ, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ১৯২২ চনত ভাৰত ৰক্ষা আইনৰ ১৭(১) ধাৰাত পুলিচে গ্ৰেপ্তাৰ কৰি নিছিল যদিও বিচাৰত খালাচ পালে।

## দাস দুতিৰাম (ডেকা)

হাজো অঞ্চলৰ বৰদধি গাৱঁৰ দুতিৰাম দাসে একৈশ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ চালান দিলে। বিচাৰত আগলৈ আন্দোলন নকৰো বুলি লিখি দিয়াত খালাচ দিলে।

কিন্তু এইজন দুতিৰাম দাসেই ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি নিৰ্য্যাতন ভোগ কৰিছিল।

## দাস শৰৎ চন্দ্ৰ

বকোৰ শৰৎচন্দ্ৰ দাসে অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ বিনাশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

## দাস হাঁহিৰাম

স্বদেশ প্ৰেমত উদ্বুদ্ধ হৈ ১৯২১ চনত অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি মাদক দ্ৰব্য বৰ্জনৰ কাৰণে ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ডৰ জে'লত থাকি নিৰ্য্যাতন ভোগ কৰিছিল।

## দাস হৰিৰাম

ধাৰাপুৰ গৰলৰ হৰিৰাম (শাও) দাসে স্কুলীয়া শিক্ষা বৰ্জন কৰি একৈশৰ অসহযোগ আন্দোলনত ঠায়ে ঠায়ে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ আগত হাজিৰ কৰালে। বিচাৰত ৫০ টকা জৰিমনা, অনাদায়ে এমাহৰ কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই পুনৰ ধোপৰতল হাটত পিকেটিং কৰাৰ বাবে গ্ৰেপ্তাৰ হ'ল আৰু বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ ১০ ধাৰামতে এবছৰৰ বিনাশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস দেহিৰাম

দেহিৰাম দাসে (ঠিকনা পোৱা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰিছিল; কিন্তু শাস্তি সম্পৰ্কে একো জনা নগ'ল।

## দাস লক্ষেশ্বৰ

পিছুপাৰাৰ লংকেশ্বৰ দাসে অসহযোগ আন্দোলনত পিকেটিং, খাজানা বন্ধ আদি কামত লিপ্ত হোৱাত ১৯২২ চনৰ ৭ জানুৱাৰী তাৰিখে ভাৰতীয় দণ্ডবিধি আইনৰ ৩৮৪ ধাৰাত দোষী সাব্যস্ত কৰিলে, কিন্তু কাৰাবাসৰ ম্যাদ সম্পৰ্কে জনা নগ'ল।

## দাস তাৰিণীচৰণ

তাৰিণীচৰণ দাসে ১৯২১ চনৰ আন্দোলনত অংশগ্ৰহণ কৰাৰ অপৰাধত এমাহৰ সশ্ৰম কাৰাদণ্ড আৰু ২৩ টকা জৰিমনা ভৰিছিল।

## দাস হৰকান্ত

হাজোৰ হৰকান্ত দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীৰ আহ্বানত স্কুলীয়া শিক্ষা ত্যাগ কৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত নামি পৰিল। ১৯-১-২২ তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত দাসক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত গান্ধীজীয়ে আন্দোলন স্থগিত কৰাত দাসে পঢ়া আৰম্ভ কৰি, আইনৰ ডিগ্ৰী লৈ তেজপুৰত ওকালতি কৰিছিল।

## দাস কৃষ্ণৰাম (১)

শুৱালকুছিৰ কৃষ্ণৰাম দাসে অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই ওকালতি ত্যাগ কৰি আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। বিশেষ তথ্য পোৱা নগ'ল।

## দাস কৃষ্ণৰাম (২)

পলাশবাৰী থানা এলেকাৰ সাতপুখুৰী গাৱঁৰ কৃষ্ণৰাম দাসে স্কুলীয়া শিক্ষা ত্যাগ কৰি অসহযোগ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত দুমাহৰ সশ্ৰম কাৰাদণ্ড ভুগিলে।

এইজন কৃষ্ণৰাম দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত পিকেটিং কৰাৰ অপৰাধত দুমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## দাস কন্দৰ্প কুমাৰ

শিংৰা গাৱঁৰ কন্দৰ্প কুমাৰ দাসে ১৯২১ চনৰ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰিছিল। সবিশেষ তথ্য পোৱা নগ'ল।

## দাস লোচন চন্দ্ৰ (কছাৰি)

বকো বামুণগাৱঁৰ লোচন দাসে অসহযোগ আন্দোলনত বিদেশী বস্ত্ৰৰ বিৰুদ্ধে সদা-সতৰ্ক হৈ ঘূৰি ফুৰোতে এঘৰত বিলাতী সূতাৰে কাপোৰ বোৱা দেখি তাঁতশালখনকে কাটি পেলালে। ফলত তেওঁক পাঁচ টকা জৰিমনা বিহিলে। আন এদিন এজন বাটৰুৱাই বিলাতী কাপোৰৰ কোট পিন্ধি যোৱা দেখা পাই, সেইটো কাঢ়ি আনি জ্বলাই দিয়াত ১৫ টকা জৰিমনা বিহিলে।

এইজন দাসে ১৯৪০ চনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ গাৱেঁ গাৱেঁ যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত লিপ্ত আছিল। ১৯৪১ চনত সত্যাগ্ৰহো কৰিছিল

আৰু বিয়াল্লিশত ভাৰত ত্যাগ আন্দোলনতো সক্রিয় ভূমিকা গ্রহণ কৰিছিল। লোচন চন্দ্রই ১৯২১ চনতে বন বিভাগৰ চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনত নামিছিল।

## দাস মহেশ্বৰ

গুৱাহাটী উজান বজাৰৰ মহেশ্বৰ দাসে স্কুলীয়া শিক্ষা ত্যাগ কৰি এৰৈশ চনৰ অসহযোগ আন্দোলনত জঁপিয়াই পৰিল। ৭-১২-২১ তাৰিখে আইন অমান্য কৰি এটা শোভাযাত্রা উলিওৱাৰ অপৰাধত পুলিচে গ্রেপ্তাৰ কৰি হাজোতলৈ চালান দিলে। ২৪-১২-২১ তাৰিখে বিচাৰত তিনি মাহৰ সশ্রম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা, অনাদায়ে আৰু দুমাহৰ কাৰাদণ্ড বিহিলে। ফলত মহেশ্বৰ দাসে চাৰে পাঁচ মাহৰ কাৰাদণ্ড খাটিলে।

## দাস মুকুন্দৰাম

চমৰীয়া অঞ্চলৰ মুকুন্দৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত ভলণ্টিয়াৰ হিচাপে প্রচাৰ কাৰ্য্য চলাইছিল। সবিশেষ জনা নগ'ল।

## দাস মণিবালা (কোঁৱৰ)



গুৱাহাটীৰ স্বৰ্গীয় আনন্দিৰাম কোঁৱৰৰ কন্যা মণিবালাৰ জন্ম ১৯২৫ চনত। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ লগে লগে স্কুল বর্জন কৰি অমলপ্রভা দাস, সৰোজা চৌধুৰীৰ লগত গাৱেঁ-ভূঞে সভা-সমিতিত যোগ দি আন্দোলনৰ প্রচাৰ কাৰ্য্য চলাই থকাৰ পিছত নগাওঁ জিলাৰ ৰহালৈ গৈ আন এগৰাকী কৰ্মী সুশীলা বৰাৰ লগত গোপনে ৰহা, বাৰপুজীয়া, চৰাইবাহী, জালুগুটি, মৰিগাওঁ আদিত মহিলাসকলক স্বাধীনতা যুঁজৰ কাৰণে সংগঠিত কৰি ফুৰিছিল। সুশীলা বৰা সহ মণিবালাই এদিন বাৰপুজীয়াত মহিলা সভাৰ পৰা কোনোমতে পুলিচৰ হাতৰ পৰা সাৰিছিল।

আন্দোলনৰ চোক কমি অহাৰ পিছত মণিবালা গুৱাহাটীলৈ ঘূৰি আহিল আৰু অমলপ্রভা দাস আদিৰ লগত গঠনমূলক কামৰ লগতে সৰ্বোদয় আৰু ভূ-দান আন্দোলনতো সহযোগ কৰিছিল। এইগৰাকী নিঃস্বাৰ্থ কৰ্মীয়ে ২০০৩ চনৰ ২৩ জুন তাৰিখে ইহ-সংসাৰৰ পৰা চিৰবিদায় ল'লে।

# দাস সফুৰী বালা



দক্ষিণ কামৰূপৰ উপৰহালি গাৱঁৰ স্বৰ্গীয় কামপালৰ দাসৰ কন্যা সফুৰীবালা দাসৰ জন্ম ১৮৯৯ চনৰ ১৯ অক্টোবৰত। ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি সভা-শোভাযাত্ৰাত ঘূৰি ফুৰা দাসে সত্যাগ্ৰহৰ সময়তো সত্যাগ্ৰহৰ সভাবিলাকত যোগ দি সত্যাগ্ৰহীসকলক ফুলৰ মালা পিন্ধাই উৎসাহিত কৰিছিল। ১৯৪২-ৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্য ৰূপায়ণ কৰি ফুৰিছিল যদিও পুলিচৰ হাতত ধৰা নপৰিল।

পৰৱৰ্তী কালত এইগৰাকী স্বাধীনতা সেনানীয়ে কামাখ্যাপ্ৰসাদ দাসৰ সহযোগত উপৰহালিত এটা খাদী কেন্দ্ৰ প্ৰতিষ্ঠা কৰি, খাদী প্ৰচাৰৰ কামত ব্ৰতী হৈ আছে।

# দাস অভয়চৰণ

গুৱাহাটী পল্টন বজাৰৰ অভয়চৰণ দাসে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুল বৰ্জন কৰি কটন কলেজত ১৮-৯-৩০ তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। এমাহ জে'লত থকাৰ পিছত বিচাৰত কম বয়সীয়া ছাত্ৰ বুলি খালাচ দিলে।

# দাস অচ্যুতানন্দ

নগৰবেৰাৰ অচ্যুতানন্দ দাসে আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ২২-৯-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰোৱাত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

# দাস অচ্যুতচন্দ্ৰ

হাজোৰ পৰশুৰাম দাসৰ পুত্ৰ অচ্যুতচন্দ্ৰ দাসে ১৯৩৬ চনতে কংগ্ৰেছৰ সদস্যভুক্ত হৈ সংগঠনৰ কামত অৱতীৰ্ণ হ'ল। ১২-২-৪১ তাৰিখে দাসে সত্যাগ্ৰহ কৰিলে; অৱশ্যে পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ স্বাধীনতা শেষ ৰণখন অচ্যুত দাসে কৰিম কিংবা মৰিম মন্ত্ৰে জঁপিয়াই পৰি মৃত্যু বাহিনীত ভৰ্তি হৈ কূটাঘাতমূলক কামত জড়িত হৈ পৰিল।

দাসক ১৬-৬-৪৩ তাৰিখে প্ৰতিৰক্ষা আইনৰ ১২৯ ধাৰাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। ১০-৩-৪৪ তাৰিখৰ হুকুমত তেওঁক Security Prisoner হিচাপে বন্দিত্ব দিলে। ৩১-৯-৪৪ তাৰিখৰ হুকুমত নিৰাপত্তা বন্দিত্ব বাতিল হ'ল আৰু ১৫-১১-৪৪ তাৰিখে কাৰাগাৰৰ পৰা মুক্তি দিলে।

## দাস বিপিন চন্দ্ৰ

পলাশবাৰীৰ নাউমান দাসৰ পুত্ৰ বিপিন চন্দ্ৰই ১৯৩০ চনত স্কুল বৰ্জন কৰি আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰে। স্কুলীয়া ল'ৰা বিপিন চন্দ্ৰই পলাশবাৰীৰ বিলাতী কাপোৰৰ দোকান আৰু গাঁজাৰ দোকানত পিকেটিং কৰাত পুলিচে ধৰি নি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে। তাৰ পিছতো ঠায়ে ঠায়ে পিকেটিং কৰাত ১৯৩২ চনত আকৌ এবাৰ গ্ৰেপ্তাৰ হ'ল যদিও পুলিচে মাৰপিট কৰি এৰি দিলে।

## দাস বসন্ত

হাজো অঞ্চলৰ বৰচাপৰি গাৱঁৰ বসন্ত দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে মাদক দ্ৰব্যৰ বিৰুদ্ধে অভিযান চলাওঁতে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰত বসন্ত দাসক দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস বাপুৰাম

পলাশবাৰীৰ বাপুৰাম আইন অমান্য আন্দোলনত পিকেটিং কৰাৰ অপৰাধত পুলিচে ২২-৮-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি মাৰ-কিল কৰি এৰি দিলে।

## দাস নন্দলাল

কমলপুৰৰ জয়ৰাম দাসৰ পুত্ৰ নন্দলাল দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত এদিন কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰি, বিচাৰকৰ নিৰ্দেশত ছটা বেটৰ কোব দি এৰি দিলে।

## দাস চিদানন্দ

বৰপেটাৰ চিদানন্দ দাসে ১৯৪২ চনৰ আন্দোলনত অংশগ্ৰহণ কৰি হাজো অঞ্চলত কুটাঘাতমূলক কামত জড়িত হৈ পৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। এইজন দাসে পৰৱৰ্তী কালত উচ্চ শিক্ষা গ্ৰহণ কৰি বিশ্ববিদ্যালয়

প্ৰতিষ্ঠাৰ কামত আৰু তাৰ পিছত সেই বিশ্ববিদ্যালয়ৰে উচ্চ পদত বাহাল আছিল।

## দাস ভাৰতচন্দ্ৰ

পাণ বজাৰৰ উকিল হলিৰাম দাসৰ পুত্ৰ ভাৰতচন্দ্ৰ দাসে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুল বৰ্জন কৰি, পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জেলত ভৰালে। বিচাৰত ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস প্ৰিয়লাল

শুৱালকুছিৰ প্ৰিয়লাল দাসে ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি দলং ভঙা, চৰকাৰী ঘৰ জ্বলোৱা আদি কামত লিপ্ত হৈছিল যদিও পুলিছে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## দাস উমেশ চন্দ্ৰ

শুৱালকুছিৰ উমেশ চন্দ্ৰ দাসে বিয়াল্লিশৰ গণ আন্দোলনত শান্তি সেনা হিচাপে প্ৰথমে সভা-শোভাযাত্ৰাত আৰু পিছলৈ আত্মগোপন কৰি কুটাঘাটমূলক কামত জড়িত হৈ পৰিছিল যদিও পুলিছে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## দাস ভোলানাথ

হাজোৰ স্বৰ্গীয় মণিৰাম দাসৰ পুত্ৰ ভোলানাথ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি পিকেটিং কৰাৰ অপৰাধত পুলিছে ১৯/৯/৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি হাজোতত ৰাখিলে। ১৭/১২/৪২ তাৰিখৰ বিচাৰত মুক্তি লাভ কৰিলে যদিও প্ৰায় ৩-মাহ জেল হাজোতত বন্দী হৈ থাকিব লগা হ'ল।

## দাস পানীৰাম

বকো শালপাৰা গাৱঁৰ কালুৰাম দাসৰ পুত্ৰ পানীৰাম দাসে আইন ভংগ কৰি শোভাযাত্ৰাত অংশ লোৱাত ভাৰতীয় দণ্ডবিধি আইনৰ ১৮৮ ধাৰাত দহ টকা জৰিমনা বিহিলে। দ্বিতীয়বাৰ নিষিদ্ধ বুলেটিন আৰু আন্দোলনৰ কাগজ-পত্ৰ হাতত পোৱাত পুলিছে গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে যদিও কেইদিনমানৰ পিছত খালাচ দিলে।

## দাস বিধুভূষণ

বৰ্তমান দিছপুৰ নিবাসী বিধুভূষণ দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত হবিগঞ্জত আইন-বিৰোধী কাৰ্য্যত লিপ্ত থকাৰ অপৰাধত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

## দাস ধনেশ্বৰ

শুৱালকুছিৰ স্বৰ্গীয় অন্তৰি দাস বেপাৰীৰ পুত্ৰ ধনেশ্বৰ দাসে বিয়াল্লিশৰ গণ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপ কূটাঘাতমূলক কাৰ্য্যত লিপ্ত থকাৰ অপৰাধত ৯-৮-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। বিচাৰত দাসক ৯ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। তেওঁ মুঠতে এবছৰৰ ওপৰ কাল কাৰাবাসত থাকি নিৰ্য্যাতন ভোগ কৰিলে।

## দাস ত্ৰৈলোক্য

শুৱালকুছিৰ স্বৰ্গীয় অজিত দাসৰ পুত্ৰ ত্ৰৈলোক্য দাসক শুৱালকুছি হাইস্কুলত অগ্নি সংযোগ কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে যদিও প্ৰমাণৰ অভাৱত বিচাৰত খালাচ পালে।

**দাস ৰতিকান্ত,** বামুন্দী

**দাস বস্তিৰাম,** বামুন্দী

**দাস কান্তিৰাম,** বামুন্দী

এইকেইজন কৰ্মীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰিছিল যদিও সবিশেষ তথ্য পোৱা নগ'ল।

**দাস মাধব চন্দ্ৰ,** পিতৃ স্বৰ্গীয় ভাবিতচন্দ্ৰ, হাজো

**দাস ৰমেশ চন্দ্ৰ,** পিতৃ স্বৰ্গীয় টেমাচৰণ দাস, বকো

**দাস চণ্ডীচৰণ,** ৰামপুৰ

**দাস শ্ৰীমতী সৰলা,** গণেশতোলা, হজো

এইকেইজন কৰ্মীয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰিছিল।

## দাস শৰৎ



গোৰেশ্বৰৰ স্বৰ্গীয় জেঠুৰাম দাসৰ পুত্ৰ শৰৎ। ১৯৪১ চনতে স্কুল ত্যাগ কৰি কংগ্ৰেছ্ কাৰ্য্যালয়ক সহায়ক হিচাপে দেশ মাতৃকাৰ সেৱাত আত্মনিয়োগ কৰিছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে সভা-শোভাযাত্ৰাত যোগদান দি পুলিচৰ মাৰ খাইছিল। পিছলৈ আত্মগোপন কৰি সংগঠন আৰু আন্দোলনৰ কাম চলাই নিছিল।

দাস এতিয়াও গঠনমূলক কামত ব্যস্ত হৈ আছে।

## দাস শোভাৰাম

ডুমুনিচকীৰ শোভাৰাম দাসে ১৯২১ চনৰ আসহযোগ আন্দোলনত গান্ধীজীৰ আহ্বানত পুলিচৰ চাকৰি ইস্তফা দি আন্দোলনৰ সৰ্বক্ষণ কৰ্মী হিচাপে যোগ দিলে। সবিশেষ জনা নগ'ল।

## দাস সৎৰাম

ৰঙিয়া বেংগলকুছিৰ সৎৰাম দাসে অসহযোগ আন্দোলনত অংশগ্ৰহণৰ অপৰাধত বিচাৰকে ১৫ টকা জৰিমনা বিহিছিল।

## দাস সৰুৰাম

কুকুৰমাৰাৰ সৰুৰাম দাসে (নদিয়াল) ১৯২১ চনৰ অসহযোগ আন্দোলনত পিকেটিং কৰাৰ অপৰাধত ৮-১২-২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস তাৰানাথ

হাজোৰ তাৰানাথ দাসে ১৯৪০ চনৰ শান্তি সেনাৰ প্ৰশিক্ষণ লৈ সত্যাগ্ৰহৰ প্ৰতিজ্ঞা পত্ৰতো চহী কৰিছিল।

## দাস তিখুৰাম

চাখাতিৰ তিখুৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত সহযোগ কৰিছিল যদিও সবিশেষ জনা নগ'ল।

# দাস উপেন্দ্ৰনাথ

হেকেৰাৰ কমলাকান্ত দাসৰ পুত্ৰ উপেন্দ্ৰনাথ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত পিকেটিং কৰাৰ বাবে ১২-৯-৩০ তাৰিখে আৰু ১১-১০-৩০ তাৰিখে দুবাৰো পুলিচে গ্ৰেপ্তাৰ কৰি গুৰুশাস্তি দি এৰি দিছিল।

# দাস যতীন্দ্ৰমোহন

পলাশবাৰীৰ যতীন্দ্ৰমোহন দাসে আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি গান্ধীজীৰ বাণী গাঁৱে গাঁৱে প্ৰচাৰ কৰি ফুৰিছিল, ঠায়ে ঠায়ে জাতীয় পতাকা উত্তোলন কৰিছিল আৰু বিক্ৰী কৰিও ফুৰিছিল।

# দাস পূৰ্ণচন্দ্ৰ

পলাশবাৰীৰ পূৰ্ণচন্দ্ৰ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত পিকেটিং কৰা অপৰাধত গ্ৰেপ্তাৰ হৈছিল যদিও শাস্তি সম্পৰ্কে জনা নগ'ল।

# দাস উপেন্দ্ৰচন্দ্ৰ



সাতঘৰীয়া পাৰাৰ স্বৰ্গীয় বিৰহু দাসৰ পুত্ৰ উপেন্দ্ৰনাথ দাসে বিয়াল্লিশৰ প্ৰচাৰ কাৰ্য্য চলাই থকাৰ মাজতে ১০-৪-৪৩ তাৰিখে হাতত নিষিদ্ধ কাগজ-পাতি পোৱাৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। প্ৰায় চাৰি মাহ জে'লত থকাৰ পিছত বিচাৰত খালাচ পালে।

পুনৰ ৩০-৮-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰোৱাত উপেন্দ্ৰ দাসক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

# দাস চণ্ডীচৰণ

পলাশবাৰীৰ ৰামপুৰৰ চণ্ডীচৰণ দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে অংশগ্ৰহণ কৰি প্ৰথমছোৱাত সভা-শোভাযাত্ৰা আদিত নেতৃত্ব দি পিছলৈ আত্মগোপন কৰি সেনা শিবিৰত খাদ্য যোগানত বাধা প্ৰদান কৰি পুলিচৰ নিদ্ৰা হৰণ কৰিছিল। পুলিচে কোনোপধ্যে চণ্ডীচৰণক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। বহু কাললৈ তেওঁ গঠনমূলক কামত ব্যস্ত হৈ আছিল।

## দাস বিপিনচন্দ্ৰ

আইন অমান্য আন্দোলনত বিপিন চন্দ্ৰ দাসে ১৩-৯-৩০ তাৰিখে বাৰ্ণিহাটৰ কানিৰ দোকানত পিকেটিং কৰাৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি নিৰ্য্যাতন দি পিছত এৰি দিছিল।

## দাস মাণিকচন্দ্ৰ

ৰঙিয়াৰ স্বৰ্গীয় মঙ্গলা দাসৰ পুত্ৰ মাণিক চন্দ্ৰ দাসে আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি ৯-২-৩২ তাৰিখে নলবাৰীৰ এখন কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰাত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস জাতিৰাম

বণিয়াপাৰাৰ জাতিৰাম দাসে ১৯৪১ চনত সত্যাগ্ৰহ কৰাত পুলিচে গ্ৰেপ্তাৰ নকৰিলে। লগে লগে দাসে কংগ্ৰেছৰ সংগঠনৰ কামত লাগি বিয়াল্লিশৰ আন্দোলনতে আত্মগোপন কৰি বিভিন্ন কাৰ্যাসূচী ৰূপায়ণ কৰিছিল।

## দাস অমৃতলাল

পলাশবাৰী বৰকুকুৰীয়াৰ স্বৰ্গীয় দেহীৰাম দাসৰ পুত্ৰ অমৃতলাল দাসে ভাৰত ত্যাগ আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে ২৪-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। ৭-১০-৪২ তাৰিখৰ বিচাৰত খালাচ দিলে।

## দাস ব্ৰজেন্দ্ৰ চন্দ্ৰ

পলাশবাৰী অঞ্চলৰ স্বৰ্গীয় জীতেন্দ্ৰ দাসৰ পুত্ৰ ব্ৰজেন্দ্ৰ চন্দ্ৰ দাসে বিয়াল্লিশৰ গণ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰাত ৩-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। ৪-১১-৪২ তাৰিখে বিচাৰত মুক্তি দিলে।

## দাস খৰ্গেশ্বৰ

ছয়গাৱঁৰ খৰ্গেশ্বৰ দাসে স্বেচ্ছাসেৱক হিচাপে আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি ২২-৮-৩০ তাৰিখে ছয়গাৱঁৰ বিলাতী কাপোৰ দোকানত পিকেটিং কৰাৰ অপৰাধত এমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। জে'লৰ পৰা

ওলায়েই পুনৰ পিকেটিং কৰে। পিছত ১-১০-৩০ তাৰিখে দাসক অমিয়কুমাৰ দাসৰ ঘৰত পাই পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কেইদিনমানৰ পিছত বিচাৰত খালাচ দিলে।

## দাস কালীৰাম

হাজোৰ কালীৰাম দাসে ২৯-৯-৩০ তাৰিখে কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত দুমাহৰ সশ্ৰম কাৰাবাস খাটিলে।

## দাস খগেন্দ্ৰ নাথ

এইজন স্বাধীনতা যুঁজৰ সৈনিক খগেন্দ্ৰনাথ দাসেও আইন অমান্য আন্দোলনত পিকেটিং কৰাৰ অপৰাধত পুলিচে গুৱাহাটীৰ পৰা বহুদূৰত জংঘলৰ মাজত এৰি দি আহিছিল।

## দাস ডাঃ কালীচৰণ

গুৱাহাটী ভৰলুমুখৰ কালীচৰণ দাসে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰি স্কুল বৰ্জন কৰি আইন অমান্য আন্দোলনত নামি পৰিল। ১৯৩০ চনৰ ৯ আগষ্টত পিকেটিং কৰাৰ অপৰাধত দাসক পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰত দাসক ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

এইজন কালীচৰণ দাসে পিছত শিক্ষা গ্ৰহণ কৰি ডাক্তৰী পাছ কৰি ৰাইজৰ সুবিধাৰ অৰ্থে গুৱাহাটীত প্ৰথম নাৰ্ছিং হোম প্ৰতিষ্ঠা কৰিলে, যিখন আজিও বিদ্যমান।

## দাস কালীচৰণ (মেজিছিয়ান)

তাহানিৰ 'মেজিচিয়ান' হাজোৰ কালীচৰণ দাসে স্কুলে স্কুলে মেজিক দেখুৱাই ফুৰাৰ লগে লগে স্বাধীনতাৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত এটা স্বেচ্ছাসেৱকৰ দল লগত লৈ গাওঁবিলাকত মেজিক দেখুওৱাৰ নামত মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন, খাদী ব্যৱহাৰ আদিৰ প্ৰচাৰ চলাইছিল। তেনে এখন সভাৰ পৰা দাসক পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। বিচাৰত দাসক পাঁচ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

এইজন দেশকৰ্মীয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰি তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰে নিৰ্য্যাতন ভুগিছিল।

## দাস লংকেশ্বৰ

বামুন্দী হালোগাৱঁৰ লংকেশ্বৰ দাসে বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেক হিচাপে কাৰ্য্যসূচী ৰূপায়ণ কৰি থকাত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ কাৰাদণ্ড ভুগিলে।

## দাস লক্ষ্মীকান্ত

১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে লক্ষ্মীকান্ত দাসে ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। লক্ষ্মীকান্ত দাসৰ ঠিকনা জনা নগ'ল।

## দাস কলাৰাম

১৯৩২ চনৰ আইন অমান্য আন্দোলনত কলাৰাম দাসে (ঠিকনা জনা নগ'ল)। পিকেটিং কৰাৰ অপৰাধত দুবাৰো পুলিচৰ হাতত ছয় কোবকৈ বেট খাইছিল আৰু তৃতীয়বাৰত এৰাতি থানাত আবদ্ধ কৰি এৰি দিছিল।

## দাস মাধৱচন্দ্ৰ (১)

হেকেৰাৰ স্বৰ্গীয় কেশৱ চন্দ্ৰ বৈশ্যৰ পুত্ৰ মাধৱ চন্দ্ৰ দাসে ১৯৩০ চনৰ ২৬ জানুৱাৰীত পতাকা উত্তোলনত যোগ দিয়াৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি হাকিমৰ হুকুম মতে ছয়টা বেতৰ কোব দি এৰি দিলে। দ্বিতীয়বাৰ ১৯৩২ চনত আইন অমান্য কৰি এটা শোভাযাত্ৰা উলিওৱাৰ বাবদ গ্ৰেপ্তাৰ কৰি অকথ্য নিৰ্য্যাতন কৰি এৰি দিলে।

## দাস মাধৱ চন্দ্ৰ (২)

পলাশবাৰী নহিৰাৰ স্বৰ্গীয় মায়াৰাম দাসৰ পুত্ৰ মাধৱ দাসে '৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে ২৮-৯-৩০ তাৰিখে ছয়গাওঁ হাটত পিকেটিং কৰাৰ অপৰাধত দুমাহ সশ্ৰম কাৰাবাস খাটিলে। ১৯৩২ চনৰ ১৩ এপ্ৰিলত পিকেটিং কৰাত ধৰি নি মাৰপিট কৰি দিনটো থানাৰ লক-আপত সুমুৱাই থলে। আকৌ তৃতীয়বাৰৰ পিকেটিঙত ১৬-৪-৩২ তাৰিখে বিচাৰকৰ হুকুম মতে ছয়টা বেতৰ কোব দি এৰি দিলে।

## দাস মাণিকচন্দ্ৰ (১)

পলাশবাৰীৰ মাণিকচন্দ্ৰ দাসে ২-৯-১৯৩০ তাৰিখে গাঞ্জাৰ দোকানত পিকেটিং কৰা অপৰাধত গ্ৰেপ্তাৰ কৰি থানাত মাৰধৰ কৰি এৰি দিলে।

## দাস মাণিকচন্দ্ৰ (২)

গুৱাহাটী পাণবজাৰৰ মাণিক চন্দ্ৰ দাসে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুল বৰ্জন কৰি প্ৰথমে স্কুলত, পিছত কানিৰ দোকানত পিকেটিং কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

এইজন দেশপ্ৰেমিক দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো আত্মগোপন কৰি কাৰ্য্যসূচী ৰূপায়ণ কৰিছিল।

পৰৱৰ্তী কালত মাণিক দাসে পাণবজাৰত 'আসাম অপ্টিকেল' প্ৰতিষ্ঠা কৰিলে, যিখন আজিও বিদ্যমান।

## দাস মুক্তাৰাম

ছয়গাওঁ অঞ্চলৰ সাপৰতাৰি গাৱঁৰ মুক্তাৰাম দাসে স্কুলীয়া শিক্ষা ত্যাগ কৰি ১৯৩০ চনত ছয়গাৱঁৰ বিলাতী বস্তুৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি কম বয়সীয়া ল'ৰা কাৰণে মাৰপিট কৰি এৰি দিলে। পৰৱৰ্তী কালৰ সবিশেষ জনা নগ'ল।

## দাস মহেন্দ্ৰনাথ

বজালীৰ স্বৰ্গীয় ৰজত চন্দ্ৰ দাসৰ পুত্ৰ মহেন্দ্ৰনাথ দাসে আইন অমান্য আন্দোলনত কলেজীয়া শিক্ষা ত্যাগ কৰি সভা-সমিতি পাতি গান্ধীজীৰ নীতি-আদৰ্শ প্ৰচাৰ কৰি ফুৰাৰ লগে লগে গাঞ্জা, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ৩-২-৩১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰকে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ (১) ধাৰাত তিনি মাহ আৰু ১২৪ (৯) ধাৰাত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

পিছত গান্ধী-আৰউইন চুক্তি মতে ৮-৩-৩১ তাৰিখে জে'লৰ পৰা মুক্তি লাভ কৰিলে। পৰৱৰ্তী কালত মহেন্দ্ৰনাথ দাসে উচ্চ শিক্ষা সমাপ্ত কৰি গুৱাহাটীত ওকালতি জীৱন আৰম্ভ কৰিলে।

## দাস মতিৰাম

পলাশবাৰীৰ মতিৰাম দাসে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবদ এদিনৰ কাৰাবাস খাটিছিল।

## দাস মহেশ চন্দ্ৰ

শুৱালকুছিৰ মহেশ চন্দ্ৰ দাসে (মৰল) কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুল বৰ্জন কৰি ১-৮-৩০ তাৰিখে স্কুলত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ছয় সপ্তাহৰ কাৰাদণ্ড বিহিলে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো কেইজনমান দেশকৰ্মীয়ে আত্মগোপন কৰি আন্দোলনৰ কাৰ্য্যসূচী চলাই গৈছিল।

## দাস মধুৰাম

গৰলৰ মধুৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি দুমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## দাস মিজিৰাম

বাটৰহাটৰ স্বৰ্গীয় হেবেলাৰাম দাসৰ পুত্ৰ মিজিৰাম দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি ভাং, কানি, বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰি ফুৰোতে এবাৰত পুলিচে ছয়গাৱঁত গ্ৰেপ্তাৰ কৰি সৰু ল'ৰা কাৰণে মাৰপিট কৰি এৰি দিলে।

## দাস নাৰায়ণচন্দ্ৰ

গুৱাহাটী জোৰপুখুৰীপাৰৰ ডেকা নাৰায়ণ চন্দ্ৰ দাসে বিয়াল্লিশৰ গণ বিপ্লৱত সক্ৰিয় অংশগ্ৰহণ কৰি যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰিলে। প্ৰায় পাঁচ মাহ কাম কৰাৰ পিছত ১৬ জানুৱাৰী ১৯৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। ১০-২-৪৩ তাৰিখে বিচাৰত দাসৰ বিৰুদ্ধে সাক্ষী প্ৰমাণ নোপোৱাত গুৱাহাটী নগৰৰ পৰা এবছৰৰ কাৰণে বহিষ্কাৰ কৰিলে।

## দাস খৰ্গেশ্বৰ (কলিতা)

দক্ষিণ কামৰূপৰ ৰামপুৰ গাৱঁত জন্মগ্ৰহণ কৰা খৰ্গেশ্বৰ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল যদিও পুলিচৰ হাতত

ধৰা নপৰিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো এইজন কৰ্মীয়ে অংশগ্ৰহণ কৰি সেনাৰ শিবিৰত খাদ্য যোগানৰ কামত বাধাৰ সৃষ্টি কৰিছিল।

## দাস নিধিৰাম

গুৱাহাটীৰ শনিৰাম দাসৰ পুত্ৰ নিধিৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত মোক্তাৰী ব্যৱসায় ত্যাগ কৰি আন্দোলনত অংশগ্ৰহণ কৰিলে আৰু গাৱেঁ গাৱেঁ সভা-সমিতি পাতি গান্ধীজীৰ অসহযোগৰ আহ্বান প্ৰচাৰ কৰি ফুৰিলে। এনেকৈ ৯-১২-২১ তাৰিখে এখন সভাত বক্তৃতা দি ফুৰোতে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। ২৯-১২-২১ তাৰিখে বিচাৰৰ সময়ত দাসৰ মতামত বিচাৰোতে দাসে সম্পূৰ্ণ মৌনতা অৱলম্বন কৰাত বিচাৰকে ৯-মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। পিছত তেওঁক শিলচৰ জে'ললৈ বদলি কৰিলে।

এইজন নিধিৰাম দাসে ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ স্বাস্থ্যৰক্ষা সম্পৰ্কীয় উপ-সমিতিৰ সম্পাদকৰ দায়িত্ব অতি কৃতকাৰ্য্যতাৰে পালন কৰিছিল।

দাসে নিজৰ অধ্যৱসায়ৰ চেষ্টাত এড়ি সূতা কটা সুদৰ্শন চক্ৰ নামৰ এটি উন্নতমানৰ যঁতৰ তৈয়াৰ কৰি এড়ি কাপোৰ উৎপাদনত প্ৰভূত বৰঙণি যোগাইছিল।

## দাস তিলোত্তমা

ডাঃ হৰিকৃষ্ণ দাসৰ জ্যেষ্ঠা কন্যা তিলোত্তমা দাসেও ১৯৩০ চনত ছাত্ৰী হিচাপে মহিলা ভলণ্টিয়াৰ দলত যোগদান দি সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰিছিল।

## দাস ৰজত চন্দ্ৰ

পলাশবাৰীৰ স্বৰ্গীয় বলোৰাম দাসৰ পুত্ৰ ৰজত চন্দ্ৰ দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত কৰ্মবীৰ নবীন বৰদলৈৰ নেতৃত্বত গঠিত স্বেচ্ছসেৱকৰ দলত যোগদান কৰে আৰু কিছুদিনৰ পিছত কাৰাৰুদ্ধ হয়। এমাহমান জে'লত থকাৰ পিছত স্বাস্থ্যজনিত কাৰণত মচুলকা দি জে'লৰ পৰা ওলাই গ'ল। কিন্তু এইজন কৰ্মীয়ে ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি নিৰ্য্যাতন ভোগ কৰিলে আৰু ভাৰত ত্যাগ আন্দোলনতো তিনি মাহৰ ওপৰ কাল কাৰাবাস খাটিলে।

## দাস পূৰ্ণচন্দ্ৰ

ৰামপুৰৰ পূৰ্ণচন্দ্ৰ দাসে ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত পিকেটিং, সভা-শোভাযাত্ৰা আদিৰে অংশগ্ৰহণ কৰিছিল যদিও পুলিচৰ হাতত ধৰা নপৰিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো যোগ দি আত্মগোপন কৰি যুদ্ধবিৰোধী কামত লিপ্ত হৈছিল।

## দাস উমেশ চন্দ্ৰ

বকো অঞ্চলৰ চৌখতি গাৱঁৰ উমেশ চন্দ্ৰ দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই মণ্ডল চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনত যোগ দিলে। ফলত দাসে কাৰাবাস খাটিব লগা হ'ল। অৱশ্যে, সবিশেষ তথ্য পোৱা নগ'ল।

## দাস পীতাম্বৰ



**পিতৃ ঃ স্বৰ্গীয় খটিয়াৰাম দাস**

**জন্ম ঃ ১৩২৮ শকৰ ১২ আঘোণত বন্দাপাৰা গাৱঁত (বকো)**

পীতাম্বৰ দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

## দাস ৰাজেন্দ্ৰনাথ

শুৱালকুছিৰ উৎসাহী যুৱক ৰাজেন্দ্ৰনাথ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে ৭-৯-৩০ তাৰিখে কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## দাস ৰণেন্দ্ৰ নাথ

গুৱাহাটী আমবাৰী কলনীৰ ৰণেন্দ্ৰ নাথ দাসে ১৯৩০-৩১ চনৰ পৰা গুপ্ত আন্দোলনৰ লগত জড়িত থকাৰ সন্দেহত BCLA আইনৰ দুই ধাৰাত পুলিচে ১৯৩৪ চনৰ পৰা ১৯৩৮ চনলৈ কাৰাগাৰত বন্দী কৰি ৰাখে আৰু ৭ ফেব্ৰুৱাৰী ১৯৩৮ চনৰ পৰা কেইবাবছৰো গৃহবন্দী কৰি ৰাখে। দুৰ্ভাগ্যবশতঃ এইজন বিপ্লৱীৰ সবিশেষ জনা নগ'ল।

## দাস ৰমেশচন্দ্ৰ (তালুকদাৰ)

কুকুৰমাৰা অঞ্চলৰ ৰমেশ চন্দ্ৰই আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি আন স্বেচ্ছাসেৱকৰ লগত মাদক দ্ৰব্যৰ দোকান আৰু বিলাতী বস্তুৰ দোকানত পিকেটিং কৰাৰ অপৰাধত কেইবাবাৰো পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিছিল।

## দাস শান্তিৰাম

বেলশৰৰ শান্তিৰাম দাসে (পিতৃ স্বৰ্গীয় ধাতুৰাম দাস) আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে ৭-৯-৩০ আৰু ১১-৯-৩০ তাৰিখে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## দাস গণেশচন্দ্ৰ



**পিতৃ ঃ প্ৰয়াত হৰেশ্বৰ দাস**

**জন্ম ঃ ১৯২৮ চনৰ ১৯ নৱেম্বৰত বৰপেটাত**

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে বৰপেটাৰ ছাত্ৰসকলেও স্কুল ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰিল। তাৰ ভিতৰৰে গণেশ দাসো এজন। গণেশ দাসে কংগ্ৰেছ স্বেচ্ছাসেৱকৰ লগত হাতত ত্ৰিৰংগ পতাকা লৈ প্ৰথমে বৰপেটা আৰু ওচৰ-পাজৰৰ গাওঁবিলাকত শোভাযাত্ৰা কৰি জনতাক আন্দোলনমুখী কৰি তুলিলে। যুদ্ধবিৰোধী কাৰ্য্যসূচী ৰূপায়ণৰ লগে লগে পুলিচৰ অত্যাচাৰ বৃদ্ধি হ'ল। দলে দলে স্বেচ্ছাসেৱকসকলক জে'লত ভৰালে।

আন্দোলন দীঘলীয়াকৈ চলাই ৰখাৰ স্বাৰ্থত বৰপেটাৰ স্বাধীনতা সংগ্ৰামী ইষ্টদেৱ নবীশৰ লগত গণেশ দাসে বৰপেটাৰ পৰা পুলিচৰ চকুত ধূলি দি দৰং জিলাৰ খৈৰাবাৰী অঞ্চললৈ আন্দোলনৰ কৰ্মক্ষেত্ৰ স্থানান্তৰ কৰি টংলা পৰ্য্যন্ত গোটেই অঞ্চলতে আত্মগোপন কৰি সংগ্ৰাম বিস্তাৰিত কৰিলে। লগে লগে তেওঁলোকে গঠনমূলক কামতো আত্মনিয়োগ কৰি গাওঁ উন্নয়নৰ কাম, খাদী প্ৰচলন আদি কামতো ব্যস্ত হৈ পৰিল।

ব্যৱসায়-বাণিজ্য কৰি ১৯৭০-৭১ চনতে দাসে গুৱাহাটীৰ এক নং বশিষ্ঠপুৰত স্থায়ীভাৱে বসতি স্থাপন কৰি সামাজিক কামৰ বাহিৰেও ভালেমান

ধৰ্মীয় অনুষ্ঠান, সৰ্ব্বোদয় আন্দোলন, সৰ্বসেৱা সংঘ আৰু সম্প্ৰতি কেইবাবছৰো ধৰি শান্তি সাধনা আশ্ৰমৰ সভাপতিৰ দায়িত্ব বহন কৰি আছে।

## দাস পূৰ্ণচন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় দুৰ্গাচৰণ দাস,**
**জন্মস্থান ঃ বকো মৌজাৰ ডাকুৱাপাৰাগাওঁ,**
**জন্মৰ তাৰিখ ঃ ১৯০০ চনত**

১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি দি স্বাধীনতাপ্ৰেমী ডেকা পূৰ্ণ চন্দ্ৰ দাসে বন বিভাগৰ চাকৰিৰ পৰা পদত্যাগ কৰি স্বেচ্ছাসেৱকৰ ৰূপত অৱতীৰ্ণ হ'ল। পিছপৰা অঞ্চলত গান্ধীজীৰ বাণী— সূতাকটা, মাদক দ্ৰব্য বৰ্জন কৰা, অস্পৃশ্যতা ত্যাগ কৰা আদি প্ৰচাৰ কৰিলে। অৱশ্যে পুলিচৰ হাতত ধৰা নপৰিল।

দাসে আইন অমান্য আন্দোলনতো অংশ গ্ৰহণ কৰিছিল। ১৯৪১ চনত বকো অঞ্চলৰে কেইবাঠাইতো সত্যাগ্ৰহ কৰি যুদ্ধবিৰোধী প্ৰচাৰ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী কাৰাগাৰলৈ পঠালে। বিচাৰত দাসৰ তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ হ'ল।

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত পূৰ্ণচন্দ্ৰ দাসে চৰকাৰী খাজনা বন্ধৰ প্ৰচাৰ কৰি, নিজেও মাটিৰ খাজনা মৌজাদাৰক দিয়া বন্ধ কৰাত ১৩৫- বিঘা মাটি চৰকাৰীকৰণ কৰিলে। সেই মাটি আৰু দাসে ঘূৰাই নাপালে।

এইগৰাকী স্বাধীনতা সেনানিয়ে ১৯৭১ চনত ইহলীলা সম্বৰণ কৰিলে।

## দাস উমাচৰণ

বকো মৌজাৰ ডাকুৱাপাৰা গাৱঁৰ স্বৰ্গীয় মেলসিং দাসৰ পুত্ৰ উমাচৰণ দাসৰ জন্ম ১৮৯১ চনত। ১৯২১ চনৰ অসহযোগ আন্দোলনত স্থানীয় পোষ্ট অফিচৰ চাকৰি বাদ দি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত ব্যস্ত থাকোতে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। কিছুদিনৰ পিছত বিচাৰত দাসৰ ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। জে'ল জীৱনত অকথ্য নিৰ্য্যাতন ভোগ কৰিব লগা হৈছিল।

অতি কম সময়তে এইগৰাকী মুক্তিযোদ্ধাই ১৯২৩ চনতে সংসাৰৰ পৰা বিদায় ল'লে।

# দাস কমলাকান্ত (মেনেজাৰ)



পিতৃ ঃ স্বৰ্গীয় জুৰমল দাস
মাতৃ ঃ স্বৰ্গীয়া কৌশল্যা দাস
জন্ম ঃ ১৮৮৬ চন
(জন্মস্থান ঃ দক্ষিণপাৰা হেক্ৰা গাওঁ, নগৰবেৰা, কামৰূপ)

ভাৰতৰ স্বাধীনতা আন্দোলনত স্বৰ্গীয় কমলাকান্ত দাসে নিজৰ সকলো ব্যৱসায়-বাণিজ্য এৰি দেশৰ কাৰণে বিপ্লৱত জঁপিয়াই পৰিছিল। ১৯২১ চনত স্বাধীনতা আন্দোলনত বিদেশী বস্ত্ৰ পৰিহাৰ, মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন আদি কাৰ্য্যসূচীত এজন স্বেচ্ছাসেৱক হিচাপে কাম কৰাৰ উপৰি জনগণক আকৰ্ষিত কৰিছিল। স্বৰ্গীয় গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, ৰোহিনী কুমাৰ চৌধুৰী আদি নেতৃবৃন্দৰ লগত অহৰ্নিশে কামত ব্ৰতী হৈ কাম কৰাৰ পিছত তেওঁ আত্মগোপন কৰি পুলিচৰ হাতৰ পৰা এৰাই চলিছিল। ১৯২১ চনতে তেওঁক ধৰি পুলিচে অশেষ নিৰ্য্যাতন দি কাৰাগাৰলৈ পঠালে; প্ৰথমতে এবাৰ জে'ল খটাৰ পিছত আকৌ ১৯২১ চনৰ ডিচেম্বৰৰ পৰা ১৯২৩ চনৰ জানুৱাৰীলৈ মুঠতে দুবাৰ কাৰাবাস খাটিলে। পুনৰ ২১ জানুৱাৰী (১৯৩১) তাৰিখে ছমৰীয়াত গ্ৰেপ্তাৰ হৈ কেইমাহমান কাৰাবৰণ কৰিলে।

মুক্তি-যুঁজাৰুৰ উপৰি স্বৰ্গীয় দাস আছিল এজন প্ৰসিদ্ধ সমাজসেৱক। তেখেতৰ প্ৰচেষ্টাতে ভালেমান বাট-পথ নিৰ্মাণ, কেইৰাখনো বিদ্যালয় স্থাপন, অলেখ নলী-নাদৰ ব্যৱস্থা, ডাক্তৰখানা, ডাকঘৰ প্ৰতিষ্ঠা কৰি এই দেশপ্ৰাণ ব্যক্তিগৰাকীয়ে জাতিক অপূৰ্ব দান দি গৈছে। তেওঁৰ কৰ্মনিপুণতা দেখি নেতৃবৰ্গই সন্মান কৰি দিয়া 'মেনেজাৰ' উপাধিটো মানুহৰ মুখে মুখে।

# দাস দেৱেশ্বৰ

শুৱালকুছিৰ স্বৰ্গীয় গোবিন্দ দাসৰ পুত্ৰ দেৱেশ্বৰ দাস সৰুকালৰ পৰা দেশখন স্বাধীন কৰিবলৈ সংকল্পবদ্ধ হৈছিল। সেয়েহে ১৯৪২ চনৰ স্বাধীনতাৰ শেষৰ ৰণখনত অংশগ্ৰহণ কৰি গাঁৱে-ভূঞে সভা-শোভাযাত্ৰা কৰি ব্ৰিটিছক ভাৰত ত্যাগৰ প্ৰচাৰ কাৰ্য্যত নামি পৰিছিল; কৰ-কাটল, খাজনা বন্ধৰ প্ৰচাৰ চলোৱাৰ বাদেও সেনা শিবিৰৰ খাদ্য যোগানত বাধাৰ সৃষ্টি কৰিছিল। প্ৰায় এবছৰ কাল আন্দোলনৰ কামত ঘূৰি ফুৰাৰ পিছত ১৩-৮-৪৩ তাৰিখে হাতত ভালেমান

নিষিদ্ধ কাগজ-পত্ৰৰে দাসক পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। ভাৰতীয় দণ্ডবিধি আইনৰ ৩৯(১) ধাৰা মতে ২৯-৮-৪৩ তাৰিখৰ বিচাৰত দাসক ৯-মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত ৰাৰ্ধাত হিন্দী পাঠ্যক্ৰমৰ শিক্ষা গ্ৰহণ কৰি আহি উচ্চ ইংৰাজী স্কুলত হিন্দী শিক্ষকৰ চাকৰি কৰি ৰাষ্ট্ৰভাষা প্ৰচাৰত প্ৰভূত বৰঙণি আগবঢ়ালে।

## দাস নৰোত্তম

শুৱালকুছি ভাটিপাৰাৰ নৰোত্তম দাসে বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত যোগ দি কূটাঘাতমূলক কামত লিপ্ত হৈছিল। সেয়েহে পুলিচে শুৱালকুছি হাইস্কুল জ্বলোৱা ঘটনাত সন্দেহত কৰি গ্ৰেপ্তাৰ কৰিছিল যদিও বিচাৰত প্ৰমাণৰ অভাৱত খালাচ পালে।

## দাস ৰামমোহন

গুৱাহাটী পাণবজাৰৰ ৰামমোহন দাসে বিয়াল্লিশৰ গণ আন্দোলনত আত্মগোপন কৰি কূটাঘাতমূলক কামত জড়িত হৈছিল। নিবাৰণ বৰাৰ লগত পাণ্ডুৰ সেনাৰ কেম্প জ্বলাই ধ্বংস কৰাৰ বাদেও টেলিগ্ৰাফ অফিচৰ টেলিফোন বুথটোও ধ্বংস কৰিছিল। পুলিচে অনেক চেষ্টা কৰি ১০-১-৪৩ তাৰিখে ৰামমোহনক গ্ৰেপ্তাৰ কৰিলে; কিন্তু ধ্বংস কাৰ্য্যৰ সাক্ষী প্ৰমাণ গোটাব নোৱাৰি ভাৰত প্ৰতিৰক্ষা আইনৰ ২৬(১) (খ) ধাৰাত নিৰাপত্তা বন্দী হিচাপে ১১-৬-৪৩ তাৰিখে বন্দী কৰিলে।

গুৱাহাটীৰ পৰা বদলি কৰি তেজপুৰ জে'লত থকা অৱস্থাত দাসক ৩-১১-৪৪ তাৰিখে মুক্তি দিলে।

## দাস সতিনচন্দ্ৰ

পলাশবাৰীৰ সতিন দাসে ১৯৩০ চনৰ আন্দোলনত স্কুল ত্যাগ কৰি ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ২২-৯-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি সৰু ল'ৰা কাৰণে মাৰপিট কৰি এৰি দিলে।

## দাস সোণাৰাম (১)

নগৰবেৰাৰ স্বৰ্গীয় কালিৰাম দাসৰ পুত্ৰ সোণাৰামে ২১-১-৩১ তাৰিখে ছমৰীয়াৰ সভা এখনত যোগ দিয়া অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি এসপ্তাহৰ পিছত মোকলাই দিলে।

# দাস সোণাৰাম (২)

ছয়গাৱঁৰ সোণাৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত শিক্ষকৰ চাকৰি ইস্তফা দি আন্দোলনত অংশগ্ৰহণ কৰি বে-আইনী কাগজ-পত্ৰ বিলি কৰি ফুৰোতে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ (১) ধাৰাত ৫০ টকাৰ জৰিমনা বিহিলে।

# দাস বৰদাকুমাৰ



পলাশবাৰী অঞ্চলৰ উপৰহালী গাৱঁৰ স্বৰ্গীয় তাৰিণী দাসৰ পুত্ৰ বৰদাকুমাৰ দাসে ১৯৪২ চনৰ গণ আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰে। আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থাকোতে পুলিচে তেওঁক কেইবাবাৰো গ্ৰেপ্তাৰ কৰিছিল যদিও মাৰপিট কৰি আটাইকেইবাৰেই এৰি দিছিল। ফলত বৰদাকুমাৰ কাৰাৰুদ্ধ হ'বলগীয়া নহ'ল।

এইজন স্বাধীনতা সেনানিয়ে আন্দোলন শাম কটাৰ পিছত গঠনমূলক কামত আত্মনিয়োগ কৰি দুখীয়া ৰাইজৰ সেৱা কৰিছিল।

# দাস সন্তপাল

মুক্তাপুৰ জটিয়াভাংগাৰা গাৱঁত ১৯২১ চনত জন্মগ্ৰহণ কৰা সন্তপাল দাসে ১৯৩৬ চনত জৱাহৰলাল নেহৰুৰ বহুমূলীয়া ভাষণ শুনাৰ পিছৰে পৰা স্বাধীনতা সংগ্ৰামৰ প্ৰতি আকৃষ্ট হ'ল। আনহাতে ছাত্ৰ সম্মিলনৰ সদস্য হিচাপে ১৯৪১ চনৰ গুৱাহাটীৰ যুদ্ধবিৰোধী ছাত্ৰ সমাবেশত সন্তপাল দাসেও পুলিচৰ লাঠীৰ কোব খাই চিকিৎসা ল'ব লগা হৈছিল।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত দাসে পঢ়া-শুনা বাদ দি কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰা, পিকেটিং, হৰতাল আদিত নেতৃত্ব লোৱা, সেনাৰ ছাউনিত খাদ্যসামগ্ৰী যোগানত বাধা প্ৰদান কৰা আদি কাৰ্য্যসূচীত লিপ্ত হোৱাত পুলিচে গ্ৰেপ্তাৰ কৰিছিল যদিও বিচাৰত খালাচ পালে।

আন্দোলন শাম কটাৰ পিছত দাসে পুনৰ শিক্ষা গ্ৰহণ কৰি, সামাজিক কাম-কাজৰ লগতে শিক্ষকতা কৰি স্বাধীনভাৱে প্ৰেছৰ ব্যৱসায় কৰি দিন অতিবাহিত কৰি আছে।

## দাস ভবেন্দ্রনাথ

গুৱাহাটী উজান বজাৰৰ ভৱেন্দ্রনাথ দাসে বিয়াল্লিশৰ গণ আন্দোলনত সক্রিয় অংশগ্রহণ কৰি যুদ্ধবিৰোধী কাৰ্য্যকলাপ চলাই যোৱাত পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। তিনি মাহৰ ওপৰ কাল কাৰাৰুদ্ধ হৈ থকাৰ পিছত বিচাৰত খালাচ পালে।

## দাস গজেন্দ্রচন্দ্র

পিতৃৰ নাম ঃ স্বৰ্গীয় জীৱনচন্দ্ৰ দাস,
জন্মৰ স্থান ঃ পলাশবাৰী অঞ্চলৰ পাং/কুছি গাওঁ,
জন্মৰ তাৰিখ ঃ ১৯২৬ চন

গজেন্দ্রচন্দ্র দাসে ১৯৪০ চনত ৰামপুৰত শান্তি সেনা শিবিৰত ভৰ্ত্তি হৈ প্রশিক্ষণ ল'লে আৰু লগে লগে শান্তি সেনা দলৰ লগত স্বাধীনতা সংগ্রামৰ গীত গাই গাৱঁৰ মানুহক স্বাধীনতাৰ প্রতি স্পৃহা জগাই তোলে। সত্যাগ্রহৰ সময়ত সত্যাগ্রহীসকলৰ লগত শোভাযাত্রা কৰি যুদ্ধবিৰোধী ধ্বনি দি ঘূৰি ফুৰিছিল।

আকৌ ১৯৪২ চনৰ গণ আন্দোলনত গজেন্দ্ৰ দাসে আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি ফুৰোতে ৩০-৯-৪২ তাৰিখে পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ভাৰত ৰক্ষা আইনৰ ৩৮ (১) ধাৰাত বিচাৰ চলিল যদিও সাক্ষীবাদীৰ অভাৱত পুলিচে জে'লৰ পৰা মুক্তি দিলে। জে'লৰ পৰা মুক্তি লাভ কৰাৰ পিছত তেওঁ সমাজৰ বিভিন্ন গঠনমূলক কামত আগ-ভাগ লৈ আছিল।

## দাস ৰবীন্দ্ৰ নাথ



পিতৃৰ নাম ঃ পূৰ্ণচন্দ্ৰ দাস,
জন্মস্থান ঃ ডাকুৱাপাৰা, বকো,
জন্মৰ তাৰিখ ঃ ১৯২৩ চনৰ ২১ এপ্রিল

পিতৃ স্বাধীনতা সংগ্রামী পূৰ্ণচন্দ্ৰ দাসৰ আদৰ্শ সাৰোগত কৰি ৰবীন দাসেও সৰুৰে পৰা স্বাধীনতা সংগ্রামত লিপ্ত হৈ পৰিল। সত্যাগ্রহ আন্দোলনৰ আগে আগে জৱাহৰলাল নেহৰু বকোলৈ যাওঁতে তেখেতৰ বক্তৃতা শুনি আৰু সান্নিধ্য লাভ কৰি বেছিকৈ দেশপ্রেমত উদ্বুদ্ধ হৈ পৰিল। সেয়েহে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত

ৰবীন দাসে শান্তি-সেনা বাহিনীত যোগদান দি প্ৰশিক্ষণ লৈ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত নামি পৰি পুলিচৰ নিৰ্য্যাতন ভোগ কৰিলে আৰু ১০-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। তিনি মাহমান জে'লত বিচাৰাধীন বন্দী হৈ থকাৰ পিছত তেওঁক বিচাৰত কিন্তু এদিনৰহে কাৰাদণ্ড দিলে।

স্বাধীনতাৰ পিছত ৰবীন দাসে শিক্ষকতা কৰি বকো অঞ্চলৰ বিভিন্ন সামাজিক কামত আজিও ব্যস্ত হৈ আছে।

# দাস দেৱেন্দ্ৰ কুমাৰ

গোৱালপাৰাত জন্মগ্ৰহণ কৰা দেৱেন্দ্ৰকুমাৰ দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি আত্ম-গোপন কৰি কূটাঘাতমূলক কামত জড়িত হৈছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

পৰৱৰ্তী কালত দাসে মৌমান সেৱা আশ্ৰম, গুৱাহাটী সেৱা মন্দিৰ, শিৱসাগৰৰ খাদী কেন্দ্ৰত সেৱা আগবঢ়ায় আৰু ভূদান আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি বিভিন্ন সামাজিক আৰু গঠনমূলক কামত ব্যস্ত হৈ আছে।

# দাস উপেনচন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় বিৰহু দাস,**

**জন্ম ঃ সাতঘৰীয়াপাৰাত, ১৯১৯ চনত**

বিয়াল্লিশৰ গণ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি বিপ্লৱৰ কাৰ্য্যসূচী ৰূপায়ণ কৰি থকাৰ মাজতে ১৩-৪-৪৩ তাৰিখে পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল। তেওঁৰ হাতত বে-আইনী কাগজ-পত্ৰ পোৱাত জে'ললৈ প্ৰেৰণ কৰিলে। দুদিনমান জে'লত থকাৰ পিছত বিচাৰকে খালাচ দিলে। উপেন দাস আকৌ আন্দোলনৰ কামত জড়িত হৈ পৰিল। ১৯৪৩ চনৰ ৯ আগষ্ট দিৱস পালন কৰোতে আকৌ পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। এইবাৰ ৩০-৮-৪৩ তাৰিখে বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ ৩৯ (১) (খ) ধাৰাত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

এইজনা স্বাধীনতা সংগ্ৰামীয়ে ১৯৯৪ চনৰ ডিচেম্বৰ মাহত ইহ-সংসাৰৰ পৰা বিদায় ল'লে।

## দাস নাৰায়ণ

গুৱাহাটীৰ নাৰায়ণ দাসে বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ ছাত্ৰ সংগঠনৰ সদস্য হিচাপে ১৯৪১ চনৰ ৬ ডিচেম্বৰৰ যুদ্ধবিৰোধী ছাত্ৰ সমদলত অংশগ্ৰহণ কৰি হামফ্রে বাহিনীৰ হাতত নিৰ্য্যাতিত হৈছিল। দাসে ভাৰত ত্যাগ আন্দোলনতো আত্মগোপন কৰি কূটাঘাতমূলক কামত লিপ্ত হৈছিল।

## দাস পুষ্পৰাম



**পিতৃ ঃ স্বৰ্গীয় ৰজতচন্দ্ৰ দাস,**
**জন্মস্থান ঃ মনাহকুছি, কমাৰটোলা, হাজো মৌজা,**
**জন্ম ঃ ১৯০৪ চনৰ ফাগুন মাহৰ ১০ তাৰিখে,**
**বৰ্তমানৰ ঠিকনা ঃ পল্টনবজাৰ, কে চি দাস ৰোড, গুৱাহাটী**

কৈশোৰতে দাসক বিষ্ণুৰাম মেধিয়ে তেওঁৰ ঘৰত ৰাখি কলেজিয়েট স্কুলত নাম লগাই দিছিল আৰু যথাসময়ত প্ৰৱেশিকা পাছ কৰি কলেজতো পঢ়িলে। মেধিৰ দেশপ্ৰেমৰ আদৰ্শতে উদ্বুদ্ধ হৈ স্বাধীনতা আন্দোলনত দাসে অংশগ্ৰহণ কৰে।

১৯৪১ চনৰ সত্যাগ্ৰহ আন্দোলনত তেওঁ যোগ দিলে যদিও তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কামত ব্যস্ত থাকোতেই ১৯৪২ চনৰ ডিচেম্বৰ মাহত তেওঁ পুলিচৰ হাতত ধৰা পৰে আৰু বিচাৰত সাত মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। তেওঁ ২-৮-৪৩ তাৰিখে জে'লৰ পৰা মুক্তি লাভ কৰি নিজৰ গাওঁ অঞ্চলত বিভিন্ন গঠনমূলক কামত আত্ম-নিয়োগ কৰে।

এইজন স্বাধীনতা সেনানীৰ ২১ জুন ১৯৯২ তাৰিখে মৃত্যু হয়।

---

*জাতস্য হি ধ্ৰুৱো মৃত্যু ধ্ৰুৱং জন্ম মৃতস্য চ।*
*তস্মাদ পৰিহাৰ্থে হৰ্থে ন ত্বং শোচিতুমৰ্হসি।।*

—শ্ৰীমদ্ভাগৱদগীতা

---

# দাস বলোৰাম



**পিতৃৰ নাম ঃ স্বৰ্গীয় থানুৰাম দাস**

**জন্ম ঃ ১৯০৩ চনৰ ১২ জুন, হাজো অঞ্চলৰ মনাহকুছি গাৱঁত**

বলোৰাম দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্রিয় অংশগ্রহণ কৰি ঠায়ে ঠায়ে পিকেটিং কৰা অপৰাধত পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। প্রায় তিনি মাহ বিচাৰাধীন বন্দী হিচাপে জে'লত থকাৰ পিছত বিচাৰত খালাচ পালে।

দাসে ১৯২৬ চনৰ পাণ্ডু কংগ্রেছত স্বেচ্ছাসেৱক হিচাপে সেৱা আগবঢ়াইছিল আৰু তেতিয়াৰ পৰা তেওঁ খাদী প্রচাৰৰ কামতো আত্মনিয়োগ কৰিছিল। ১৯৩০ চনত কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচৰ নিষ্পেষণ ভোগ কৰিছিল।

বলোৰাম দাসে একেধাৰে স্বাধীনতা সংগ্রামত লাগি থাকি ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো আত্মগোপন কৰি যুদ্ধবিৰোধী আন্দোলন তীব্রতৰ কৰি তুলিছিল। অৱশ্যে পুলিচৰ হাতত ধৰা নপৰিল।

এইগৰাকী গান্ধীবাদী দেশকৰ্মীয়ে ১৯৮০ চনৰ ২৮ নৱেম্বৰ তাৰিখে ইহ-সংসাৰৰ পৰা বিদায় ল'লে।

# দাস লক্ষ্মীনাথ

গুৱাহাটী জোৰ পুখুৰীপাৰৰ স্বৰ্গীয় ভোলানাথ দাসৰ সুযোগ্য পুত্র লক্ষ্মীনাথ দাসে ১৯২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীৰ আহ্বানত সঁহাৰি জনাই কটন কলেজৰ চাকৰি ইস্তফা দি আন্দোলনত অংশগ্রহণ কৰিলে। দাসে আন্দোলনৰ লগে লগে হাতত লৈ ফুৰিব পৰা এটা উন্নতমানৰ যঁতৰ তৈয়াৰ কৰি গান্ধীজীলৈ পঠালে। গান্ধীজীয়ে যঁতৰটো পৰীক্ষা কৰি খুব প্রশংসা কৰিলে আৰু সেই যঁতৰ প্রচলনৰ কাৰণে অনুমোদন জনালে। এইজন বিজ্ঞানীয়ে নিজেই লিথো মেচিন তৈয়াৰ কৰি কংগ্রেছৰ বুলেটিন, চিঠি-পত্র আদি লিথো কৰি প্রচাৰ কৰিছিল।

এইজন দেশপ্রেমিক দাসেই পৰৱৰ্তী কালত গুৱাহাটী পৌৰ সভাৰ পানী যোগান আঁচনিৰ আৱিষ্কাৰক আৰু পৰিচালক আছিল।

# দাস উপেন্দ্রনাথ

চেঁচামুখৰ উপেন্দ্ৰনাথ দাসে আইন-অমান্য আন্দোলনত ফাঁচীবজাৰত পিকেটিং কৰি পুলিচৰ নিৰ্য্যাতন ভোগ কৰিছিল।

# দাস মাধৱচন্দ্ৰ

পলাশবাৰীৰ স্বৰ্গীয় মাধুচন্দ্ৰ দাসৰ পুত্ৰ মাধৱ দাসে ১৯২১ চনৰ আন্দোলনত অংশগ্ৰহণ কৰি পুলিচৰ শাস্তি ভুগিছিল।

# দাস মাহোৰাম

বকো অঞ্চলৰ বান্দৰপাৰাৰ মহোৰাম দাসে অসহযোগ আন্দোলনত মণ্ডলৰ চাকৰি ইস্তফা দি প্ৰচাৰ কাৰ্য্যত আত্ম-নিয়োগ কৰিলে। পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। কিন্তু কাৰাবাসৰ সবিশেষ জনা নগ'ল।

# দাস চণ্ডীচৰণ

পিতৃ : জপাহু দাস

জন্ম : ১৯০৫ চনৰ ১০ এপ্ৰিল,

জন্মস্থান : বকো অঞ্চলৰ টেঁপেচিয়াগাওঁ

ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ আগে আগে কংগ্ৰেছে অঞ্চলে অঞ্চলে শান্তি সেনা শিবিৰ প্ৰতিষ্ঠা কৰি স্থানীয় যুৱকসকলক প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। চণ্ডীচৰণ দাসেও শান্তি সেনাৰ প্ৰশিক্ষণ লৈ বিয়াল্লিশৰ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত অংশ লোৱাত পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল আৰু প্ৰায় তিনিমাহ জে'লত বিনা বিচাৰে বন্দী হৈ থাকিল যদিও বিচাৰত খালাচ পালে।

# দাস গজেন্দ্ৰচন্দ্ৰ

মিৰ্জা অঞ্চলৰ পোৰাকুছি গাৱঁৰ স্বৰ্গীয় জীৱন চন্দ্ৰ দাসৰ পুত্ৰ গজেন্দ্ৰ চন্দ্ৰ দাসৰ জন্ম ১৯২৬ চনত। ১৯৪০ চনত কংগ্ৰেছৰ নিৰ্দেশত ৰামপুৰত স্থাপন হোৱা শান্তি-সেনাৰ শিবিৰত গজেন্দ্ৰই যোগদান কৰি প্ৰশিক্ষণ লয় আৰু আন শান্তি সেনাৰ লগত গাৱেঁ গাৱেঁ গৈ প্ৰচাৰ কাৰ্য্য চলায়। আন্দোলন আৰম্ভৰ লগে লগে গণ-বিপ্লৱৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থাকোতে পুলিচৰ হাতত গ্ৰেপ্তাৰ হৈ মাৰপিট খাই জে'লত সোমাল। কিছুদিন জে'লত থকাৰ

পিছত বিচাৰত মুক্তি পালে। জে'লৰ পৰা ওলায়ো আকৌ কিছুদিনলৈ আন্দোলনৰ কাম কৰি গৈছিল।

## দাস ধৰ্মেশ্বৰ (১)

পলাশবাৰীৰ স্বৰ্গীয় মাটিয়াৰাম দাসৰ পুত্ৰ ধৰ্মেশ্বৰ দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে পিকেটিং কৰাৰ অপৰাধত ২২-৮-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰকে এমাহৰ কাৰাদণ্ড বিহিলে যদিও জে'লত থকা ঠাইৰ অভাৱত খালাচ দিলে।

দ্বিতীয়বাৰ আকৌ ২-১০-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰিলে যদিও দিনটো কাছাৰিত আবদ্ধ কৰি গধূলি খালাচ দিলে।

অদমনীয় যুৱক ধৰ্মেশ্বৰ দাসে আকৌ পিকেটিং কৰাত ১৬-৪-৩২ তাৰিখে গ্ৰেপ্তাৰ কৰিলে আৰু ২৬-৪-৩২ তাৰিখে বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস ধৰ্মেশ্বৰ (২)

বণিয়াপাৰাৰ ধৰ্মেশ্বৰ দাসে আইন অমান্য আন্দোলনত যোগ দি পিকেটিং কৰাত পুঁলিচে গ্ৰেপ্তাৰ কৰি ৬-বেত মাৰি এৰি দিলে।

দ্বিতীয়বাৰত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰাত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস দেৱেন্দ্ৰচন্দ্ৰ

হাজোৰ দেৱেন্দ্ৰচন্দ্ৰ দাসে সত্যাগ্ৰহৰ আগৰে পৰা কংগ্ৰেছ সংগঠনৰ কাম কৰি গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছিল। সত্যাগ্ৰহী হিচাপে তেওঁৰ নাম অনুমোদিত হৈ অহাৰ পিছত তেওঁ ৩১-১-৪১ তাৰিখে আৰু ৮-২-৪১ তাৰিখে দুবাৰ দুঠাইত সত্যাগ্ৰহ কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত এইজন কৰ্মীয়ে জঁপিয়াই পৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত আগভাগ লওঁতে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভুগিলে।

## দাস ধৰ্মকান্ত

ছয়গাৱঁৰ উৎসাহী যুৱক ধৰ্মকান্ত দাসে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত

৮-৯-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভুগিলে।

## দাস দেৱেন্দ্ৰচন্দ্ৰ

ৰামপুৰৰ দেৱেন্দ্ৰচন্দ্ৰ দাসে আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি ২৮-৯-৩০ তাৰিখে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰোতে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰৰ কাৰণে পঠালে। বিচাৰত দেৱেন্দ্ৰচন্দ্ৰক দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস গেন্দুৰাম

আলিকাষ গাৱঁৰ গেন্দুৰাম দাসে ১৯৩০ চনৰ আন্দোলনত ১০-৪-৩২ তাৰিখে কানিৰ দোকানত পিকেটিং কৰাত গ্ৰেপ্তাৰ কৰি, মাৰপিট কৰি গধূলি এৰি দিলে।

## দাস গোপাল

গুৱাহাটী সেৱা মন্দিৰৰ গোপাল দাসে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত চিলেট জে'লত এবছৰৰ ওপৰ কাল নিৰাপত্তা বন্দী হিচাপে কাৰাবাস খাটিছিল। সবিশেষ একো জনা নগ'ল।

পৰৱৰ্তী কালত গোপাল দাসে বিষ্ণু ৰাভাৰ লগত কৃষক আন্দোলন কৰি নিৰ্য্যাতন ভোগ কৰিছিল।

## দাস হৰমোহন

হাজোৰ হৰমোহন দাসে বিয়াল্লিশৰ গণ আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবে ১৩-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। হাজোতত তিনি মাহ চাৰি দিন থকাৰ পিছত বিচাৰত খালাচ দিলে।

## দাস হৰেন্দ্ৰনাথ

হাজোৰ হৰেন্দ্ৰনাথ দাসে ১৯৩৯-৪০ চনত কংগ্ৰেছৰ সাংগঠনিক কাম কৰি থকাৰ মাজতে ১৯৪১ চনত সত্যাগ্ৰহ কৰিলে। অৱশ্যে পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

দাসে শান্তি সেনাৰ প্ৰশিক্ষণ লৈ ১৯৪২ চনত যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত লিপ্ত থকাত পুলিচে গ্ৰেপ্তাৰ কৰি শাৰীৰিক নিৰ্য্যাতন চলাই এৰি দিছিল।

## দাস হোমেশ্বৰ বৈশ্য

হালোগাৱঁৰ হোমেশ্বৰ বৈশ্য দাসে শান্তি সেনাৰ প্ৰশিক্ষণ লৈ ভাৰত ত্যাগ আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ২৪-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## দাস সুৰেন্দ্ৰ

সুৰেন্দ্ৰ দাসে (ঠিকনা জনা নগ'ল) ১৯৩০ চনৰ আইন অমান্য আন্দোলনত কলেজীয়া শিক্ষা বৰ্জন কৰি অংশগ্ৰহণ কৰিছিল। সবিশেষ তথ্য পোৱা নগ'ল।

## দাস ভোগী

জিয়াকুৰৰ ভোগী দাসে ১৯৩০ চনৰ আন্দোলনত কংগ্ৰেছৰ সংগঠনৰ কামত জড়িত আছিল। আন তথ্য পোৱা নগ'ল।

## দাস ভূমিধৰ

হাজো অঞ্চলৰ ক্ষুদ্ৰদধি গাৱঁৰ শনিৰাম দাসৰ পুত্ৰ ভূমিধৰে অসহযোগ আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি স্বেচ্ছাসেৱক হিচাপে কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ১৬-১২-২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। দুমাহৰ বেছি দিন হাজোতত বন্দী হৈ থকাৰ পিছত ২৩-২-২২ তাৰিখে বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ভূমিধৰ দাসৰ পৰৱৰ্তী কাৰ্য্যকলাপ সম্পৰ্কে জনা নগ'ল।

## দাস ছায়াৰাম

ৰামদিয়াৰ ছায়াৰাম দাসে স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দি প্ৰচাৰ কাৰ্য্য চলাইছিল। কিন্তু সবিশেষ তথ্য পোৱা নগ'ল।

## দাস দেৱপাল

গুৱাহাটী উজান বজাৰৰ দেৱপাল দাসে ১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে স্কুলীয় শিক্ষা বৰ্জন কৰি স্বেচ্ছাসেৱক হিচাপে অসহযোগৰ প্ৰচাৰ, পিকেটিং আদিত লিপ্ত হ'ল। ৭-১২-২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক হাজোতলৈ পঠালে। ২৪-১২-২১ তাৰিখে বিচাৰ কৰি দাসক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা, অনাদায়ে আৰু

দুমাহ কাৰাদণ্ড বিহিলে। ৬ মাহৰ ওপৰ কাল কাৰাবাস খাটি জে'লৰ পৰা ওলায়েই দাসে দেশসেৱাকে জীৱনৰ ব্ৰত হিচাপে শিক্ষা গ্ৰহণ কৰিলে।

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনতো অংশগ্ৰহণ কৰিলে যদিও জে'ললৈ যাব লগা নহ'ল। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনতো দাসে আত্ম-গোপন কৰি কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ১০-১-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী কাৰাগাৰত কেইবামাহো বন্দী কৰি ৰাখিছিল।

## দাস ৰজত চন্দ্ৰ

পিতৃ ঃ স্বৰ্গীয় বলোৰাম দাস ঃ বামুন্দী

১৮৯৮ চনৰ আগষ্ট মাহত পলাশবাৰীত জন্মগ্ৰহণ কৰা ৰজতচন্দ্ৰই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছতেই কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, তৰুণ ৰাম ফুকন, গোপীনাথ বৰদলৈ আদিৰ সান্নিধ্যত থাকি ১৯২১ চনত অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা লৈ এমাহ কাৰাবাস খাটে। তাৰ পিছত একেৰাহে সংগ্ৰামত ব্ৰতী হৈ থাকি বিশেষকৈ ১৯৩০ চনত মাদক দ্ৰব্যৰ বিৰুদ্ধে আন্দোলন আৰু সত্যাগ্ৰহ কৰি আৰু ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ সেনানী স্বৰূপে কাম কৰি ১০৫-দিন কাৰাৰুদ্ধ হয়। ১৯২১ চনৰ পৰা ১৯৪৭ চনলৈকে গান্ধীবীদী আদৰ্শেৰে দেশ মাতৃত্বৰ কাৰণে বিভিন্ন ক্ষেত্ৰত সাংগঠনিক কামত ব্ৰতী হোৱাৰ উপৰিও বিদেশজাত কোনো সামগ্ৰী ব্যৱহাৰ নকৰাকৈ স্বদেশী সামগ্ৰী আৰু খাদী সামগ্ৰী উৎপাদন আৰু ব্যৱহাৰ কৰাৰ কাৰণে জনগণৰ উদ্বুদ্ধ কৰি ৰজত চন্দ্ৰ দাসে ১৯৮৪ চনৰ ১০ মে' তাৰিখে ইহলীলা সম্বৰণ কৰে।

## দাস লাভেশ্বৰী



স্বামীৰ নাম ঃ পুষ্পৰাম দাস

জন্মৰ স্থান ঃ গুৱালকুছিত

জন্মৰ তাৰিখ ঃ ১ ডিচেম্বৰ ১৯২৮

বৰ্তমানৰ ঠিকনা ঃ কে চি সেন ৰোড, গুৱাহাটী, পল্টনবজাৰ

সৰুৰে পৰা গুৱালকুছিৰ কেইবাজনো স্বাধীনতা সেনানিৰ সান্নিধ্যৰ দেশপ্ৰেমত উদ্বুদ্ধ কৰে। বিয়াল্লিশৰ আন্দোলনত মহিলাৰ মাজত সংগঠনৰ কামত লিপ্ত হৈ সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰে। আন্দোলনৰ চিঠি-পত্ৰৰ আদান-প্ৰদান কামতো পলাতক কৰ্মীসকলক সহায় কৰে।

আন্দোলন শাম কটাৰ পিছত বকোৰ মৌমান সেৱাশ্ৰমত সেৱিকা হিচাপে প্ৰশিক্ষণ লৈ ল'ৰা-ছোৱালীক শিক্ষা দিয়া কামত প্ৰবৃত্ত হয়। অমলপ্ৰভা দাসৰ লগত লখিমপুৰত ৰিলিফৰ কামতো যোগ দিছিল আৰু এতিয়ালৈকে গঠনমূলক কামতে ব্যস্ত হৈ আছে।

## দাস হৰিচৰণ

**পিতা : স্বৰ্গীয় মনিয়া দাস, মাতা : স্বৰ্গীয় সফুৰী দাস**

**জন্ম : ১৯২৬ চনত উপৰহালিত (পলাশবাৰী)**

সৰুৰে পৰা গান্ধীজী আৰু স্বাধীনতা সংগ্ৰামৰ বিষয়ে সম্যক ধাৰণা লাভ কৰা হৰিচৰণ দাসে মহিলা কংগ্ৰেছৰ সক্ৰিয় সদস্যা আৰু খাদী প্ৰচাৰত নিয়োজিতা মাতৃ সফুৰী দাসৰ অনুপ্ৰেৰণাত গঢ়ি উঠা বৈপ্লৱিক চেতনাই ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয়তা লাভ কৰিলে। এই সংগ্ৰামতে তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি বিকলাংগ কৰি এৰি দিছিল। কংগ্ৰেছৰ সক্ৰিয় সদস্যৰূপে জীৱন কটোৱা হৰিচৰণ দাসে মুক্তিযুঁজাৰু পেঞ্চনো লাভ কৰিছিল। ১৯৯৬ চনত এইগৰাকী মুক্তি যুঁজাৰুৱে নশ্বৰ দেহা ত্যাগ কৰিলে।

## দত্ত শিৱপ্ৰসাদ



**পিতৃ : স্বৰ্গীয় মাধৱচন্দ্ৰ দত্ত**

**মাতৃ : স্বৰ্গীয়া সুমলা দেৱী**

**জন্ম : ১৯২২ চনৰ শাওণ মাহত (জন্মস্থান : মাজুলী)**

**ঠিকনা (বৰ্তমানৰ) : ৰূপনগৰ, গুৱাহাটী-৩২**

১৯৩০ চনমানৰ পৰা যোৰহাটৰ চাৰিগাৱঁৰ নিজা ঘৰত ডাঙৰ-দীঘল হোৱা শিৱপ্ৰসাদ দত্তই গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামীৰ সংস্পৰ্শলৈ আহিছিল। সেই কাৰণে শিৱপ্ৰসাদৰ তেজত দেশ-প্ৰেমৰ ঢৌৰ প্ৰবাহক ৰূপে এইগৰাকী ধৰ্মগুৰুক তেওঁ পাইছিল। তেতিয়া দত্তৰ গোটেই পৰিয়ালটোৱে ভাৰত-ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰিছিল সক্ৰিয়ভাৱে। গান্ধীজীৰ অহিংস মন্ত্ৰত দীক্ষিত শ্ৰীদত্তই আত্মগোপন কৰি এই আন্দোলনত বিশিষ্ট ভূমিকা পালন কৰি দেশৰ মুক্তি যুঁজক শক্তিশালী কৰি তুলিছিল। শ্ৰীদত্তই সত্ৰাধিকাৰগৰাকীৰ সৌজন্যতে তেওঁ মহামানৱ মহাত্মা গান্ধীকে লগ পাইছিল।

খাদী প্ৰচাৰৰ কামত লিপ্ত হৈ থাকোতেই ৱাৰ্দ্ধাৰ সেৱাগ্ৰামত প্ৰশিক্ষণ লৈ আহি অসম চৰকাৰৰ বয়ন বিভাগত চাকৰি কৰিছিল। দত্ত এতিয়াও বিভিন্ন গঠনমূলক কামত ব্যস্ত হৈ আছে।

## দত্ত পূৰ্ণৰাম

সোণাপুৰৰ স্বৰ্গীয় আনন্দিৰাম দত্তৰ পুত্ৰ পূৰ্ণৰামে স্কুলীয়া ছাত্ৰ হিচাপে কম বয়সতে ১৯৩০ চনৰ আইন-অমান্য আন্দোলনত বিভিন্ন ঠাইত কানি, মদৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি, কম বয়সীয়া ল'ৰা কাৰণে কেইবাবাৰো এৰি দিছিল। পিছৰ কাৰ্য্যকলাপৰ কোনো তথ্য পোৱা নগ'ল।

## দত্ত ৰামপ্ৰসাদ

পলাশবাৰীৰ ৰামপ্ৰসাদ দত্তই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে বিভিন্ন ঠাইত ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে মাৰধৰ কৰি এৰি দিছিল।

## দত্ত মাণিকচন্দ্ৰ

পানীটেমা অঞ্চলৰ মাণিকচন্দ্ৰ দত্তই হিন্দী শিক্ষকৰ চাকৰিৰ পৰা পদত্যাগ কৰি বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি সকলো ধৰণৰ কাৰ্য্যসূচী ৰূপায়ণত আগভাগ লৈছিল। ফলত ১৪-১-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। বিচাৰত ২১-১-৪৩ তাৰিখে ১৫-দিনৰ কাৰাবাসৰ হুকুম দিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত দত্তই আকৌ আন্দোলনত যোগ দিলে। ২৭-৩-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে যদিও বিচাৰত জে'লৰ সলনি গৃহবন্দী কৰি থ'লে। ১৯৪৫ চনৰ মাৰ্চ মাহতহে গৃহবন্দীত্বৰ পৰা মুক্তি লাভ কৰিলে।

স্বাধীনতাৰ পিছতহে হিন্দী শিক্ষকৰ চাকৰি ঘূৰাই পালে।

## দলৈ বাহুৰাম

ছয়গাৱঁৰ বাহুৰাম দলৈয়ে ১৯৩০-৩১ চনৰ পৰা স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাৱে জড়িত হৈ পৰিছিল। ছয়গাৱঁৰ তেওঁৰ দোকানখনেই আছিল স্বাধীনতা সংগ্ৰামীৰ ঘাটি। ১৯৪১ চনত তেওঁ সত্যাগ্ৰহত অংশ ল'লে, যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত দলৈয়ে আত্মগোপন কৰি মৃত্যু বাহিনীৰ গুপ্ত কামত লিপ্ত হৈছিল। তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰি তেওঁৰ দোকানখনকে মালে-বস্তুৰে ধ্বংস কৰি পোতক তুলিছিল।

## দলৈ হংসধৰ

বাৰেগাৱঁৰ হংসধৰ দলৈয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি গাৱেঁ গাৱেঁ চৰকাৰক খাজনা, কৰ আদি নিদিবলৈ, বজাৰ-হাট ডাকি নল'বলৈ আৰু চৰকাৰৰ লগত সম্পূৰ্ণৰূপে সহযোগ নকৰিবলৈ প্ৰচাৰ কৰি ফুৰোতে তেওঁৰ ওপৰত ভাৰতীয় দণ্ডবিধি আইনৰ ১০৭ (৩) ধাৰা মতে গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰিছিল। তাৰ বাহিৰে আন বিশেষ তথ্য পোৱা নগ'ল।

## দেৱান খগেন্দ্ৰনাৰায়ণ



**পিতৃ ঃ স্বৰ্গীয় বিজয় নাৰায়ণ দেৱান**
**জন্ম ঃ ১৯০৫ চনৰ ৯ জুন**
**(ছয়গাওঁৰ ওচৰৰ কৈমাৰীত)**

কামৰূপ জিলাৰ ছয়গাওঁ থানাৰ অন্তৰ্গত বৈমাৰী গাওঁত জন্মগ্ৰহণ কৰা স্বৰ্গীয় খগেন্দ্ৰ নাৰায়ণ দেৱানে ভাৰতৰ স্বাধীনতা আন্দোলনৰ ১৯২১ চনৰ কালৰে পৰা সক্ৰিয় অংশগ্ৰহণ কৰিছিল। অসহযোগ আন্দোলনৰ সকলো কাৰ্য্যসূচীতে তেওঁৰ ভূমিকা আছিল অনবদ্য। ১৯৪০ চনত ছয়গাওঁত শান্তি সেনা গঠন কৰি প্ৰশিক্ষণৰ ব্যৱস্থা কৰাৰ উপৰিও ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত তেওঁৰ ভূমিকা আছিল অতি প্ৰশংসনীয়।

আন্দোলন শক্তিশালী কৰি ৰাখিবলৈ দেৱানে আত্মগোপন কৰি অশেষ কষ্ট স্বীকাৰ কৰি গাৱেঁ-ভূঞে ৰাইজৰ মাজত প্ৰচাৰ কাৰ্য্য চলাই ঘূৰি-ফুৰিছিল। পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ সমৰ্থ নহ'ল। স্বাধীনতাৰ পিছত দেৱানে সামাজিক কামত আত্মনিয়োগ কৰিলে।

## দে তৰণীকান্ত

১৯২১ চনৰ অসহযোগ আন্দোলনত পলাশবাৰীৰ ভাং আৰু কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে ২২-১২-২১ তাৰিখে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিলে।

## দেৱ ৰাধাৰঞ্জন

সোণাপুৰৰ স্বৰ্গীয় কৃষ্ণবিহাৰী দেৱৰ পুত্ৰ ৰাধাৰঞ্জন দেৱে দেশপ্ৰেমত মতলীয়া হৈ ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে মাদক দ্ৰব্যৰ দোকানত পিকেটিং কৰা অপৰাধত ছয়মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

আকৌ ১৯৪২ চনৰ গণ বিপ্লৱত নিৰাপত্তা বন্দী হিচাপে আঢ়ৈ বছৰ কাল চিলেট জে'লত আবদ্ধ হৈ থকাৰ পিছত ১৯৪৫ চনলৈকে গৃহ বন্দিত্বত থাকিব লগা হ'ল।

## দেৱগোস্বামী ৰজনীকান্ত

ৰঙিয়াৰ ওচৰৰ বালি সত্ৰৰ প্ৰয়াত মাধৱ গোস্বামীৰ পুত্ৰ ৰজনীকান্ত দেৱ-গোস্বামীয়ে গুৱাহাটীত ১৯২১ চনৰ অসহযোগ আন্দোলনত পিকেটিং কৰা আৰু আন কামত লিপ্ত থকাৰ অপৰাধত ১৯২২ চনৰ ১৫ মাৰ্চ তাৰিখে বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। গুৱাহাটী জে'লৰ পৰা তেওঁক ১৪-৭-২২ তাৰিখে মুক্তি লাভ কৰিলে। পিছৰ কাৰ্য্যকলাপৰ কোনো তথ্য পোৱা নগ'ল।

## দেৱশৰ্মা ডাঃ নৰপতি

গুৱালকুছিৰ অৰবিন্দ দেৱশৰ্মাৰ পুত্ৰ ডাঃ নৰপতি দেৱশৰ্মাই ১৯৪২ চনৰ গণ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি অন্যান্য কাৰ্য্যসূচীৰ লগতে ৩১-১২-৪২ তাৰিখে কমলপুৰ থানাৰ আগদলা গাওঁত এখন জনসভা পাতি ব্ৰিটিছ চৰকাৰক খাজানা, কৰ-কাটল আদি নিদিবলৈ, সেনাবাহিনীৰ শিবিৰত ৰেচন পাতি নিদিবলৈ, ৰে'লৰ লাইন, টেলিগ্ৰাফৰ তাঁৰ কাটি চৰকাৰক অচল কৰিবৰ কাৰণে উদ্দীপনাময় বক্তৃতা দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। ১৬-২-৪৩ তাৰিখৰ বিচাৰত দেৱশৰ্মাক প্ৰতিৰক্ষা আইনৰ ৩৮ (৫) ধাৰাত ৮ মাহৰ আৰু ৩৯ (১) (৬) ধাৰাত দহ মাহৰ সশ্ৰম কাৰাদণ্ড আৰোপ কৰিলে।

## দেৱচৰকাৰ নিহাৰৰঞ্জন

মৈমনচিং জিলাৰ নিহাৰৰঞ্জন দেৱচৰকাৰে ১৯৪২ চনত স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবে বেংগল চৰকাৰৰ হুকুম মতে ৫-৪-৪৪ তাৰিখৰ পৰা ২২-৯-৪৪ তাৰিখে জে'লত আবদ্ধ কৰি ৰাখিছিল। ভাৰত

বিভাজনৰ পিছত নিহাৰৰঞ্জন দেৱচৰকাৰ গুৱাহাটীলৈ আহি ইয়াৰ স্থায়ী বাসিন্দা হ'লহি।

## দেউৰী গোলোকচন্দ্ৰ

গুৱালকুছিৰ দক্ষ দেউৰীৰ পুত্ৰ গোলোকচন্দ্ৰই বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত বকো পুলিচে ১৯-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। তিনি মাহ বিচাৰাধীন বন্দী হিচাপে থকাৰ পিছত ১৩-১২-৪২ তাৰিখে বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত গোলোক চন্দ্ৰ দেউৰীয়ে আকৌ আন্দোলনত জঁপিয়াই পৰি, আৰু আত্মগোপন কৰি কুটাঘাতমূলক কামত ব্যস্ত আছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## দত্ত সুৰেন্দ্ৰনাথ

ৰঙিয়া অঞ্চলৰ মুৱাৰা গাৱঁৰ স্বৰ্গীয় কামিনী দত্তৰ পুত্ৰ সুৰেন্দ্ৰ নাথে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুল ত্যাগ কৰি স্বেচ্ছাসেৱক হিচাপে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ২৬-১-২২ তাৰিখৰ পৰা ছয় মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## দত্ত নবীনচন্দ্ৰ

গুৱাহাটী বানেশ্বৰ দেৱালয়ৰ স্বৰ্গীয় আনন্দি দত্তৰ পুত্ৰ নবীন চন্দ্ৰই অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে গুৱাহাটীৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰে নিৰ্য্যাতন ভোগ কৰিছিল।

পিছৰ আন্দোলনবোৰত তেওঁ কাৰ্য্যকলাপ সম্বন্ধে কোনো তথ্য নাই।

## দত্ত সুশীল

পিতৃ : স্বৰ্গীয় নন্দীৰাম হাজৰিকা

জন্ম : নগাওঁ জিলাৰ ৰহা অঞ্চলৰ মাজগাওঁত

(১৯২৯ চন)

ৰহা হাইস্কুলৰ ছাত্ৰ হিচাপে বিয়াল্লিশৰ আন্দোলনত স্কুল ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰিল। বিয়াল্লিশৰ প্ৰসিদ্ধ বিপ্লৱী মহেন্দ্ৰ হাজৰিকাৰ নেতৃত্বত আত্মগোপন কৰি বিভিন্ন

কাৰ্য্যসূচী ৰূপায়ণ কৰি থাকোতে পুলিচে দত্তক বিচাৰি নাপাই ২০-৯-৪২ তাৰিখে তেওঁৰ পৈত্ৰিক গৃহ খানাতালাচ কৰি ঘৰৰ আচবাব-পত্ৰ লণ্ড-ভণ্ড কৰি কিছুমান বে-আইনী কাগজ-পত্ৰ উদ্ধাৰ কৰিলে।

শেষত ২১-১২-৪২ তাৰিখে দত্ত পুলিচৰ হাতত তেওঁ ধৰা পৰিল আৰু নগাওঁ জে'ল-হাজোতত বন্দী কৰিলে। ১৩-২-৪৩ তাৰিখ বিচাৰত তেওঁক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু নগাওঁ জে'লত দুদিনমান ৰখাৰ পিছতে শ্ৰীহট্ট জে'ললৈ বদলি কৰিলে।

স্বাধীনতাৰ পিছত দত্ত চৰকাৰী চাকৰি কৰি গুৱাহাটীৰ বাসিন্দা হ'ল আৰু বিভিন্ন সামাজিক কামত লিপ্ত হ'ল।

এইজন স্বাধীনতা সেনানীয়ে ২৬-৩-২০০৭ তাৰিখে গুৱাহাটীৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

## দুৱৰা শ্ৰদ্ধানন্দ



**পিতৃ ঃ স্বৰ্গীয় সদানন্দ দুৱৰা**

**জন্মস্থান ঃ আমোলাপট্টি, ডিব্ৰুগড়**

**জন্ম ঃ ১৮ ছেপ্টেম্বৰ, ১৯২৩ চন**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শিক্ষানুষ্ঠানৰ শিক্ষা বাদ দি শ্ৰদ্ধানন্দ দুৱৰায়ো আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি সভা-শোভাযাত্ৰাত যোগ দি যুদ্ধ-বিৰোধী প্ৰচাৰ কাৰ্য্য চলালে; ব্ৰিটিছ চৰকাৰক ভাৰত ত্যাগ কৰিবলৈ দাবী জনাই বুলেটিন প্ৰচাৰ কৰিলে; সেনা শিবিৰত খাদ্য যোগানত, লগত স্বেচ্ছাসেৱক লৈ বাধা প্ৰদান কৰিলে। দুৱৰাৰ কাৰ্য্যকলাপ দেখি পুলিচে গ্ৰেপ্তাৰ কৰিবলৈ চেষ্টা চলাইছিল যদিও সফল নহ'ল। তেওঁ লুকাই লুকাই আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই থাকিল।

আন্দোলন শাম কটাৰ পিছত দুৱৰাই পুনৰ শিক্ষা জীৱন আৰম্ভ কৰি উচ্চ শিক্ষা সমাপ্ত কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি জীৱন আৰম্ভ কৰিলে লগতে গুৱাহাটী কৃষ্ণ নগৰত স্থায়ীভাৱে বসতি স্থাপন কৰি সামাজিক কামত ব্ৰতী হৈ আছে।

# নবিশ উপেন্দ্ৰনাথ



পিতৃৰ নাম ঃ জানকী নাথ দাস ফয়চলা নবিশ,
জন্মৰ স্থান ঃ বিহাবাৰী, গুৱাহাটী,
জন্মৰ তাৰিখ ঃ ১৯০৯ চনৰ ৩০ জানুৱাৰী

১৯৩০ চনত কলিকতাত কাৰিকৰী শিক্ষা অনুষ্ঠানত শিক্ষা লাভ কৰি থকা অৱস্থাতে আইন অমান্য আন্দোলন আৰম্ভ হ'ল আৰু উপেন্দ্ৰনাথ নবীশে শিক্ষা জীৱন ত্যাগ কৰি গুৱাহাটীলৈ আহি গিৰীন চৌধুৰীৰ লগত বিলাতী বস্তু বেচা দোকানত পিকেটিং কৰাত ১৬-৭-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে। কিন্তু বিচাৰত তেওঁ ১৯-৭-৩০ তাৰিখে মুক্তি দিলে।

১৯৩১ চনত নবিশে আমেৰিকাত Aviation Engineering পঢ়িবলৈ যাবৰ বাবে বোম্বে বন্দৰত জাহাজত উঠা অৱস্থাত চৰকাৰে তেওঁৰ যাত্ৰা নিষিদ্ধ কৰি অসমলৈ ঘূৰাই পঠায় আৰু পাছপৰ্ট নাকচ কৰিলে। পিছত ডিগবৈৰ বনুৱা আন্দোলনত অংশ লোৱাত তাৰ পৰাও তেওঁক বহিষ্কাৰ কৰিলে।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত আত্ম-গোপন কৰি যেতিয়া অৰুণা আচফ আলী, জয়প্ৰকাশ নাৰায়ণ, ৰাম মনোহৰ লোহিয়া, অচ্যুত পটবৰ্ধন আদিয়ে হিংসাৰ পন্থাও গ্ৰহণ কৰিছিল, অৰুণা আচফ আলী যেতিয়া প্ৰচাৰ কাৰ্য্যৰ উদ্দেশ্যেৰে অসম ভ্ৰমণলৈ আহিছিল, তেতিয়া ত্যাগবীৰৰ নিৰ্দেশত দুঃসাহসিক উপেন নবিশে তেওঁক ঘৰত আশ্ৰয় দিয়াই নহয়— ছদ্মবেশেৰে নিজৰ গাড়ীত লৈ অসমৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি ফুৰিছিল। আন আত্ম-গোপনকাৰীসকলৰ লগতো নবিশে পুলিচৰ চকুত ধূলি মাৰি সম্পৰ্ক ৰক্ষা কৰি আছিল।

স্বাধীনতাৰ পিছত নবীশে বিভিন্ন গঠনমূলক কামত মৃত্যুৰ সময়লৈকে নিজক ব্যস্ত ৰাখিছিল।

এইজন স্বাধীনতা সংগ্ৰামীৰ ১৯৭৫ চনৰ ১৩ মে' তাৰিখে মৃত্যু হয়।

# নবিশ ৰবীন্দ্ৰনাথ

**পিতৃৰ নাম ঃ জানকীনাথ দাস ফয়চলা নবিশ,**
**জন্মস্থান ঃ পিতৃৰ চাকৰি সূত্ৰে যোৰহাটত,**
**জন্মৰ তাৰিখ ঃ ১৯১২ চনৰ ১২ আগষ্ট**

ৰবীন নবিশে প্ৰৱেশিকা পাছ কৰি কলিকতাৰ কলেজত কিছুদিন পঢ়ি থকাৰ পিছত তেওঁ বিবেকানন্দ দৰ্শনৰ প্ৰতি আকৃষ্ট হৈ বিশ্বজ্ঞান লাভৰ উদ্দেশ্যেৰে কলিকতা এৰি ভাৰতৰ বিভিন্ন স্থান ঘূৰি পাঞ্জাবলৈ গৈ স্বামী দয়ানন্দ সৰস্বতীৰ আৰ্য্য সমাজত ভৰ্তি হৈ অসমলৈ ঘূৰি আহি উত্তৰ-পূৱ ভাৰতত আৰ্য্য সমাজৰ প্ৰচাৰক হিচাপে নিজকে নিয়োজিত কৰাৰ লগে লগে ১৯৩৭ চনৰ পৰা কংগ্ৰেছত যোগদান কৰি গান্ধীজীৰ গঠনমূলক কামত ব্ৰতী হ'ল। লগতে অসমত ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কামতো আত্মনিয়োগ কৰিলে।

১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত অংশ গ্ৰহণ কৰি ত্যাগবীৰ হেম বৰুৱাৰ নিৰ্দেশত গুপ্ত-আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ১০-১-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। বিচাৰত নবিশক নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী জে'লত ৩-১১-৪৪ তাৰিখলৈ আবদ্ধ কৰি ৰাখি মুক্তি দিয়ে যদিও ৮-১১-৪৪ তাৰিখৰ পৰা গুৱাহাটীৰ ঘৰত গৃহবন্দী কৰি ১৯৪৫ চনৰ মে' মাহলৈকে ৰাখে। ইয়াৰ আগতে ১৯৪১ চনত দুবাৰো সত্যাগ্ৰহ কৰে যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে।

ৰবীন নবিশে অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ (১৯৪০-৪৬) মন্ত্ৰী হিচাপে থাকি ১৯৪৬ চনৰ পৰা ১৯৫১ চনলৈ জিলা কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক, ১৯৫১ চনৰ পৰা ১৯৫৯ চনলৈকে আচাৰ্য্য বিনোবা ভাৱেৰ নেতৃত্বত অসম ভূদান আন্দোলনৰ আহ্বায়ক, ১৯৫৯ চনত প্ৰথমে অসম খাদী আৰু গ্ৰামোদ্যোগ ব'ৰ্ডৰ সচিবৰ পদ গ্ৰহণ কৰি ১৯৭২ চনৰ ৮ জুন তাৰিখে অনুষ্ঠানটিৰ অধ্যক্ষ হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰে। অসম ৰাজ্যিক মুক্তি-যুঁজাৰু সন্মিলনীৰ কেইবাবছৰো সাধাৰণ সম্পাদকৰ দায়িত্ব তেওঁ পালন কৰিছিল।

তেওঁক ১৯৯০ চনত কেন্দ্ৰই ৰাষ্ট্ৰভাষা গৌৰৱ উপাধিও প্ৰদান কৰিছিল। এইজন দেশপ্ৰেমিকে ১৯৯৭ চনৰ ২৩ জানুৱাৰী তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

## নাথ দীনৰাম

গুৱাহাটীৰ কে-চি-সেন পথৰ স্বৰ্গীয় মোহন নাথৰ পুত্ৰ দীনৰাম নাথে ১৯৩০-৩১ চনত শিৱসাগৰত কৰি থকা ব্যৱসায় ত্যাগ কৰি আইন-অমান্য আন্দোলনত জঁপিয়াই পৰিল। ফলত পুলিচৰ নিৰ্য্যাতন ভোগ কৰিলে আৰু ব্যৱসায়ৰো অন্ত পৰিল।

## নাথ লংকেশ্বৰ

শিংৰা অঞ্চলৰ লংকেশ্বৰ নাথ কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে ১৯২১ চনৰ অসহযোগ আন্দোলন বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল।

## নাথ মথুৰা

উত্তৰ শেখাদিৰ গাৱঁৰ মথুৰা নাথে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে সভা-শোভাযাত্ৰা, খাদী প্ৰচলন, মাদক দ্ৰব্য বৰ্জন আদি কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল আৰু পুলিচৰ নিৰ্য্যাতনো ভোগ কৰিছিল।

## নাথ নগেন্দ্ৰচন্দ্ৰ

গুৱাহাটীৰ চন্দ্ৰ কুমাৰ পথৰ স্বৰ্গীয় মতিলাল নাথৰ পুত্ৰ নগেন্দ্ৰনাথে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে কলেজিয়েট হাইস্কুল বৰ্জন কৰি স্কুলৰ সন্মুখত পিকেটিং কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত দুমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## নাথ প্ৰতাপচন্দ্ৰ

মধুকুছি গাৱঁৰ প্ৰয়াত চন্দ্ৰমল নাথৰ পুত্ৰ প্ৰতাপচন্দ্ৰই কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হিচাপে কলেজীয়া শিক্ষা ত্যাগ কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে অংশ গ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত লাগি গ'ল। ইয়াৰ পিছতে তেখেতে পুলিচৰ হাতত ধৰা পৰিল আৰু বিচাৰত দুশ পঞ্চাশ টকা জৰিমনা, অনাদায়ে ৯ মাহৰ সশ্ৰম কাৰাদণ্ড।

নাথে ১৯২২ চনৰ জানুৱাৰী মাহৰ পৰা ৯ মাহ কাল কাৰাৰুদ্ধ হৈ থাকে।

## নাথ পদ্মৰাম

মধুকুছি গাৱঁৰ পদ্মৰাম নাথে গান্ধীজীৰ স্বৰাজৰ আহ্বানত আৰু নবীন চন্দ্ৰ বৰদলৈ, চন্দ্ৰ শৰ্মাৰ বক্তৃতাত উদ্বুদ্ধ হৈ ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি পুলিচ নিৰ্য্যাতন ভোগ কৰিছিল।

## নাথ যুযুৰাম

হালৌ গাৱঁৰ যুযুৰাম নাথে ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত যোগ দি আত্ম-গোপন কৰি বিভিন্ন কাৰ্য্যত ব্ৰতী হৈছিল।

## নাথ বস্তিৰাম

ডোবা কহৰাৰ বস্তিৰাম দাসে ভাৰত-ত্যাগ আন্দোলনত অংশ-গ্ৰহণ কৰাত ২৭-১০-৪২ তাৰিখে গ্ৰেপ্তাৰ হৈ জে'ল-হাজোতত কেইদিনমান থাকি জামিনত ওলাই গ'ল।

## নাথ শৰৎচন্দ্ৰ

নহিৰাৰ শৰৎচন্দ্ৰ নাথে কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে বিয়াল্লিশৰ গণ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত সক্ৰিয় অংশগ্ৰহণ কৰি থকা অৱস্থাতে ১৫-১-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু পঞ্চাশ টকা জৰিমনা, অনাদায়ত আৰু দুমাহ কাৰাদণ্ডৰ ভোগ কৰিলে।

## নাথ যজ্ঞৰাম

হালৌ গাৱঁৰ গুণীৰাম নাথৰ পুত্ৰ যজ্ঞৰাম নাথে ১৯৪২ চনৰ গণ-আন্দোলনত যোগদান দি প্ৰচাৰ কাৰ্য্যত ব্যস্ত থকাত ২৪-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'লত ভৰাই থয়। বিচাৰাধীন বন্দী হিচাপে আঢ়ৈ মাহ থকাৰ পিছত বিচাৰত খালাচ দিলে।

## নাথ যতীন্দ্ৰমোহন

হালৌ গাৱঁৰে যতীন্দ্ৰমোহন নাথেও গণ আন্দোলনত অংশগ্ৰহণ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## নাথ সোণেশ্বৰ

বংশৰ অঞ্চলৰ স্বৰ্গীয় ধনীৰাম নাথৰ পুত্ৰ সোণেশ্বৰ নাথে স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ লৈ ১৯৪২ চনৰ আন্দোলনত জঁপিয়াই পৰি বিভিন্ন কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰিছিল।

# নাথ কনকলাল

## পিতৃ ঃ মতিলাল নাথ

গুৱাহাটীৰ চন্দ্ৰকুমাৰ পথৰ কনকলাল নাথে স্কুলীয়া ছাত্ৰ হিচাপে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে পিকেটিং কৰাৰ বাবদ তিনি মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। আকৌ ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে প্ৰথমে ৯-১-৩১ তাৰিখে ১২৪ (ক) ধাৰাত ছয় মাহ, পিছত ১৫৮ আৰু ১৭ (১) ধাৰাত তিনি মাহৰ কাৰাদণ্ডৰ হুকুম হ'ল। অৱশ্যে কেইমাহমান জে'লত থকাৰ পিছতে গান্ধী-আৰউইন চুক্তি মতে জে'লৰ পৰা খালাচ পালে।

এইজন স্বাধীনতা সংগ্ৰামীয়ে ১৯৪১ চনতো সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

# নদীয়াল সৰুৰাম

গান্ধীজীৰ আহ্বান আৰু ফুকন, বৰদলৈ, চন্দ্ৰ শৰ্মাৰ বক্তৃতাত উদ্বুদ্ধ হৈ ১৯২১ চনত অসহযোগৰ বাণী গাৱেঁ গাৱেঁ প্ৰচাৰ কৰি ফুৰোতে ৮-১২-২১ তাৰিখে পুলিচে সৰুৰাম নদীয়ালক গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

# নদীয়াল কেৰো

১৯২১ চনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি পুলিচ নিৰ্য্যাতন ভোগ কৰিব লগা হৈছিল।

# মাৰগাণ্ডা

১৯২১ চনৰ অসহযোগ আন্দোলনৰ কৰ্মী হিচাপে বিলাতী কাপোৰ বৰ্জন কৰি অগ্নিদাহ কৰা কাৰ্য্যত লিপ্ত হৈ মাৰগাণ্ডাই এজন বাটৰুৱাই গাত পিন্ধি থকা বিলাতী কোট এটা জোৰকৈ খুলি অগ্নিত পোৰাৰ অপৰাধত ৩৭৯ ধাৰাত বিচাৰ কৰি এমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

# নেওগ কিশোৰীমোহন

নগৰবেৰা অঞ্চলৰ কিশোৰীমোহনে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত ২৩-৯-৩০ আৰু ২৪-৯-৩০ তাৰিখে ভাং, কানিৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিলে।

# নার্জাৰী কাঞ্ছাৰাম

নাওঁকাটা অঞ্চলৰ মাগুৰমাৰী গাৱঁৰ স্বৰ্গীয় ফাগুনা নার্জাৰীৰ পুত্ৰ কাঞ্ছাৰাম নার্জাৰীয়ে বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত যোগ দি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকাৰ পিছত পুনা সত্যাগ্ৰহৰ কাৰণে তেওঁৰ নাম জিলা কংগ্ৰেছে পঠোৱাত নার্জাৰীয়ে ৯-৮-৪৩ তাৰিখে পুনা অভিমুখে যাবলৈ সাজু হওঁতেই পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে।

চাৰি মাহৰ ওপৰ কাল থকাৰ পিছত ১৬-১২-৪৩ তাৰিখে বিচাৰ কৰি চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ফলত নার্জাৰীয়ে প্ৰায় আঠ মাহ কাৰাবাস খাটিব লগা হ'ল।

# নাথ ৰঘু

১৯২১ চনৰ অসহযোগ আন্দোলনত ভাং-কানিৰ দোকানত পিকেটিং কৰি থকা অৱস্থাত এজন বেপাৰীৰ পৰা ভাং কাঢ়ি অনাৰ অপৰাধত ২৫-৫-২১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ৩৭৯/৫১১ ধাৰা মতে বিচাৰলৈ চালান দিয়ে। কেইদিনমান হাজোতত থকাৰ পিছত বিচাৰত খালাচ পালে।

# নাপিত খগেন্দ্ৰ

শুৱালকুছিৰ দধি নাপিতৰ পুত্ৰ খগেন্দ্ৰই ভাৰত ত্যাগ আন্দোলনত কুটাঘাতমূলক কামত জড়িত হৈছিল যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

# নমু শূদ্ৰ

মাণিক চন্দ্ৰৰ পুত্ৰ শূদ্ৰ নমুৱে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি ২২-৮-৩০ তাৰিখে পলাশবাৰীৰ এখন বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰ-ধৰ কৰি এৰি দিলে।

# নাইনৰ'

বকো অঞ্চলৰ এইজন পাহাড়ী ডেকাই ১৯২১ চনৰ অসহযোগ আন্দোলনত জড়িত হৈ পুলিচ নিৰ্য্যাতন ভোগ কৰিছিল।

# পাটগিৰি নৱদ্বীপৰঞ্জন



পিতৃ ঃ স্বৰ্গীয় চিন্তাহৰণ পাটগিৰি
বৰ্তমানৰ ঠিকনা ঃ পূব-শৰণীয়া পথ,
গুৱাহাটী-৭৮১০০৩

১৯৪২ চনৰ ২৬ আগষ্ট তাৰিখে সৰভোগত বিমানকোঠ (নিৰ্মিয়মান অৱস্থাত), সৰভোগ পুলিচ থানা, ডাক বঙলা, বিমানকোঠ নিৰ্মাণৰ কাৰণে ৰখা খেৰ, বাঁহ আদি আৰু সেনাৰ ছাউনিত অগ্নি-সংযোগ কৰি, টেলিগ্ৰাফৰ তাঁৰ বিচ্ছিন্ন কৰি নৱদ্বীপৰঞ্জন পাটগিৰিয়ে পুলিচৰ হাতত ধৰা পৰিল। স্পেচিয়েল কৰ্টৰ বিচাৰত ৭-৪-৪৩ তাৰিখে পাঁচ-বছৰৰ কাৰাদণ্ড বিহিলে। অৱশ্যে দুবছৰ জে'লত থকাৰ পিছতে তেখেত জে'লৰ পৰা মুক্ত হৈ আহিল।

পৰৱৰ্তী কালত পাটগিৰিয়ে উচ্চ শিক্ষা সমাপ্ত কৰি চৰকাৰী চাকৰিত সোমাই সমাজলৈ সেৱা আগবঢ়োৱাৰ উপৰি বিভিন্ন গঠনমূলক কামত আজিও ব্যস্ত হৈ আছে। তেখেতে অসম মুক্তি-যুঁজাৰু সন্মিলনৰো বহু বছৰ ধৰি সভাপতিৰ আসন অলংকৃত কৰিছিল।

# পাটগিৰি পানিৰাম

নগৰবেৰা অঞ্চলৰ জুগিপাৰা গাৱঁৰ পানিৰাম পাটগিৰিয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত যোগদান দি খাজানা বন্ধৰ প্ৰচাৰ কাৰ্য্য চলাওতে পুলিচে গ্ৰেপ্তাৰ কৰি ২১ ছেপ্টেম্বৰ ১৯৩০ তাৰিখৰ পৰা ৭-১-৩১ তাৰিখলৈ জে'লত বিচাৰাধীন বন্দী ৰাখে। ৭ জানুৱাৰীৰ বিচাৰত খালাচ পালে।

# পাটগিৰি বিনোদচন্দ্ৰ

গুৱালকুছিৰ বিনোদচন্দ্ৰই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ আগৰে পৰা শান্তিসেনা বাহিনীৰ সদস্য হৈ প্ৰশিক্ষণ ল'লে আৰু বিভিন্ন আন্দোলনৰ কাৰ্য্যসূচীত যোগ দিছিল। অৱশ্যে পুলিচৰ হাতত ধৰা নপৰিল।

# পাটগিৰি তাৰাসিং

বেকেলীৰ তাৰাসিঙে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে প্ৰচাৰ কাৰ্য্য চলাই থাকোতে পুলিচী নিৰ্য্যাতনত আঘাতপ্ৰাপ্ত হৈছিল।

## পাটগিৰি ৰমেশ

শুৱালকুছিৰ উত্তম পাটগিৰিৰ পুত্ৰ ৰমেশে ১৯৪২ চনৰ গণ আন্দোলনত শান্তি সেনা বাহিনীত যোগ দি সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰি পুলিচৰ মাৰপিট খাব লগা হৈছিল।

## পাটগিৰি কামেশ্বৰ

১৯৩০-৩১ চনৰ আইন-অমান্য আন্দোলনত স্বেচ্ছাসেৱক বাহিনীৰ প্ৰশিক্ষণ লৈ কামেশ্বৰে উজান বজাৰত থকা মদৰ দোকানত ২৯-৯-৩০ তাৰিখে আৰু ২-১০-৩০ তাৰিখে পিকেটিং কৰাৰ বাবে বাকীসকলৰ লগতে পাটগিৰিক পুলিচে গ্ৰেপ্তাৰ কৰি দিনটো থানাত আৱদ্ধ কৰি গধূলা এৰি দিয়ে।

## পাটোৱাৰী পুৱাৰাম

বকো অঞ্চলৰ তাটিপাৰা গাৱঁৰ পুৱাৰাম পাটোৱাৰীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক বাহিনীত যোগদান দি গাৱেঁ গাৱেঁ খাদী প্ৰচলন, বিলাতী কাপোৰ বৰ্জন, ভাং, কানি আদি বৰ্জনৰ প্ৰচাৰ চলাই থকাৰ পিছত কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচৰ হাতত গ্ৰেপ্তাৰ হৈ মাৰপিট খাই, জে'ল-হাজোতত কেইদিনমান থকাৰ পিছত বিচাৰত আঠ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

## পাটোৱাৰী জয়ৰাম

১৯২১ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলনৰ আহ্বান, নবীনচন্দ্ৰ বৰদলৈ, তৰুণ ফুকন আদিৰ বকোত হোৱা সভাত শুনা বক্তৃতাত উদ্বুদ্ধ হৈ ডেকা জয়ৰামে চৰকাৰী মণ্ডল চাকৰিৰ পৰা পদত্যাগ কৰিলে আৰু দেশ-মাতৃকাৰ মুক্তিৰ দাবীত স্বাধীনতা সংগ্ৰামত নামি পৰিল। অসহযোগৰ কাৰ্য্যসূচী ৰূপায়ণৰ কামত ঘূৰি ফুৰোতে কেইবাবাৰো পুলিচৰ নিৰ্য্যাতন ভোগ কৰিব লগা হ'ল।

## পাটোৱাৰী মহোৰাম

শিংৰাৰ মহোৰামেও ১৯২১ চনৰ অসহযোগ আন্দোলনৰ কাৰ্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত ৰাখে। কিছুদিন বিচাৰাধীন বন্দী হিচাপে থকাৰ পিছত বিচাৰত খালাচ পালে।

# পাটোৱাৰী গগনচন্দ্ৰ

গুৱাহাটী ৰিহাবাৰীৰ গগনচন্দ্ৰ পাটোৱাৰীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত প্ৰবেশিকা পৰীক্ষা দিয়া কাম বন্ধ কৰি, দেশপ্ৰেমত মতলীয়া হৈ আন্দোলনত জঁপিয়াই পৰিল। আন কেইজনমান সহকৰ্মীৰ লগত পাণবজাৰৰ এটা গুপ্ত স্থানত লিথ্থ মেচিন এটা সংগ্ৰহ কৰি কংগ্ৰেছ নামৰ এখন বুলেটেনিত অসহযোগৰ সকলো কাৰ্য্যসূচী সন্নিৱিষ্ট কৰি ৰাইজৰ মাজত প্ৰচাৰ কৰাৰ কামত ব্যস্ত থকাৰ মাজতে পুলিচে অকস্মাতে উক্ত গুপ্তস্থান ঘেৰাও কৰি, কাগজ-পত্ৰ আৰু লিথ্থ মেচিন বাজেয়াপ্ত কৰি পাটোৱাৰীসহ কেইবাজনকো গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত পাটোৱাৰীৰ ৯-মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

ইয়াৰ পিছৰবোৰ আন্দোলনতো গগচন্দ্ৰই সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

# পাটোৱাৰী ধৰ্মকান্ত

প্ৰয়াত ইন্দ্ৰমল পাটোৱাৰীৰ পুত্ৰ ধৰ্মকান্তই বিয়াল্লিশৰ গণ আন্দোলনত অংশগ্ৰহণ কৰি পুলিচৰ মাৰ-কিল খাবলগীয়া হৈছিল। অৱশ্যে জে'লৰ ভাত খাব লগা নহ'ল।

# পাটোৱাৰী দেৱীসিং

শিংৰা অঞ্চলৰ দেৱীসিং পাটোৱাৰীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি গাৱেঁ-ভূঞে প্ৰচাৰ কাৰ্য্য চলাই থাকোঁতে পুলিচৰ হাতত মাৰপিট খাই জে'ল-হাজোতত কিছুদিন থকাৰ পিছত বিচাৰত খালাচ দিলে।

# পাটোৱাৰী সঞ্চিতৰাম

গুৱালকুছিৰ মাটি পৰ্বতৰ স্বৰ্গীয় কানুৰাম পাটোৱাৰীৰ পুত্ৰ সঞ্চিতৰামে কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে ভাৰত-ত্যাগ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰে যদিও বিচাৰত খালাচ পালে।

# পাঠক ডম্বৰুধৰ

**জন্ম ১৭ জুলাই, ১৯২৪ বৰপেটাত**

১৯৪১ চনত কটন কলেজত পঢ়ি থকা সময়ত দ্বিতীয় মহাসমৰৰ ওপৰত কামৰূপ জিলাৰ ডেপুটি কমিছনাৰৰ দ্বাৰা অনুষ্ঠিত প্ৰদৰ্শনীৰ বিৰুদ্ধে হোৱা

প্ৰতিবাদত পুলিচৰ লাঠীচালনাত ৪-১২-৪১ তাৰিখে আঘাতপ্ৰাপ্ত হৈ হাস্পাতালত চিকিৎসাধীন হ'বলগীয়া হয়।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত কলেজীয়া ছাত্ৰ হিচাপে সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

এইগৰাকী স্বাধীনতা সেনানীয়ে পিছত উৰিষ্যা উচ্চ ন্যায়ালয়ৰ প্ৰধান বিচাৰপতি হিচাপে অৱসৰ গ্ৰহণ কৰি ২০০৬ চনৰ ১০ আগষ্ট তাৰিখে গুৱাহাটীৰ ঘৰত ইহলীলা সম্বৰণ কৰে।

## পাঠক গোলোকচন্দ্ৰ

বৰপেটাৰ চেঙা অঞ্চলৰ গোলোকচন্দ্ৰ পাঠকে সৰুৰে পৰা দেশপ্ৰেমত উদ্বুদ্ধ হৈ মাতৃভূমিৰ মুক্তিৰ হকে নিজকে আত্মনিয়োগ কৰিলে। অসহযোগ আন্দোলনত ১৯-১-২২ তাৰিখে গ্ৰেপ্তাৰ হৈ তেওঁ ছয়-মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত গুৱাহাটীত পিকেটিং কৰি ২৬-৮-৩০ তাৰিখে গ্ৰেপ্তাৰ হৈ পাঠকে পাঁচ-মাহ কাৰাবাস খাটিলে। ইয়াৰ পিছত ডুমডুমালৈ গৈ তেওঁ সংগঠনৰ কাম কৰে।

১৯৩৩ চনৰ মাৰ্চ মাহত কলিকতা কংগ্ৰেছলৈ যোৱাৰ পথত পাৰ্বতিপুৰত গ্ৰেপ্তাৰ হৈ তেওঁ এসপ্তাহ দিনাজপুৰ জে'লত অসমৰ প্ৰতিনিধি দলৰ লগত থাকিব লগা হ'ল।

১৯৪১ চনৰ সত্যাগ্ৰহত ৩ মাহ, ১৯৪২ চনত এবাৰ ৬ মাহ আৰু আনবাৰ ১৮ মাহৰ কাৰাদণ্ড ভোগ কৰে।

## পাঠক হৰেশ্বৰ

নগৰবেৰাৰ হৰেশ্বৰ পাঠকে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰাত পুলিচৰ নিৰ্য্যাতন আৰু এমাহৰ কাৰাবাস খাটিছিল।

## পাঠক নৰেশ্বৰ

নগৰবেৰাৰ এইজন ডেকা নৰেশ্বৰে অসহযোগ আন্দোলনত যোগ দিয়াত পুলিচৰ নিৰ্য্যাতন আৰু কিছুদিন জে'ল-হাজোতত বিনা বিচাৰে থাকিব লগা হৈছিল।

# পাঠক ৰামহৰি

চমৰীয়া সত্ৰৰ প্ৰয়াত পূৰ্ণ পাঠকৰ পুত্ৰ ৰামহৰি পাঠকে ভাৰত ত্যাগ আন্দোলনৰ আগৰ পৰাই খাদী প্ৰচলনৰ কাৰণে গাৱেঁ গাৱেঁ কাম কৰি ফুৰিছিল। গণ আন্দোলনত আন্দোলনৰ নেতৃত্বই চিঠি-পত্ৰ আদান-প্ৰদানৰ কামত তেখেতক নিয়োগ কৰিছিল। বে-আইনী বুলেটিনসহ ২২-৪-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু নিৰাপত্তা বন্দী হিচাপে কাৰাৰুদ্ধ কৰিলে। দহ মাহৰ মূৰত জে'লৰ পৰা মুক্তি দি ২৬-২-৪৪ তাৰিখৰ পৰা গৃহবন্দী কৰি কিছুদিন ৰাখিলে।

# পণ্ডিত মণিকাম

১৯২১ চনৰ অসহযোগ আন্দোলনত গাৱেঁ গাৱেঁ খাজানা বন্ধৰ প্ৰচাৰ চলাই থাকোতে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। কিছুদিন জে'লত থকাৰ পিছত বিচাৰত মুক্তি লাভ কৰিলে।

# পণ্ডিত গান্ধা

চমৰীয়া সত্ৰৰ গান্ধা পণ্ডিতে অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে গাৱেঁ গাৱেঁ প্ৰচাৰ কাৰ্য্য চলাই থাকোতে পুলিচে গ্ৰেপ্তাৰ কৰি নিৰ্য্যাতন চলালে।

# পাল সমৰেন্দ্ৰকুমাৰ

গুৱাহাটী লাখটকীয়াৰ স্বৰ্গীয় নৰেন্দ্ৰ কিশোৰ পালৰ পুত্ৰ সমৰেন্দ্ৰ ১৯৩১ চনৰ ডিচেম্বৰ মাহত ষ্টিভেন্স নামৰ চাহাব এজনৰ হত্যাৰ অপৰাধত কলিকতাত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত ৰখাৰ পিছত প্ৰথমবাৰ খালাচ পালে যদিও পিছৰ বাৰ গ্ৰেপ্তাৰ কৰি বেংগল ক্ৰিমিনেল প্ৰচিডিং এক্টৰ অধীনত ২২-১-৩২ তাৰিখৰ পৰা ২৪-৫-৩৬ লৈ চাৰি বছৰ চাৰি মাহ কাল জে'লত বন্দী কৰি ৰাখিলে।

# পাল মনীন্দ্ৰচন্দ্ৰ

গুৱাহাটীৰ মনীন্দ্ৰ চন্দ্ৰ পালে ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত কলিকতাৰ বিপ্লৱী দল, অনুশীলন সমিতিৰ লগত সম্পৰ্ক থকাৰ বাবদ পুলিচে গ্ৰেপ্তাৰ কৰি বেংগল ক্ৰিমিনেল প্ৰচিডিং এক্টৰ অধীনত কলিকতাত প্ৰায় আঠ বছৰ কাল কাৰাৰুদ্ধ হৈ থাকিবলগীয়া হৈছিল।

## পাইট দীনেশচন্দ্ৰ

গুৱাহাটীৰ পশ্চিম গোটানগৰৰ দীনেশ চন্দ্ৰ পাইটে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত ১৪৪ ধাৰা ভংগ কৰাৰ অপৰাধত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা, অনাদায়ে ডেৰমাহৰ কাৰাদণ্ড ভোগ কৰিলে। ১৯৩১ চনত পিকেটিং কৰা অপৰাধত এবছৰৰ কাৰাদণ্ড বিহিলে যদিও গান্ধী-আৰউইন চুক্তি মতে ডেৰ মাহৰ পিছতে মুক্তি লাভ কৰিলে। এইজন সক্ৰিয় কৰ্মী আকৌ ১৯৩২ চনত গ্ৰেপ্তাৰ হৈ বিচাৰত ছয় মাহ কাৰাদণ্ড আৰু এশ টকা জৰিমনাৰ সলনি ডেৰ মাহ, মুঠ চাৰে সাত মাহ, আকৌ কাৰাবাস খাটিলে।

## পাল চৌধুৰী শ্ৰীমতী সুধাঙ্গিনী

গুৱাহাটী লাচিত নগৰৰ অপূৰ্ব পাল চৌধুৰীৰ পত্নী সুধাঙ্গিনী পাল চৌধুৰীয়ে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱিকাৰ দল এটা গঠন কৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত লিপ্ত হৈ পৰিছিল। অৱশ্যে পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ব লগা নহ'ল।

---

*যে ভাবে পৰম-এক আনন্দে উৎসুক*
*আপনাৰে দুই কৰি লভিছেন সুখ*
*দুয়েৰ মিলন-ঘাতে বিচিত্ৰ বেদনা*
*নিত্য বৰ্ণ, গন্ধ, গীত কৰিছে ৰচনা।*

—কবিগুৰু ৰবীন্দ্ৰনাথ

*জগতে আনন্দ যজ্ঞে আমাৰ নিমন্ত্ৰণ*
*ধন্য হ'ল, ধন্য হ'ল মানৱ-জীৱন*

—কবিগুৰু ৰবীন্দ্ৰনাথ

---

# ফুকন তৰুণৰাম



**পিতৃ ঃ বলৰাম ফুকন,**
**জন্মস্থান ঃ উত্তৰ গুৱাহাটী,**
**জন্মৰ তাৰিখ ঃ ১৮৭৭ চন**

বিলাতত বাৰিষ্টাৰী পাছ কৰি গুৱাহাটীত ওকালতি আৰু আৰ্ল ল কলেজত অধ্যাপনা কৰি থকাৰ সময়তে ১৯২১ চনত গান্ধীজী অসম ভ্ৰমণত আহি ফুকনৰ ঘৰতে আলহী হ'ল। ফুকনে তেতিয়াই ওকালতি ত্যাগ কৰি গান্ধীজীৰ ইচ্ছা অনুসৰি তেওঁৰ চোতালতে বিদেশী বস্ত্ৰ ৰাজহুৱাভাৱে অগ্নিত দাহ কৰে।

গান্ধীজীৰ লগত ফুকনে ভ্ৰমণ কৰি গান্ধীজীৰ বক্তৃতা অসমীয়ালৈ লগে লগে ভাঙনি কৰি ৰাইজক বুজাই দিছিল আৰু তেতিয়াই ফুকনৰ বাগ্মিতাই অগণন ৰাইজক মোহাচ্ছন্ন কৰিছিল।

গুৱাহাটী পৌৰসভাৰ চেয়াৰমেন হিচাপে ফুকনে চৰকাৰবিৰোধী কাৰ্য্যকলাপ চলোৱাত ২৯-১২-২১ তাৰিখে গ্ৰেপ্তাৰ কৰি চিলেট জে'ললৈ এবছৰৰ কাৰাদণ্ডেৰে বদলি কৰিলে আৰু পিছত ২৪-১২-২২ তাৰিখে জে'লৰ পৰা মুক্ত হ'ল। পিছৰ বছৰত ফুকন ডাঙৰীয়া কেন্দ্ৰীয় লেজিচলেটিভ সভালৈ নিৰ্বাচিত হয়; কিন্তু কংগ্ৰেছৰ নিৰ্দেশত ১৯২৫ চনত স্বৰাজিষ্ট হিচাপে পদত্যাগ কৰে।

১৯২৬ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশন গুৱাহাটীত অনুষ্ঠিত হয়। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তৰুণৰাম ফুকন আৰু সম্পাদক নবীন চন্দ্ৰ বৰদলৈ। অধিৱেশনৰ খৰচ অভ্যৰ্থনা সমতিয়ে বহন কৰিব নোৱাৰাত দুয়োজনে নিজৰ সা-সম্পত্তি বিক্ৰী কৰি ঋণমুক্ত হ'ব লগা হৈছিল। কিন্তু এইজন জনপ্ৰিয় নেতাই ১৯৩৪ চনত নেশ্যনেলিষ্ট পাৰ্টিৰ প্ৰাৰ্থী হিচাপে কংগ্ৰেছৰ হাতত পৰাস্ত হৈছিল।

বহুতো বাধা-বিঘিনি অতিক্ৰম কৰি ১৯৩৮ চনৰ ২০ ছেপ্টেম্বৰত অসমত কংগ্ৰেছ দলৰ নেতা গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত প্ৰথম সংযুক্ত চৰকাৰ গঠনত তৰুণৰাম ফুকনে আঁৰ-কাপোৰৰ পিছৰ পৰা অশেষ চেষ্টা চলাইছিল।

২৬ জুলাই (১৯৩৯) তাৰিখে তৰুণৰাম ফুকনে ইহলীলা সম্বৰণ কৰে।

# ফুকন মহেন্দ্রনাথ (ডেকা)

১৯২১ চনত অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি দি মহেন্দ্ৰনাথ ডেকা ফুকনে কলিকতাৰ কলেজীয়া শিক্ষা ত্যাগ কৰি অসম পালেহি। এই সময়তে গান্ধীজী অসম ভ্ৰমণলৈ আহি তৰুণৰাম ফুকনৰ ঘৰত থাকি ১৮-৮-২১ তাৰিখে তেখেতৰ ঘৰৰ বাকৰিত অনুষ্ঠিত কৰা বিলাতী কাপোৰৰ অগ্নি-দাহত মহেন্দ্ৰনাথে সক্ৰিয় অংশগ্ৰহণ কৰিছিল আৰু ইয়াৰ পিছত বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰাৰ অপৰাধত তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ প্ৰেৰণ কৰিলে। বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

জে'লৰ পৰা ওলোৱাৰ কিছু বছৰৰ পিছত ডেকা ফুকনৰ কংগ্ৰেছৰ নীতি-আদৰ্শৰ প্ৰতি মোহভংগ হ'ল আৰু জাতীয়তাবাদী শিবিৰৰ ফালে ধাবমান হ'ল। অসমৰ স্বকীয়তা ৰক্ষাৰ উদ্দেশ্যেৰে এহাতে কলম, আনহাতে হেংদান লৈ অসমৰ স্কুলে-কলেজে ওজস্বী বক্তৃতা দি শেষ বয়সলৈ অঘৰী জীৱন-যাপন কৰি কৰুণভাৱে মৃত্যু-মুখত পৰিল।

# ফুকন গজেন্দ্ৰনাথ

**জন্ম ঃ ১৯১৮ চনৰ ১১ নৱেম্বৰ**
**জন্মস্থান ঃ শিৱসাগৰ জিলাৰ দিচাংমুখ (লেপাই)**
**পিতৃ ঃ স্বৰ্গীয় মহেশচন্দ্ৰ ফুকন**
**মাতৃ ঃ খুদেশ্বৰী ফুকননী**
**বৰ্তমানৰ ঠিকনা ঃ ৰাধাগোবিন্দ বৰুৱা পথ গুৱাহাটী**

১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিয়া মাতৃ খুদেশ্বৰী ফুকননীৰ আদৰ্শ শিৰোগত কৰি গজেন ফুকনে সৰুৰে পৰা দেশপ্ৰেমত উদ্বুদ্ধ হয় আৰু ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত কলেজীয়া ছাত্ৰ হিচাপে সক্ৰিয় অংশগ্ৰহণ কৰে। ১৪৪ ধাৰা অমান্য কৰি এটা দীঘলীয়া শোভাযাত্ৰাৰ নেতৃত্ব দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰে আৰু ৬-১০-৪২ তাৰিখে কৰা বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়ে। শিৱসাগৰ জে'লত কিছুদিন থকাৰ পিছত ৪-১১-৪২ তাৰিখে তেজপুৰ জে'ললৈ বদলি কৰে আৰু ম্যাদৰ পিছত মুক্তি লাভ কৰে।

এটা শিক্ষাবৰ্ষ নষ্ট হোৱাৰ পিছত উচ্চ শিক্ষা গ্ৰহণ কৰি গুৱাহাটীত স্থায়ীভাৱে বসতি কৰি শিক্ষানুষ্ঠান স্থাপন, লাইব্ৰেৰী স্থাপন, গান্ধী বিচাৰ ধাৰাৰ প্ৰচাৰ, খাদী প্ৰচলন আদি গঠনমূলক কামত আত্মনিয়োগ কৰে।

এইজন মুক্তি-যোদ্ধাই তিনিটা বছৰ কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলনৰ সভাপতিৰ আসনো অলংকৃত কৰিছিল।

গজেন ফুকনে ১৯৯৩ চনৰ ১১ নৱেম্বৰত গুৱাহাটীৰ নিজা ঘৰত মৃত্যুবৰণ কৰে।

## ফুকননী ঘনকান্তি



জন্ম ঃ শিৱসাগৰ নগৰত ১৯২৫ চনৰ অক্টোবৰ মাহত

পিতৃ ঃ স্বৰ্গীয় গোপালচন্দ্ৰ বেজবৰুৱা

মাতৃ ঃ স্বৰ্গীয়া সৰ্বেশ্বৰ বেজবৰুৱানী

বৰ্তমানৰ ঠিকনা ঃ ৰাধাগোবিন্দ বৰুৱা পথ, গুৱাহাটী

১৯৪২ চনত প্ৰৱেশিকা পৰীক্ষা দিয়াৰ পিছতে বিমলাপ্ৰসাদ চলিহাই প্ৰতিষ্ঠা কৰা খাদী কেন্দ্ৰত লগৰ কেইজনীমান ছোৱালীসহ সূতা-কটা কামত ব্ৰতী হয়। কিছুদিনৰ পিছতে ভাৰত-ত্যাগ আন্দোলন আৰম্ভ হ'ল আৰু কেন্দ্ৰটো বন্ধ হ'ল। কৰ্মীসকলে আন্দোলনত যোগ দি সভা-শোভাযাত্ৰা, পিকেটিং আদি কামত ব্যস্ত হৈ পৰিল। ঘনকান্তিক ১৩-১১-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত এশ টকা জৰিমনা, অনাদায়ে তিনি মাহ কাৰাদণ্ডৰ হুকুম হ'ল। তেওঁ জৰিমনা আদায় নিদি তিনি মাহ কাল জে'লতে কটালে। জে'লৰ পৰা ওলোৱাৰ পিছত কিছুদিন পিছত আনজন স্বাধীনতা সংগ্ৰামী গজেন ফুকনৰ লগত বিবাহ-পাশত আবদ্ধ হয়। ঘনকান্তিয়ে অমলপ্ৰভা দাসক লগ পাই কস্তুৰবা আশ্ৰমৰ সেৱিকা আৰু পিছত শিক্ষয়িত্ৰী হিচাপে জনহিতকৰ কামত আত্মনিয়োগ কৰে।

এইগৰাকী দেশপ্ৰেমিকাই ১৯৮১ চনৰ ১৪ এপ্ৰিল তাৰিখে ইহ-সংসাৰ ত্যাগ কৰিলে।

---

*মৃগ মীন মহাসাধু নৰে    মনৰ সন্তোষে তৃণ জলে*
*হিংসা শূন্য হুয়া থাকয় জীৱন ধৰি।*
*তথাপিতো ইটো ত্ৰিতয়ৰ    কৈৱৰ্ত পিশুন ব্যাধসৱ*
*ইটো জগতৰ তিনি অকাৰণ বৈৰী।।*

—মহাপুৰুষ মাধৱদেৱ

---

# ফুকন গোলাপচন্দ্ৰ



**পিতৃ ঃ স্বৰ্গীয় ইন্দ্ৰেশ্বৰ ফুকন**

**জন্মস্থান ঃ যোৰহাট মহকুমাৰ লাহিং মৌজাৰ বাইলুং গাৱঁত**

**জন্মৰ দিন ঃ ১৯২৫ চনৰ এপ্ৰিল মাহ**

জাঁজী হাইস্কুলৰ দশমমান শ্ৰেণীত পঢ়ি থকা গোলাপচন্দ্ৰই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে স্কুলীয়া শিক্ষা বাদ দি আন্দোলনত জঁপিয়াই পৰিল। সভা-শোভাযাত্ৰা, পিকেটিং, হৰতাল আদিৰ বাহিৰেও যুদ্ধ-বিৰোধী অভিযানতো ফুকন লিপ্ত হৈ পৰিল। যোৰহাটৰ বিভিন্ন অঞ্চলত অৱস্থিত সেনাৰ ছাউনিবোৰত খাদ্য সামগ্ৰী যোগানত বাধা প্ৰদান কৰা কাৰ্য্যত গোলাপ ফুকনক পুলিচে গ্ৰেপ্তাৰ কৰি যোৰহাট জে'ললৈ চালান দিলে। ডেপুটি কমিছনাৰৰ নিৰ্দেশ মৰ্মে ফুকনক দুবছৰ সাত মাহ নিৰাপত্তা বন্দী হিচাপে আটক কৰি ১৯৪৪ চনৰ এপ্ৰিল মাহতহে মুক্তি দিলে।

আন্দোলন শাম কটাৰ পিছত গোলাপ ফুকনে শিক্ষা জীৱন পুনৰ আৰম্ভ কৰি স্বাধীনতাৰ পিছত চৰকাৰী চাকৰি কৰে আৰু ১৯৭০ চনত গুৱাহাটীৰ গণেশগুৰিত বসতি স্থাপন কৰে। লগে লগে ফুকন সামাজিক কামতো লিপ্ত হৈ আছে।

# ফুকন বিপিনচন্দ্ৰ

গোৰেশ্বৰৰ বিপিন চন্দ্ৰ ফুকনে বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত চৰকাৰী গ্ৰেজিং চৰ্দাৰৰ চাকৰি ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰিল। প্ৰায় এবছৰ কাল আত্মগোপন কৰি বিভিন্ন কাৰ্য্যত লিপ্ত হৈ থকা অৱস্থাত ৯-৮-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

# ফুকন যোগেন্দ্ৰনাথ

গুৱাহাটী উজানবজাৰৰ স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ পুত্ৰ যোগেন্দ্ৰনাথ ফুকনে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰাৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত এশ টকা জৰিমনা, অনাদায়ে দুমাহৰ কাৰাদণ্ড বিহিলে।

# বৰা লক্ষীধৰ



পিতৃ ঃ স্বৰ্গীয় চন্দ্ৰধৰ বৰা

পাণবজাৰ

১৯২১ চনৰ অসহযোগ আন্দোলনত কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে লক্ষ্মীধৰ বৰাই অংশগ্ৰহণ কৰে। ১৯৩০ চনত গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক হিচাপে সংগঠন আৰু পিকেটিঙৰ কামত ব্যস্ত থাকে। ১০-৩-৩২ তাৰিখে জালিয়াৱালাবাগ দিৱস পালনত আৰু ৩৫-জনৰ লগত দিনটোৰ কাৰণে পুলিচ থানাত আৱদ্ধ কৰি ৰাখিলে; পুনৰ ২৫-৪-৩২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত তিনি মাহৰ কাৰাদণ্ড আৰু এশ টকা জৰিমনা বিহে। জৰিমনাৰ টকা নিদিয়াত তেওঁৰ ঘৰ ক্ৰোক কৰে। ৬-৮-৩২ তাৰিখে তেজপুৰ জে'লৰ পৰা তেওঁ মুক্তি লাভ কৰিলে।

১৯৩৩ চনত কলিকতা কংগ্ৰেছলৈ যোৱাৰ পথত পাৰ্বতিপুৰ ষ্টেচনত আন কেইবাজনো কৰ্মীৰ সৈতে পুলিচে গ্ৰেপ্তাৰ কৰি বৰাদেৱক সাত দিন দিনাজপুৰ জে'লত বন্দী কৰি থয়।

১৯৪১ চনত যুদ্ধবিৰোধী সত্যাগ্ৰহ কৰে যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে। ভাৰত-ত্যাগ আন্দোলন কামৰূপ জিলাত জোৰদাৰ কৰাৰ অপৰাধত বৰাৰ ওপৰত ৱাৰেণ্ট বাহিৰ হয়; কিন্তু পাঁচ-মাহ আত্ম-গোপন কৰি সাংগঠনিক কাম কৰি থাকে। কিন্তু ৩-১-৪৩ তাৰিখে পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল আৰু নিৰাপত্তা বন্দী হিচাপে ২৫-২-৪৪ তাৰিখলৈকে চিলেট আৰু যোৰহাট জে'লত কাৰাৰুদ্ধ হৈ থাকে। জে'লৰ পৰা মুক্তি লাভ কৰাৰ পিছতে গৃহ বন্দী কৰি ১৮-১২-৪৪ তাৰিখলৈকে ৰাখিলে।

এইজন দেশপ্ৰেমিকে কামৰূপ জিলাৰ আন্দোলনৰ সবিশেষ 'মোৰ জীৱন সোঁৱৰণ' গ্ৰন্থত লিপিবদ্ধ কৰি থৈ গৈছে। এখেতৰ নেতৃত্বতে স্বাধীনতাৰ বহুদিনৰ পিছত অসম চৰকাৰৰ এখন কমিটিয়ে সদৌ অসম ১৫০০০ বো অধিক মুক্তিযোদ্ধা, ২৯-গৰাকী শ্বহীদ, ৪৭-গৰাকী পুলিচৰ গুলীত আহত লোকৰ তালিকা প্ৰস্তুত কৰি উলিয়াই থৈ গৈছে।

# বৰা নিবাৰণ

ডিব্ৰুগড়ৰ আমোলাপট্টিত ১৯২১ চনৰ ২৬ এপ্ৰিলত জন্মগ্ৰহণ কৰা নিবাৰণ বৰাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ সময়ত কটন কলেজৰ ছাত্ৰ আছিল। আন্দোলন আৰম্ভৰ লগে লগে নিবাৰণ বৰাই কলেজ ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰিল। স্বাধীনতা সংগ্ৰামৰ নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ পিছত আৰু পুলিচী নিৰ্য্যাতন বৃদ্ধি হোৱাৰ পৰিপ্ৰেক্ষিতত এছাম কৰ্মীয়ে গুপ্ত আন্দোলনৰ পথ বাছি ল'লে আৰু ব্ৰিটিছৰ সেনাৰ শিবিৰ ধ্বংস কৰা, ৰে'ল বগৰোৱা, চৰকাৰী কাৰ্য্যালয় জ্বলোৱা আদি কূটাঘাতমূলক কামত লিপ্ত হ'ল।

নিবাৰণ-বৰায়ো তেওঁৰ সহকৰ্মী ৰামমোহন দাসক লগত লৈ পাণ্ডুৰ সেনা শিবিৰ এটা জ্বলাই দিলে। চোৰাংচোৱাই গম পাই তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচক খবৰ দিলে। বৰাৰ ওপৰত ৱাৰেণ্ট হোৱা গম পাই বৰাই আত্ম-গোপন কৰি ডিব্ৰুগড়লৈ গ'ল আৰু তাতো বিভিন্ন কাৰ্য্যত লিপ্ত হ'ল; কিন্তু পুলিচে ধৰিব নোৱাৰিলে।

পৰৱৰ্তী কালত নিবাৰণ বৰাই সমাজবাদী আন্দোলনত জড়িত হ'ল আৰু লগে লগে শ্ৰমিক আন্দোলনৰ হোতা হৈ পৰিল। আজীৱন সংগ্ৰামী নিবাৰণ বৰা আছিল প্ৰখৰ বুদ্ধিমত্তা, চিন্তা-নায়ক, বিশিষ্ট লেখক, প্ৰচুৰ স্মৃতি-শক্তিৰ গৰাকী, ওজস্বী বক্তা, কেইবাটাও ভাষাজ্ঞানী ব্যক্তি আৰু দুৰ্দান্ত সাহসী।

এইজনা সংগ্ৰামীয়ে ২০০৫ চনৰ ৬ জানুৱাৰী তাৰিখে গুৱাহাটীৰ পুত্ৰৰ ঘৰত থাকিয়েই চিৰদিনলৈ চকু মুদিলে।

# বৰা বিমানচন্দ্ৰ

**পিতৃ : কমলাকান্ত বৰা**

**জন্মস্থান : শোণিতপুৰ জিলাৰ চতিয়া অঞ্চলৰ কাকতিগাওঁ**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ আগে আগে বিমান বৰাই বিশ্ববিদ্যালয়ৰ শিক্ষা সাং কৰি চতিয়া অঞ্চলত কংগ্ৰেছৰ সংগঠন, আৰু লগে লগে শান্তি-সেনা শিবিৰ প্ৰতিষ্ঠা আদি কামত আত্মনিয়োগ কৰিছিল। ৯ আগষ্টত ভাৰত-ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে ইংৰাজ চৰকাৰৰ শাসন- যন্ত্ৰ বিফল কৰিবলৈ

আন্দোলনকাৰীসকলে বিভিন্ন কাৰ্য্যসূচী গ্ৰহণ কৰিলে। সেই মতে চতিয়া জামুগুৰি আদি অঞ্চলৰ স্বেচ্ছাসেৱকসকলে বিমান বৰাৰ নেতৃত্বত ২০ আগষ্ট তাৰিখে বিদেশী চৰকাৰৰ প্ৰতিভূস্বৰূপ চতিয়া থানা দখল কৰিবলৈ সদলবলে হাতত কেৱল ত্ৰিৰংগ পতাকা লৈ আগবাঢ়ি গ'ল।

থানাৰ প্ৰাংগনত বিমান বৰাই স্বৰাজৰ পতাকা উত্তোলন কৰি চতিয়াৰ স্বাধীনতা ঘোষণা কৰিলে। আকস্মিক ঘটনাত পুলিচ বাহিনী কিংকৰ্তবিমূঢ় হৈ ৰ'ল। পিছত জনতা ঘৰাঘৰি গ'ল।

২৩ আগষ্ট তাৰিখে চতিয়া পুলিচে বিমান বৰা প্ৰমুখ্যে নেতা-কৰ্মীসকলক গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। দুমাহ দহ দিন জে'লত থকাৰ পিছত ৩-১১-৪২ তাৰিখে বিশেষ আদালতে ভাৰত প্ৰতিৰক্ষা অধিনিয়মৰ ৩৮(৫) ধাৰাত বিমান বৰাক পোন্ধৰ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

স্বাধীনতাৰ পিছত বৰাই প্ৰশাসনীয় বিষয়াৰূপে অসমৰ বিভিন্ন বিভাগত সেৱা আগবঢ়ালে আৰু গুৱাহাটীৰ চানমাৰিত নিগাজীকৈ বসবাস আৰম্ভ কৰিলে।

## বৰদলৈ কৰ্মবীৰ নবীনচন্দ্ৰ



অসম এছোচিয়েচনৰ সম্পাদক হিচাপে নাগপুৰ কংগ্ৰেছত যোগদান দি আহি অসমত কংগ্ৰেছ কমিটি গঠন কৰে। ১৯২১ চনৰ অসহযোগ আন্দোলনত ওকালতি ত্যাগ কৰি তেওঁ যোগদান দিয়ে আৰু প্ৰাদেশিক সম্পাদক হিচাপে অসমত কংগ্ৰেছৰ সংগঠন শক্তিশালী কৰে। ২৮-১২-২১ চনত বৰদলৈক গ্ৰেপ্তাৰ কৰি চৰকাৰে ১৮ মাহৰ কাৰাদণ্ড বিহে। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত অভ্যৰ্থনা সমিতিৰ সম্পাদক হিচাপে সভাপতি তৰুণৰাম ফুকনৰ লগত বৰদলৈও ঋণগ্ৰস্ত হয়।

১৯৩০-৩১ চনৰ আইন-অমান্য আন্দোলনত তেওঁৰ বাৰীতে শিবিৰ পাতি কেইবাটাও স্বেচ্ছাসেৱক দলক আশ্ৰয় দিয়ে আৰু তেওঁলোকক পিকেটিং কৰিবলৈ নেতৃত্ব দিয়ে। ১৩-৪-৩২ তাৰিখে গুৱাহাটীত জালিৱানাবাগ দিৱস পালন কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক দুদিনৰ পিছত মুক্তি দিয়ে। কিন্তু আইন অমান্য কৰি ২৪-৩-৩২ তাৰিখে গুৱাহাটীত জাতীয় পতাকা উত্তোলন কৰাব অপৰাধত তিনি মাহৰ কাৰাদণ্ড আৰু এশ টকা জৰিমনা, অনাদায়ে আৰু এমাহৰ কাৰাদণ্ড ভোগ কৰি চিলেট জে'লত থাকিব লগা হয়।

১৯৩৪ চনত বৰদলৈ ডাণ্ডৰীয়াই অসমৰ পৰা কেন্দ্ৰীয় লেজিচলেটিভ এছেম্বলিলৈ নিৰ্বাচিত হৈ যায়। কিছু বছৰ গুৱাহাটী লোকেল ব'ৰ্ডৰ চেয়াৰমেন হৈও থাকে। ৰাইজে তেওঁক 'কৰ্মবীৰ' উপাধি প্ৰদান কৰে।

১২-২-৩৬ তাৰিখে নবীনচন্দ্ৰ বৰদলৈয়ে ইহলীলা সম্বৰণ কৰিলে।

## বৰদলৈ গোপীনাথ

**পিতৃৰ নাম ঃ স্বৰ্গীয় ডাঃ বুদ্ধিশ্বৰ বৰদলৈ**

**জন্মৰ তাৰিখ ঃ ১৮৯০ চনৰ ৬ জুন**

১৯২১ চনৰ অসহযোগ আন্দোলনত গোপীনাথ বৰদলৈয়ে ওকালতি ত্যাগ কৰি জিলা কংগ্ৰেছৰ সম্পাদকৰ দায়িত্ব লৈ অসহযোগৰ প্ৰচাৰত আত্মনিয়োগ কৰিলে। প্ৰথমবাৰৰ বাবে ১১-১-২২ তাৰিখে গ্ৰেপ্তাৰ বৰণ কৰি ৮-২-২২ তাৰিখে জে'লৰ পৰা মুক্তি লাভ কৰিলে। পুনৰ ১৭-২-২২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত তেওঁক এবছৰ কাৰাদণ্ড বিহিলে।

১৯৩৬ চনৰ নিৰ্বাচনত বিধানসভালৈ নিৰ্বাচিত হৈ, বহু বাধা-বিঘিনি অতিক্ৰম কৰি অসমৰ প্ৰধান মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিলে; কিন্তু দ্বিতীয় মহাসমৰৰ পৰিপ্ৰেক্ষিতত ১৯৩৯ চনৰ নবেম্বৰত মন্ত্ৰীসভাই পদত্যাগ কৰিলে।

ইয়াৰ পিছতে একক সত্যাগ্ৰহত বৰদলৈয়ে গুৱাহাটীত ১১-১২-৪০ তাৰিখে সত্যাগ্ৰহ কৰি এবছৰৰ কাৰাবাস খাটিলে। ১৯৪২ চনৰ আগষ্টত বোম্বে কংগ্ৰেছত যোগ দি অসমলৈ সিদ্ধি নাথ শৰ্মাৰ লগত ৰে'লত ঘূৰি আহোতে ১০ আগষ্ট তাৰিখে ফকিৰাগ্ৰাম ষ্টেচনত গ্ৰেপ্তাৰ কৰি প্ৰথমে গুৱাহাটীত আৰু পিছত যোৰহাট জে'লত নিৰাপত্তা বন্দী কৰি ৰাখিলে। স্বাস্থ্যজনিত কাৰণত ২২-১-৪৪ তাৰিখে বৰদলৈক মুক্তি দিলে।

১৯৪৬ চনৰ নিৰ্বাচনত বৰদলৈৰ নেতৃত্বত অসমত কংগ্ৰেছী চৰকাৰ গঠন হ'ল। লগে লগে কেবিনেট মিছনৰ দ্বাৰা গ্ৰুপিঙৰ সমস্যাৰ সৃষ্টি হ'ল। কেন্দ্ৰীয় চৰকাৰ তথা কংগ্ৰেছ হাইকমাণ্ডৰ বিৰুদ্ধে গান্ধীজীৰ আশীৰ্বাদত আৰু বৰদলৈৰ বলিষ্ঠ নেতৃত্বত যেনিবা অসম গ্ৰুপিঙৰ পৰা ৰক্ষা পৰিল।

স্বাধীনতাৰ পিছত কেৱল আঢ়ৈ বছৰ গাদীত থাকি অসম নিৰ্মাণত ব্ৰতী হোৱা এইগৰাকী দেশপ্ৰেমিকৰ ১৯৫০ চনৰ ৫ আগষ্ট তাৰিখে মহাপ্ৰয়ান ঘটিল।

## বৰা ৰুদ্ৰ



ডিব্ৰুগড়ৰ স্বাধীনতা সংগ্ৰামী স্বৰ্গীয় দাসীৰাম বৰাৰ পুত্ৰ ৰুদ্ৰ বৰাৰ জন্ম ১৯২৫ চনত। ডিব্ৰুগড়ৰ স্কুলীয়া ছাত্ৰ ৰুদ্ৰ বৰাই পিতৃৰ আদৰ্শকে সাৰোগত কৰি ১৯৪২ চনৰ গণ আন্দোলনত স্কুল বৰ্জন কৰি জড়িত হৈ পৰিল। পুলিচৰ চকুত ধূলি মাৰি আন্দোলনৰ কাম কৰি গ'ল। পিছত পুলিচে এদিন গ্ৰেপ্তাৰ কৰি ডেপুটি কমিছনাৰৰ-নিৰ্দেশ মৰ্মে এবছৰৰ অধিক কাল ডিব্ৰুগড়ৰ ঘৰত গৃহ বন্দী কৰি ৰাখিলে; ফলত বৰাই দুটা শিক্ষা বছৰ হেৰুৱালে।

পৰৱৰ্তী কালত ৰুদ্ৰ বৰাই শিক্ষা সমাপ্ত কৰি অসম প্ৰশাসনীয় সেৱাৰ চাকৰি কৰি গুৱাহাটীত নিজাববীয়াকৈ বসতি স্থাপন কৰিলে।

## বৰবৰা গোলাপ



**পিতৃ ঃ স্বৰ্গীয় কমল বৰবৰা,**

**জন্ম ঃ ১৯২৫ চনৰ ২৯ আগষ্টত, গোলাঘাটত**

গোলাপ বৰবৰাৰ জন্ম যদিও গোলাঘাটত, তেওঁৰ সৰু কালতে চাকৰি সূত্ৰে দেউতাকে তিনিচুকীয়ালৈ উঠি যোৱাত বৰবৰাই স্কুলীয়া জীৱন তিনিচুকীয়াত আৰম্ভ কৰিছিল। ১৯৩৮-৩৯ চনত ডিগবৈ তেল কোম্পানীত হোৱা শ্ৰমিক ধৰ্মঘট বৰবৰাই সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছিল আৰু শ্ৰমিকৰ শোষণ মুক্তিৰ সপোন তেতিয়াই দেখিছিল; কাৰণ সেই ধৰ্মঘটতে দেউতাকৰ চাকৰি গৈছিল।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলন আৰম্ভ হ'ল। আৰম্ভৰ লগে লগে তিনিচুকীয়াৰ কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰি জে'লত ভৰালে। চেনাইৰাম হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্ৰ গোলাপ বৰবৰাই বন্দে মাতৰম ধ্বনি দি স্কুলৰ ছাত্ৰসকলক স্কুলৰ পৰা উলিয়াই আনি স্বাধীনতাৰ ধ্বনি দি শোভাযাত্ৰা কৰি তিনিচুকীয়া নগৰ উত্তাল কৰি তুলিছিল। শোভাযাত্ৰা ভংগ কৰিবলৈ বৰবৰা প্ৰমুখ্যে নেতৃস্থানীয় ছাত্ৰসকলক পুলিচে গ্ৰেপ্তাৰ কৰি থানাৰ লক-আপত ভৰালে। অৱশ্যে গধূলি থানাৰ পৰা এৰি দিলে।

কিছুদিনৰ পিছত কিছুমান ছাত্ৰ স্কুললৈ উভতি গ'ল যদিও বৰবৰাইঁত আন্দোলনৰ কামত গাঁৱে-ভূঞে সোমাই যুদ্ধবিৰোধী প্ৰচাৰত আৰু আন আন কাৰ্য্যসূচী ৰূপায়ণত ব্ৰতী হ'ল।

স্বাধীনতা সংগ্ৰাম শাম কটাৰ লগে লগে গোলাপ বৰবৰাই ডিগবৈ ঘটনাই তেওঁৰ অন্তৰত সাঁচ বহুওৱা বিষয়টোৰ ওপৰত মনোনিৱেশ কৰি শ্ৰমিক সংগঠনৰ কামত আন্তৰিকতাৰে লাগি পৰিল। মাজতে দুটা বছৰ কলিকতাত থাকি আই এছ চি পৰীক্ষা পাছ কৰি আহি প্ৰথমে ডিব্ৰুগড়-তিনিচুকীয়াতে শ্ৰমিক সংগ্ৰাম আৰম্ভ কৰিলে—নিবাৰণ বৰাৰ লগত। লগে লগে সমাজবাদী আদৰ্শত ঢাল খাই ছ'চিয়েলিষ্ট পাৰ্টি গঠনত আত্মনিয়োগ কৰিলে। পিছলৈ বৰবৰা ছ'চিয়েলিষ্ট পাৰ্টীৰ সৰ্বভাৰতীয় সম্পাদক হৈছিল; অসম শাখাৰ সভাপতি হৈছিল; ৰাজ্যসভাৰো সদস্য হৈছিল। তেওঁ ১৮-মাহ প্ৰথম অ-কংগ্ৰেছী মুখ্যমন্ত্ৰীৰ দায়িত্বও পালন কৰিছে। মূল্যবোধৰ ৰাজনীতি কৰা বৰবৰা অনন্য।

এইজন চিন্তাবিদ, সমাজবাদৰ তাত্বিক, স্বদেশ প্ৰেমিক গোলাপ বৰবৰাই গুৱাহাটীত ভাৰাঘৰতে ২০০৬ চনৰ ১৯ মাৰ্চত ইহলীলা সম্বৰণ কৰিলে।

## বৰঠাকুৰ হিতেশ্বৰ



পিতৃ ঃ সেকণ্ঠ বৰঠাকুৰ

জন্ম ঃ ১৯২৫ চনৰ ৩১ ডিচেম্বৰ

জন্মস্থান ঃ শিৱসাগৰ জিলাৰ জাঁজী অঞ্চলৰ দুলীয়াগাওঁ

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত হিতেশ্বৰ বৰঠাকুৰে স্কুলীয়া শিক্ষা ত্যাগ কৰি স্বাধীনতা সৈনিকসকলৰ শিবিৰ চাৰিং, জাঁজী, আমগুৰি, হাঁহচৰা, টিয়ক আদিৰ পৰা পৰিচালিত গণ-সংগ্ৰামৰ বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল।

১৯৪৩ চনৰ ১৯ জানুৱাৰী তাৰিখে চৰকাৰী নিষ্পেষণৰ মাজতে জিলা কংগ্ৰেছৰ নিৰ্দেশমতে টিয়ক পুলিচ থানা দখল কৰিবলৈ আগবাঢ়ি যোৱা কেইবাশও অহিংস স্বাধীনতা সেনানিৰ আগভাগত আছিল বৰঠাকুৰ। থানাৰ সন্মুখ পোৱাৰ লগে লগে গোৰ্খা ৰেজিমেণ্টৰ সেনাই জনতাৰ ওপৰত জাঁপিয়াই পৰিল আৰু লাঠীৰে মহটিয়াবলৈ ধৰিলে। ফলত বৰঠাকুৰে শৰীৰৰ ন-ঠাইত আঘাত কৰি সংজ্ঞাহীন কৰি যোৰহাট জে'লত নিক্ষেপ কৰিলে। জে'লত ১৯-১-৪৩ তাৰিখৰ পৰা ২৮-৫-৪৩ ত চাৰি মাহ ওপৰ কাল বিনা বিচাৰে কাৰাৰুদ্ধ কৰি ৰাখিলে। জে'লৰ পৰা মুক্তি লাভ কৰাৰ পিছত এবছৰৰ অধিক কাল গৃহবন্দী কৰিও ৰাখিলে। ফলত দুটা সম্পূৰ্ণ শিক্ষা বছৰ হেৰুৱাব লগাত পৰিল।

বৰঠাকুৰে পিছত শিক্ষা-জীৱন সমাপ্ত কৰি অধ্যাপনা কৰি থকাৰ মাজতে গুৱাহাটী কৃষ্ণনগৰত বসতি আৰম্ভ কৰি এফালে সাহিত্য-চৰ্চা আৰু আনফালে বিভিন্ন সামাজিক কামত ব্ৰতী হৈ আছে।

## বৰগোহাঁই কৰ্নেল বেণুধৰ



পিতৃ ঃ স্বৰ্গীয় কমলচন্দ্ৰ বৰগোহাঁই

জন্ম ঃ ১৯২৪ চনৰ ২০ ছেপ্টেম্বৰত শিৱসাগৰৰ দেওপানী গোহাঁই গাৱঁত

১৯৪০ চনত বেণুধৰ বৰগোহাঁই শিৱসাগৰ নামতি হাইস্কুলৰ ছাত্ৰ হিচাপে সেই স্কুলৰে শিক্ষক তথা আৰ চি পি আইৰ নেতা খগেন বৰবৰুৱাৰ আদৰ্শ গ্ৰহণ কৰি বিভিন্ন সামাজিক কামত আত্ম-নিয়োগ কৰে। দ্বিতীয় মহাসমৰ আৰম্ভৰ লগে লগে ব্ৰিটিছ চৰকাৰে যুদ্ধত ভাৰতবাসীয়ে ধনে-জনে সহায় কৰিব লাগে বুলি দাবী জনোৱাৰ প্ৰতিবাদত গান্ধীজী তথা কংগ্ৰেছে জনালে যে আগেয়ে ভাৰতবৰ্ষক শাসনভাৰ হস্তান্তৰ কৰিলেহে ভাৰতে যুদ্ধত সহায় কৰা-নকৰাৰ কথা চিন্তা কৰিব। বিদেশী চৰকাৰে সেই দাবী প্ৰত্যাখ্যান কৰাত গান্ধীজীয়ে একক সত্যাগ্ৰহৰ আঁচনি গ্ৰহণ কৰিলে। ভাৰতবাসীয়ে যুদ্ধবিৰোধী অৱস্থান কৰিলে। ছাত্ৰ-ছাত্ৰীসকলেও হাত উজান দিলে।

বেণুধৰ বৰগোহাঁয়েও ছাত্ৰসকলক লগত লৈ যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত নামি সভা, শোভাযাত্ৰা অনুষ্ঠিত কৰিলে। সত্যাগ্ৰহীসকলৰ ভাষাতে— Not a person, not a pie to this imperialist war বুলি জনমত গঠন কৰিলে।

১৯৪২ চনৰ ৯ আগষ্টত আৰম্ভ হোৱা ভাৰত-ত্যাগ আন্দোলনত বৰগোহাঁয়ে স্কুলীয়া শিক্ষা বৰ্জন কৰি আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিলে। দুবাৰো পুলিচে গ্ৰেপ্তাৰ কৰি থানাত দিনটো ৰাখি এৰি দিছিল। পুলিচৰ ধৰ-পাকৰ আৰু নিৰ্য্যাতন বৃদ্ধি হোৱাত বৰগোহাঁয়ে প্ৰায় ছয় মাহ কাল আত্মগোপন কৰি আন্দোলনৰ কাৰ্যসূচী চলাই নিছিল আৰু সেনা শিবিৰত খাদ্য যোগানত বাধা প্ৰদান কৰিছিল আৰ চি পি আইৰ সদস্য হিচাপে। ১৯৪১ চনত হিটলাৰে ৰাছিয়া আক্ৰমণ কৰাৰ লগে লগে কমিউনিষ্ট পাৰ্টীৰ সদস্যসকলে সাম্ৰাজ্যবাদী যুদ্ধখনক জনযুদ্ধ বুলি অভিহিত কৰি আগষ্ট আন্দোলনক চূড়ান্তভাৱে বিৰোধিতা কৰাৰ পৰিৱৰ্তে কিন্তু বিপ্লৱী কমিউনিষ্টসকলে আন্দোলনত আত্মাহুতি দিছিল।

বৰগোহাঁয়ে এটা শিক্ষা বছৰ হেৰুৱাই পঢ়া-শুনা আৰম্ভ কৰি ডাক্তৰী

পাছ কৰি সেনাবাহিনীৰ স্বাস্থ্য বিষয়া হিচাপে কর্নেল পর্য্যন্ত প্রমোচন পাই, ৩১-বছৰ চাকৰি কৰি অৱসৰ লৈ স্বাস্থ্য সেৱাৰ বাহিৰেও বিভিন্ন জনহিতকৰ কামত এতিয়াও সক্রিয়ভাৱে ব্যস্ত হৈ আছে।

## বৰ্মা কনকচন্দ্ৰ



পিতৃ ঃ স্বৰ্গীয় জাবকুৰাম বৰ্মা

জন্মস্থান ঃ নলবাৰীৰ বৰকুৰাগাওঁ

বর্তমানৰ ঠিকনা ঃ দক্ষিণ শৰণীয়া, গুৱাহাটী

১৯০৮ চনৰ ২৫ জুনত তাৰিখে জন্মগ্রহণ কৰা কনকচন্দ্ৰ বৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুলীয়া শিক্ষা বর্জন কৰি জঁপিয়াই পৰিল। সভা-শোভাযাত্রাত অংশগ্রহণ কৰি গাঁৱে-ভূএে প্রচাৰ চলাই পৰাধীনতাৰ গ্লানিত নিমজ্জিত জনতাক জগাই তুলিবলৈ প্রয়াস কৰিলে। লগে লগে সূতা কটা, খাদী প্রচলন কৰা, মাদক দ্রব্য বর্জন কৰা অস্পৃশ্যতা বর্জন কৰা কামবোৰতো তেওঁ আত্মনিয়োগ কৰিলে।

সেইজন বৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনতো সক্রিয় অংশগ্রহণ কৰি, স্বেচ্ছাসেৱকৰ দল সংগঠন কৰি কানি, ভাং, বিলাতী বস্তুৰ দোকানত পিকেটিং কৰি কেইবাবাৰো পুলিচৰ মাৰ খাই কষ্ট ভোগ কৰিছিল যদিও জে'ললৈ যাব লগা নহ'ল।

কনক বৰ্মাই দেশক স্বাধীন কৰাৰ মহামন্ত্র বুকুত সাৱোগত কৰি ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো দুর্দান্ত প্রতাপে ব্রিটিছৰ বিৰুদ্ধে ৰণ হুংকাৰ দিলে আৰু চৰকাৰক দুর্বল কৰিব পৰা সকলো পন্থাৰে গ্রহণ কৰিলে। সেয়েহে পুলিচে ১৪-৯-৪২ তাৰিখে বৰ্মাক গ্রেপ্তাৰ কৰি জে'ললৈ পঠালে আৰু ১০-১১-৪২ তাৰিখৰ বিচাৰত ছয় মাহৰ সশ্রম কাৰাদণ্ডৰ হুকুম হ'ল। ছয় মাহৰ জে'লৰ ম্যাদ শেষ হোৱাৰ পিছতে নিৰাপত্তা বন্দী হিচাপেও কেইমাহমান জে'লত আবদ্ধ কৰি ৰাখিলে।

পৰৱর্তী কালত বৰ্মাই বিভিন্ন গঠনমূলক কামত ব্রতী হ'ল। লগতে বৰ্মাই 'স্বৰাজৰ বাটত', 'বাস্তৱ বৃতান্ত', 'স্মৃতিচাৰণ' আদি গ্রন্থৰ জৰিয়তে আন্দোলনৰ সবিশেষ লিখি থৈ গৈছে।

# বৰুৱা ত্যাগবীৰ হেমচন্দ্ৰ

**জন্ম ঃ ২৫ এপ্ৰিল, ১৮৯৩**



১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে কলেজীয়া শিক্ষা ত্যাগ কৰি হেমচন্দ্ৰ বৰুৱাই আন্দোলনত জঁপিয়াই পৰে। গুৱাহাটীত শোভাযাত্ৰাৰ নেতৃত্ব দিয়া বাবদ তেওঁ তিনি মাহৰ কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা, অনাদায়ে আৰু দুমাহৰ কাৰাদণ্ড ভোগ কৰে। জে'লৰ পৰা মুক্ত হোৱাৰ কিছুদিন পিছত আকৌ কলেজীয়া শিক্ষা আৰম্ভ কৰি আইনৰ পৰীক্ষা পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰিলে। আকৌ ১৯৩০ চনৰ আইন অমান্য আন্দোলনত ওকালতি ত্যাগ কৰি তেওঁ গুৱাহাটী কংগ্ৰেছৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে। ১৮-৯-৩০ তাৰিখে টিহুত গ্ৰেপ্তাৰ কৰি এমাহ জে'লত বন্দী কৰি ৰাখে। পুনৰ ১৩-৪-৩২ তাৰিখে জালিৱানালাবাগ দিৱস পালনত গ্ৰেপ্তাৰ কৰি এদিন জে'লত ৰাখে। আকৌ ১৯৩১ চনত গ্ৰেপ্তাৰ কৰি এবছৰ ছয়মাহ নগাওঁ জে'লত কাৰাৰুদ্ধ কৰি ৰাখে। প্ৰথমে প্ৰদেশ কংগ্ৰেছৰ সম্পাদক আৰু পিছত সভাপতি হিচাপে সদৌ অসমতে ভ্ৰমণ কৰি কংগ্ৰেছ অনুষ্ঠান আৰু স্বেচ্ছাসেৱক বাহিনী শক্তিশালী কৰি গঢ়ি তোলে। ত্যাগবীৰ বৰুৱাৰ একান্ত সহযোগী আছিল অমিয় কুমাৰ দাস।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত তেওঁ নৰীয়া গাৰে ৰোগ শয্যাত শুই শুই যি কৃতকাৰ্য্যতাৰে অসমত আন্দোলন পৰিচালনা কৰিলে তাৰ তুলনা পৃথিৱীৰ কোনো ৰাজনৈতিক আন্দোলনত পাবলৈ নাই। আন্দোলনৰ স্বাৰ্থত খাটি গান্ধীবাদী হৈও আত্ম-গোপন কৰি গুপ্ত আন্দোলন চলাই থকা সকলোবাৰ নেতা-কৰ্মীৰ লগতে বৰুৱাই সম্পৰ্ক ৰক্ষা কৰি আছিল।

দেশে স্বাধীনতা লাভ কৰাৰ আগতেই ১১ আগষ্ট, ১৯৪৫ চনত বৰুৱাই ইহলীলা সম্বৰণ কৰিলে।

---

***Ask not what the country has done for you; ask what you have done for the country.***

**-John Kennedy**

---

# বৰুৱা হেম

পিতৃ ঃ স্বৰ্গীয় বিনন্দিৰাম বৰুৱা
মাতৃ ঃ স্বৰ্গীয়া পদ্মালোচনী দেৱী
জন্ম ঃ ১৯১৪ চনৰ ২২ এপ্ৰিল

যোৰহাটৰ তৰাজানৰ ঘৰত ডাঙৰ-দীঘল হোৱা হেম বৰুৱা সৰু কালৰ পৰা স্বাধীনচিতীয়া আছিল আৰু সেয়েহে ১৯৩০ চনত তেজপুৰত হাইস্কুলৰ নৱমমান শ্ৰেণীৰ ছাত্ৰ হিচাপে আইন অমান্য আন্দোলনত যোগ দি স্কুলত পিকেটিং কৰাত পুলিচৰ জঘন্য নিৰ্য্যাতন ভোগ কৰিলে। ১৯৪২ চনত জে -বি কলেজত অধ্যাপনা কৰি থকাৰ মাজতে ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি আন্দোলনৰ বুলেটিন আদি লিখি প্ৰচাৰ কৰা সভা-সমিতিত ব্ৰিটিছবিৰোধী উত্তেজনাপূৰ্ণ বক্তৃতা দিয়াৰ অপৰাধত পুলিচে ১০-১০-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰে আৰু বিচাৰত তেওঁক এবছৰৰ কাৰাদণ্ড বিহিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত August Resolution in Assam আৰু বিয়াল্লিশৰ গণ বিপ্লৱ লিখিলে— যি দুখন কিতাপ আগষ্ট বিপ্লৱৰ দলিল-স্বৰূপ। ১৯৪৫ চনত গোপীনাথ বৰদলৈয়ে বৰুৱাক গুৱাহাটীলৈ মাতি আনি বি বৰুৱা কলেজৰ অধ্যক্ষৰ দায়িত্ব দিলে যদিও স্বাধীনতাৰ পিছত কংগ্ৰেছ ত্যাগ কৰি অসমত সমাজবাদী আন্দোলনৰ গুৰি ধৰি মৃত্যু পৰ্য্যন্ত সেই আদৰ্শতে খামুচি ধৰি থাকিল। ১৯৫৭ চনৰ পৰা ১৯৭২ চনলৈ লোকসভাৰ বিৰোধী সদস্য হিচাপে হেম বৰুৱাই লোকসভা কঁপাই আছিল।

এইজনা দেশপ্ৰেমিকে ১৯৭৭ চনৰ ৯ এপ্ৰিল তাৰিখে মাত্ৰ ৬২-বছৰ বয়সতে ইহলীলা সম্বৰণ কৰিলে।

# বৰুৱা ডাঃ ভুবনেশ্বৰ

**জন্ম ঃ গুৱাহাটীত ১৮৯৩ চনৰ ৪ ছেপ্টেম্বৰ তাৰিখে**

১৯২১ চনৰ অসহযোগ আন্দোলনত দেশপ্ৰেমত উদ্বুদ্ধ হৈ চৰকাৰী ডাক্তৰৰ চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি ভুবনেশ্বৰ বৰুৱাই কামৰূপ জিলাত কংগ্ৰেছৰ সংগঠনৰ কামত আত্ম-নিয়োগ কৰিলে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণৰ নেতৃত্বৰ দায়িত্ব ডাঃ বৰুৱাৰ ওপৰত কংগ্ৰেছ কমিটিয়ে অৰ্পণ কৰে। ১৩-৪-৩২ তাৰিখে

গুৱাহাটীত জালিৱানালাবাগ দিৱস পালন কৰাত আন পয়ত্ৰিশ গৰাকীৰে সৈতে দিনটোৰ কাৰণে তেখেতক গ্ৰেপ্তাৰ কৰিলে। আকৌ ২৪-৪-৩২ তাৰিখে কংগ্ৰেছ দিৱস পালন উপলক্ষে পুলিচে গ্ৰেপ্তাৰ কৰি তিনি-মাহ্‌ৰ সশ্ৰম কাৰাদণ্ড আৰু ১০০ টকা জৰিমনা অনাদায়ে আৰু এমাহৰ কাৰাবাস ভোগ কৰি গুৱাহাটী আৰু চিলেট জে'লত কাৰাবাসৰ দিন কটায়।

১৯৩৯ চনত তেখেতে গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে। তাৰ পিছতে ১৯৪১ চনত ২১ ফেব্ৰুৱাৰীৰ পৰা ২৮ ফেব্ৰুৱাৰীলৈ বিভিন্ন ঠাইত সত্যাগ্ৰহ কৰিলে আৰু ২৮ তাৰিখে গ্ৰেপ্তাৰ হৈ ৫০০ টকা জৰিমনা ভৰে।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত সক্ৰিয় অংশ-গ্ৰহণ কৰাৰ বাবে ৮-১০-৪২ তাৰিখে তেখেতক টিহুত পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত চাৰি মাহৰ কাৰাদণ্ড হ'ল।

এইজন স্বাধীনতা সেনানী আৰু ধন্বন্তৰীসদৃশ ডাক্তৰৰ দেহাৱসান ঘটে ১৯৫৬ চনৰ ২৫ ছেপ্তেম্বৰ তাৰিখে।

## বৰুৱা হৰেন্দ্ৰনাথ



**জন্ম : ১৯০৮ চনত গোলাঘাটত**

১৯৩৪ চনতে গুৱাহাটীত 'দৈনিক অসমীয়া' কাকতৰ সহকাৰী সম্পাদক হিচাপে সাংবাদিক জীৱনৰ পাতনি মেলা হৰেন্দ্ৰনাথ বৰুৱাই। ১৯৪১ চনৰ গান্ধীজীৰ সত্যাগ্ৰহ আন্দোলনত অংশগ্ৰহণ কৰাৰ কাৰণে ৩০ মাৰ্চ, ১৯৪১ তাৰিখে গ্ৰেপ্তাৰ কৰি, বিচাৰত বৰুৱাই তিনি সপ্তাহৰ কাৰাদণ্ড ভোগ কৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত গুৱাহাটী জিলা কংগ্ৰেছ কমিটিয়ে কমিটিৰ বিষয়ববীয়াসকলৰ গ্ৰেপ্তাৰ হোৱাৰ পিছত বৰুৱাক জিলা কংগ্ৰেছৰ দায়িত্ব গ্ৰহণ কৰিবলৈ নিৰ্দেশ দি যায়। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ লগত পৰামৰ্শ কৰি আন্দোলন পৰিচালনা কৰি থাকোতেই ১০-১-১৯৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি ১৩-১-১৯৪৪ তাৰিখলৈকে তেজপুৰ কাৰাগাৰত নিৰাপত্তা বন্দী হিচাপে ৰাখিলে আৰু জে'লৰ পৰা খালাচ হোৱাৰ পিছতে গুৱাহাটী পৌৰ-সভাৰ এলেকাৰ ভিতৰত ১৯৪৫ চনলৈকে তেখেতক অন্তৰীণ কৰি ৰাখে।

গ্ৰুপিঙৰ বিৰুদ্ধে বৰুৱাই বাতৰিকাকতত বলিষ্ঠ লেখনিৰে প্ৰবল জনমত সৃষ্টি কৰি গোপীনাথ বৰদলৈৰ হাত শক্তিশালী কৰি তুলিছিল।

গুৱাহাটীত নিগাজীকৈ বসতি কৰি সাংবাদিকতা কৰিয়েই বৰুৱাই ৩১-৮-১৯৮৭ তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

## বৰুৱা লীলাধৰ

১৯৩০ চনত কলেজীয়া শিক্ষা ত্যাগ কৰি গান্ধীজীয়ে সবৰমতী আশ্ৰমৰ পৰা আৰম্ভ কৰা দাণ্ডি যাত্ৰাত অসমৰ পৰা গৈ যোগদান দি অশেষ কষ্ট ভোগ কৰিলে। অসমলৈ ঘূৰি আহি তেখেতে কলেজলৈ আৰু উভতি নগৈ আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে। ১৯৩০-৩১ চনত কেইবাবাৰো গ্ৰেপ্তাৰ হৈ প্ৰথমে চাৰি মাহ, দ্বিতীয় বাৰ এবছৰ আৰু ৫০ টকা জৰিমনা, অনাদায়ে দুমাহ কাৰাদণ্ড ভোগ কৰে। ১৯৩৩ চনত কলিকতা কংগ্ৰেছলৈ যাওঁতে পাৰ্বতিপুৰত পুলিচৰ হাতত গ্ৰেপ্তাৰ হৈ অসমৰ কেইবাজনো প্ৰতিনিধিৰ লগত দিনাজপুৰত জে'লত সাত দিন কটাবলগীয়া হয়।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত আৰম্ভণিতে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী জে'লৰ পৰা নি যোৰহাট জে'লত ২-৩-৪৪ তাৰিখলৈকে আবদ্ধ কৰি ৰাখিলে। আন্দোলনৰ লগে লগে গঠনমূলক কামত, বিশেষকৈ খাদী প্ৰচলনৰ কামত জীৱনৰ বাকীছোৱা কাল আত্মনিয়োগ কৰে।

## বৰুৱা শিৱপ্ৰসাদ

**পিতৃ ঃ প্ৰয়াত কমলচন্দ্ৰ বৰুৱা,**
**মাতৃ ঃ ধনদাদেৱী বৰুৱানী,**
**জন্ম ঃ ১৯১৩ চনৰ ২৭ মে', টীয়কত**

সৰুৰে পৰা এটা বিপ্লৱী জীৱনৰ সৈতে সহবাস কৰা শিৱপ্ৰসাদ বৰুৱাই যোৰহাটৰ হাইস্কুলত পঢ়ি থকা অৱস্থাতে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুল বৰ্জন কৰি স্কুলত পিকেটিং কৰি শিৱসাগৰ জিলাৰ ডেপুটি কমিছনাৰৰ ৰোষত পৰিছিল, চৰকাৰৰ অন্ধ সমৰ্থক এচাম শিক্ষকৰ মাজতো হৈ পৰিছিল শত্ৰুসদৃশ। নিজৰ বিবেক-বিবেচনাৰ ওপৰত থকা দৃঢ়তাৰ বলত শিৱপ্ৰসাদে সকলো বিপদ-বিঘিনি অতিক্ৰম কৰিব পাৰিছিল। কটন কলেজত পঢ়ি থকা দিনতো বৰুৱাই নিজৰ জীৱনৰ ভৱিষ্যতৰ কথা চিন্তা নকৰি অসমীয়াৰ জাতীয় সত্বা ৰক্ষাৰ স্বাৰ্থত অন্যায়ৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰিছিল। সেই একেটা কথাই হৈছিল

কলিকতাৰ স্কটিছ্ চাৰ্চ কলেজ আৰু ৰিপন কলেজত পঢ়ি থকাৰ দিনতো।

বৰুৱাই কলিকতাত পঢ়ি থকাৰ দিনতেই কলিকতাত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছৰ সভাত স্বেচ্ছাসেৱকৰ দায়িত্ব লৈছিল; গান্ধী, নেহৰু, সুভাষ বসু প্ৰমুখ্যে নেতাসকলৰো সান্নিধ্যলৈ আহিছিল। কলিকতীয়া জীৱনতে বৰুৱাই কলেজীয়া শিক্ষাতকৈ ৰাজনীতি, সাহিত্য, সংস্কৃতিসহ ৰাজহুৱা কামতহে বেছিকৈ মনোনিৱেশ কৰিছিল আৰু কেইবাবাৰো পুলিচী নিৰ্য্যাতনো ভোগ কৰিছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সাপেখাতীত শিক্ষকতা কৰাৰ সময়ত, তেওঁৰ ইংৰাজী বিৰোধী কাৰ্য্যকলাপত সন্দেহ কৰি পুলিচে গ্ৰেপ্তাৰ কৰি কেইদিনমান জে'ল-হাজোতত ৰাখিছিল।

অদম্য সাহসী, অফুৰন্ত কৰ্মযোগী শিৱপ্ৰসাদ বৰুৱাই ১৯২২ চনত যোৰহাটত গান্ধীজীক দৰ্শন কৰাৰ পিছৰ পৰা গান্ধীজীৰ আদৰ্শত আজিও অবিচলিত। বিনোৱা, জয়প্ৰকাশৰ আদৰ্শতো অনুপ্ৰাণিত। যোৱা প্ৰায় ৭০-বছৰ বৰুৱাই একেৰাহে সমাজৰ বিভিন্ন কামৰ লগতে সাহিত্য-চৰ্চা আৰু সাংবাদিকতাৰ কামত ব্যস্ত হৈ আছে।

## ডাঃ কীৰ্তিৰাম বৰুৱা

ৰঙিয়া অঞ্চলৰ বালিসত্ৰ গাৱঁত জন্মলাভ কৰা কীৰ্তি বৰুৱাই সৰু কালতে গুৱাহাটীলৈ আহি কটন কলেজিয়েট স্কুলৰ অষ্টম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰ বাহিৰ হোৱাৰ প্ৰতিবাদত স্কুল বৰ্জন কৰি আন্দোলনৰ কামত জড়িত হৈ পৰিল। পিছত কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ কাৰাদণ্ড ভোগ কৰিলে। জে'লৰ পৰা ওলাই আকৌ দ্বিতীয়বাৰ পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰকে দ্বিতীয়বাৰতো তিনি মাহৰ কাৰাদণ্ড বিহিলে।

১৯৩৪ চনত স্বদেশী হাইস্কুল কামৰূপ একাডেমীত শিক্ষা জীৱন আৰম্ভ কৰিলে। সেই বছৰতে দুঃসাহসী বৰুৱাই এদল ছাত্ৰৰ লগত কপিলীৰ প্ৰলয়ংকৰী বানপানীত সেৱা আগবঢ়ালে। প্ৰৱেশিকা পৰীক্ষা দিয়েই বৰুৱাই অকলশৰে খাইবাৰ পাছ অতিক্ৰমী দক্ষিণলৈ ঘূৰি পণ্ডিচেৰী, কন্যাকুমাৰী দৰ্শন কৰি ১৪০০০ মাইল অবিভক্ত ভাৰতবৰ্ষ ভ্ৰমী গুৱাহাটী পাই অসাধ্য সাধন কৰিলে। ইয়াৰ পিছত ঢাকালৈ গৈ ডাক্তৰী পাছ কৰি জন-সেৱাত ব্ৰতী হৈ ১৯৪১ চনৰ সত্যাগ্ৰহ আৰু ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি ভালেমান নিৰ্য্যাতন ভোগ কৰিছিল।

# বৰুৱা পোৱালচন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় মদনচন্দ্ৰ বৰুৱা**

**মাতৃ ঃ ভোগেশ্বৰী বৰুৱা**



**জন্ম ঃ ১৯২৩ চনৰ ১৯ আগষ্ট, চতিয়া অঞ্চলত**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে ছাত্ৰ-যুৱক, কংগ্ৰেছ কৰ্মী, শান্তি সেনা, যুৱতী, মহিলা সকলো ৰণলৈ ওলাল; কাৰণ সচেতন সকলোৰে দৃঢ় ধাৰণা হৈছিল যে এইখনেই স্বাধীনতাৰ শেষ ৰণ আৰু গান্ধীজীয়েও আহ্বান দিছিল— 'Do or die.' ২০ আগষ্টত চতিয়া অঞ্চলৰ এটা বৃহৎ সমদলে হাতত ত্ৰিৰংগ পতাকা লৈ চাৰিওফালৰ পৰা শোভাযাত্ৰা কৰি চতিয়া পুলিচ থানা ঘেৰাও কৰিলেহি। শান্তিপূৰ্ণভাৱে সমদলৰ নায়কে থানাৰ ভিতৰত ত্ৰিৰংগ পতাকা স্থাপন কৰি, ব্ৰিটিছক ভাৰত-ত্যাগৰ হুমকি দি সমদল ওলাই গ'ল। সেই সমদলত অংশ লোৱা ভালেমান কৰ্মীৰ ওপৰত ৱাৰেণ্ট জাৰি কৰি ২৩ আগষ্টৰ পৰা কেইবাজনকো গ্ৰেপ্তাৰ কৰিলে। গোলোক ৰাজবংশীসহ পোৱাল বৰুৱায়ো পুলিচৰ হাতত ধৰা নিদি আন্দোলনৰ স্বাৰ্থত আত্মগোপন কৰিলে।

বৰুৱাক চাৰি মাহৰ পিছত ডিচেম্বৰৰ ৬ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। ভাৰত প্ৰতিৰক্ষা আইনত বিচাৰকে তেওঁক ৯-মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ৯-মাহৰ পিছত মুক্তি দি আকৌ ১২৯ ধাৰাত দুমাহৰ কাৰাদণ্ড বিহিলে।

স্বাধীনতা লাভৰ লগে লগে পোৱাল বৰুৱাই বাঁওপন্থী ৰাজনীতিত অংশগ্ৰহণ কৰি আকৌ কাৰাবাস খাটিলে; নিৰ্য্যাতনো ভুগিলে। পিছত খাদী ব'ৰ্ডত চাকৰি কৰি গুৱাহাটীৰ গান্ধীবস্তিৰ নিগাজি বাসিন্দা হ'ল।

---

*অসতো মা সদগময়।*
*তমসো মা জ্যোতিৰ্গময়।*
*মৃত্যোৰ্মামৃতং গময়।।*

**—বৃহদাৰণ্যক উপনিষদ**

---

# বৰুৱা ৰবীন্দ্ৰনাথ



**জন্ম ঃ ডিব্ৰুগড়ৰ আমোলাপট্টিত**

সৰু কালৰ পৰা স্বাধীনতা আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ সভা-সমিতি, আলোচনা-চক্ৰ আদিত অংশগ্ৰহণ কৰি স্বাধীনতা আমাৰ জন্ম-স্বত্ব, দেশক স্বাধীন কৰিবই লাগিব আদি আদৰ্শ অন্তৰত গঢ়ি উঠিছিল ডিব্ৰুগড়ৰে একৈশ-চনীয়া কংগ্ৰেছ নেতা লক্ষেশ্বৰ বৰুৱাৰ সান্নিধ্যৰ পৰা। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে লক্ষেশ্বৰ বৰুৱা প্ৰমুখ্যে কংগ্ৰেছ নেতাসকল গ্ৰেপ্তাৰ হ'ল। জিলা কংগ্ৰেছৰ কাৰ্য্যালয় জনশূন্য হ'ল। ভুবনচন্দ্ৰ ডেকাৰ তৎপৰতাত ডেকাদলে আন্দোলন চলাই নিয়াৰ দায়িত্ব গ্ৰহণ কৰিলে। তেওঁলোকৰ মাজত ৰবীন বৰুৱাও আছিল এজন।

আন কেইবাজনো ডেকাৰ লগতে ৰবীন বৰুৱায়ো আত্ম-গোপন কৰি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী চলাই নিলে। যুদ্ধবিৰোধী কাৰ্য্যকলাপ চলি থাকিল। ঠায়ে ঠায়ে কূটাঘাতমূলক কামো সংঘটিত হ'ল। কিন্তু ৰবীন বৰুৱাৰ বিৰুদ্ধে পুলিচে গ্ৰেপ্তাৰৰ কোনো সমল বিচাৰি নাপাই ডেপুটি কমিছনাৰৰ দ্বাৰা হুকুম কৰাই ১৯৪২ চনৰ ১৬ নৱেম্বৰৰ পৰা ১৯৪৪ চনৰ ১১ মাৰ্চলৈকে গৃহবন্দী কৰি ৰাখিলে। ফলত তেওঁৰ উচ্চ শিক্ষা লোৱাৰ সুবিধা নহ'ল।

স্বাধীনতাৰ পিছত বৰুৱাই খাদী প্ৰচাৰৰ কামত আত্ম-নিয়োগ কৰিলে। কমলপুৰ খাদী কেন্দ্ৰতো বহুত বছৰ ধৰি সেৱা আগবঢ়াই গুৱাহাটীৰ ভাস্কৰ বিদ্যাপীঠৰ ওচৰত সংস্থাপিত হ'ল। ইয়াতে এইজন দেশকৰ্মীয়ে ১০-১-১৯৯৯ তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

# বৰুৱা অশ্বিনীকান্ত



**পিতৃ ঃ প্ৰয়াত তুলসীকান্ত বৰুৱা,**

**জন্ম ঃ ১৯২১ চনৰ ২০ ডিচেম্বৰ, শিৱসাগৰত**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত অশ্বিনী কুমাৰ বৰুৱা আছিল কটন কলেজৰ বি এ শ্ৰেণীৰ ছাত্ৰ। স্বাধীনতাৰ স্পৃহাত কলেজৰ শিক্ষা বাদ দি শিৱসাগৰলৈ গৈ স্বেচ্ছাসেৱক বাহিনীত যোগ দি গাঁৱে গাঁৱে ঘূৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰিলে। বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত বৰুৱাক পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে আৰু বিচাৰত তেওঁক

তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। আন্দোলন শাম কটাৰ পিছত বৰুৱাই শিক্ষা জীৱন পুনৰ আৰম্ভ কৰি শেষত অসম চৰকাৰৰ অধীনত প্ৰশাসনীয় বিষয়া হিচাপে তেওঁৰ সেৱা আগবঢ়াই থকাৰ মাজতে কেৱল ৫০-বছৰ বয়সতে ১৯৭১ চনৰ ১২ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ চানমাৰিৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

## বৰুৱা শ্ৰীমতী ধনদা



**পিতৃৰ নাম ঃ স্বৰ্গীয় মুক্তিযোদ্ধা চন্দ্ৰশেখৰ দাস বৰুৱা**

**জন্মস্থান ঃ ঢকুৱাখনাৰ কোঁৱৰগাওঁ**

**জন্মৰ তাৰিখ ঃ ১৯২৮ চনৰ জানুৱাৰী মাহ**

ধনদা বৰুৱাৰ ককাক জীউৰাম দাস বৰুৱা, পিতৃ চন্দ্ৰশেখৰ দাস বৰুৱা, মাতৃ অকণীবালা, খুৰাক শৰৎ বৰুৱা— এই আটাইসকল স্বাধীনতা সংগ্ৰামৰ ৰণুৱা আছিল। সেয়েহে তেওঁলোকৰ ঘৰখনেই আন্দোলনকাৰীৰ শিবিৰ হৈ পৰিছিল। বিশেষকৈ বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত।

সেই কাৰণে সৰুৰে পৰা ধনদাৰ অন্তৰতো দেশপ্ৰেম জাগি উঠিছিল আৰু মাক-বাপেক, খুৰাকৰ লগে লগে সভা-সমিতি, শোভাযাত্ৰাত হাতত ত্ৰিৰংগ পতাকা লৈ ঘুৰি ফুৰিছিল। স্কুলীয়া ছাত্ৰী হিচাপে ধনদাক বুলেটিন লিখা, গোপন চিঠি-পত্ৰ আদান-প্ৰদান কৰা কামত লগাই দিছিল আৰু দেশপ্ৰেমত মতলীয়া গাভৰু ধনদাই অতি সন্তৰ্পণে আৰু নিয়াৰিকৈ সেই কামবোৰ কৰিছিল।

দেউতাকে আত্মগোপন কৰি থকা অৱস্থাত পুলিচে ঘনাই ঘৰ ঘেৰাও কৰি খানাতালাচ কৰি, দেউতাকক নাপাই তেওঁলোকক মাৰপিট কৰি গুচি গৈছিল। অৱশ্যে আন্দোলনৰ কাম কৰি কৰিয়েই ধনদাৰ দেউতাক চন্দ্ৰশেখৰ দাস বৰুৱা ৰোগাক্ৰান্ত হৈ আধৰুৱা কাম এৰি সিপুৰীলৈ যাত্ৰা কৰিলে।

মাক-দেউতাকৰ আদৰ্শৰে অনুপ্ৰাণিত ধনদা বৰুৱা গুৱাহাটীলৈ আহি কস্তুৰবা আশ্ৰমৰ সেৱিকা, ভূদান আন্দোলনৰ সৰ্বক্ষণ কৰ্মীৰূপে আৰু সৰ্বোদয় সমাজৰ শিক্ষা ধ্বজাবাহক হিচাপে গঠনমূলক কামতে আজীৱন ব্যস্ত হৈ আছে।

## বৰুৱা অৱনীকান্ত

**উত্তৰ গুৱাহাটী**

১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত অৱনীকান্ত বৰুৱাই সক্ৰিয়ভাবে অংশগ্ৰহণ কৰিছিল। ভাৰতীয় দণ্ডবিধি আইনৰ ৩৮(১)(৯)(৬) ধাৰা মতে ৩০-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ তেওঁক কৰি তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে। মুক্তি যুঁজাৰুৰ স্বীকৃতি স্বৰূপে বৰুৱাই ৰাজ্যিক মুক্তিযুঁজাৰু পেঞ্চন লাভ কৰিছিল। মৃত্যুৰ সময়ত তেওঁ অসম ৰাজ্যিক মুক্তিযুঁজাৰু সন্মিলনৰ সাধাৰণ সম্পাদক হিচাপে কাম কৰি আছিল।

## বৰুৱা ভুবনচন্দ্ৰ

**বিহদিয়া**

১৯৪২ চনৰ 'ভাৰত-ত্যাগ' আন্দোলনত ভুবনচন্দ্ৰ বৰুৱাই সক্ৰিয় অংশগ্ৰহণ কৰিছিল। ২৪-২-৪৩ তাৰিখে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰুৱা ভবানীপ্ৰসাদ

**পিতা ঃ স্বৰ্গীয় লক্ষীপ্ৰসাদ, উজানবজাৰ, গুৱাহাটী**

১৯৩০ চনত কলেজ বৰ্জন কৰি আইন অমান্য আন্দোলনত যোগদান কৰে। বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ১০-৮-৩০ তাৰিখে u/s 4 ord. v. 1930 মতে গ্ৰেপ্তাৰ কৰি তিনি মাহ বিনাশ্ৰম কাৰাদণ্ড বিহে। ৬-৯-৩০ তাৰিখে তেজপুৰ জে'ললৈ বদলি কৰে আৰু ১০-১১-৩০ তাৰিখে মুক্তি দিয়ে।

## বৰুৱা ডাঃ বিশ্বজিত

**পিতৃ ঃ ডাঃ ভুবনেশ্বৰ বৰুৱা, গুৱাহাটী**

স্কুলত পিকেটিং কৰাৰ অপৰাধত ২৩-৯-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি ২৪ ঘণ্টাৰ পিছত তেওঁক মুকলি কৰি দিয়ে।

# বৰুৱা গিৰিজাবালা,

**স্বামী ঃ স্বৰ্গীয় লীলাধৰ বৰুৱা, আমবাৰী, গুৱাহাটী**

১৯৪০ চনত সত্যাগ্ৰহৰ প্ৰতিজ্ঞা পত্ৰত চহী কৰিছিল। কামৰূপৰ বাইহাটা খাদী আশ্ৰমত থাকি বৰুৱাৰ সৈতে খাদী প্ৰচাৰৰ কামত যথেষ্ট অৰিহণা যোগাইছিল।

# বৰুৱা গোপাল নাৰায়ণ

১৯২২ চনত U/S 17 (২) ধাৰা মতে এমাহ সশ্ৰম কাৰাদণ্ড হয়। তেওঁ ১৯৪৫ চনৰ পৰা ছাত্ৰ-কংগ্ৰেছ গঠনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

# বৰুৱা বিপিন চন্দ্ৰ

**গৰল**

১৯২১ চনত স্কুল বৰ্জন কৰি বৰুৱা বিপিন চন্দ্ৰই অসহযোগ আন্দোলনত যোগদান কৰে। পিছত গ্ৰেপ্তাৰ হৈ দুমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

# বৰুৱা মহীধৰ



দৰং জিলাৰ কুৰুৱা গাৱঁৰ এনবিৰ বৰুৱাৰ পুত্ৰ মহীধৰ বৰুৱাই সেনাবাহিনীৰ চাকৰি ত্যাগ কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওঁচৰত হাজিৰ কৰালে। বিচাৰত বৰুৱাক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

ইতিমধ্যে বৰুৱাই উজান বজাৰত নিগাজীকৈ বসবাস কৰিলে আৰু প্ৰতিটো আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি পুলিচী নিৰ্য্যাতনো ভোগ কৰিলে।

অৱশেষে এইগৰাকী স্বাধীনতা সংগ্ৰামীয়ে স্বাধীনতাৰ আগতে অৰ্থাৎ ১৯৪৬ চনৰ নৱেম্বৰ মাহতে পৃথিৱীৰ পৰা বিদায় ল'লে।

# বৰুৱা যোগেন্দ্ৰ

**বিহদিয়া**

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত যোগেন্দ্ৰ বৰুৱাই যোগদান কৰে। কমলপুৰ থানা এলেকাত পুলিচে ৪-৯-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি পিছত মুক্তি দিয়ে।

# বৰুৱা কেশৱচন্দ্ৰ

**হাজো, কামৰূপ**

১৯২১ চনত স্কুল বৰ্জন কৰি কেশৱ চন্দ্ৰই অসহযোগ আন্দোলনত যোগদান কৰে। ৩-১-২২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি আঠ মাহ সশ্ৰম কাৰাদণ্ড বিহে। তাৰ পিছত ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি গাঁৱে-ভূঞে আন্দোলন তথা সংগঠনৰ প্ৰচাৰ কৰা অপৰাধত ১৯-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি বিনা বিচাৰে হাজোতত ৰাখি ১৩-১২-৪২ তাৰিখে মুক্তি দিয়ে।

বৰুৱা হাজো অঞ্চলৰ এজন আগশাৰীৰ নেতা আৰু সমাজকৰ্মী আছিল।

# বৰুৱা কৃষ্ণকান্ত

**পিতা ঃ স্বৰ্গীয় নীলকান্ত বৰুৱা (জেইলাৰ)**

**চান্দমাৰী, গুৱাহাটী**

১৯২১ চনত কলেজ বৰ্জন কৰি তেওঁ অসহযোগ আন্দোলনত যোগদান কৰে। ৭-১২-২২ তাৰিখে তেওঁক পুলিচে 17(2) CLA ধাৰাত গ্ৰেপ্তাৰ কৰি তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা অনাদায়ে আৰু দুমাহ সশ্ৰম কাৰাদণ্ড বিহে। তেওঁক যোৰহাট জে'ললৈ বদলি কৰা হৈছিল আৰু তাৰ পৰাই ৬-৫-২২ তাৰিখে মুক্তি লাভ কৰে।

# বৰুৱা কালীপ্ৰসাদ

**পিতৃ ঃ স্বৰ্গীয় লক্ষ্মীপ্ৰসাদ বৰুৱা**

**উজান বজাৰ, গুৱাহাটী**

১৯২১ চনত গান্ধীজীৰ আহ্বানত ওকালতি ব্যৱসায় ত্যাগ কৰি অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে। তেওঁ অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সহঃ সম্পাদক হিচাপে নিৰ্বাচিত হয়। এটা স্বেচ্ছাসেৱকৰ সমদলৰ নেতৃত্ব দিয়াৰ অপৰাধত ৭-১২-২১ তাৰিখে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰে আৰু ২৯-১২-২১ তাৰিখে বিচাৰ হয়। বিচাৰত কোনো বিবৃতি দিয়া বা আত্মপক্ষ সমৰ্থনৰ (defend) পৰা বিৰত থকাত ছয় মাহ বিনাশ্ৰম কাৰাদণ্ড বিহে। তেওঁক যোৰহাট জে'ললৈ বদলি কৰে আৰু তাৰ পৰা ২-৭-২২ তাৰিখে মুক্তি লাভ কৰে।

## ডাঃ বৰুৱা কনকচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় তিলেশ্বৰ বৰুৱা**

**গুৱাহাটী আৰু ডিব্ৰুগড়**

কটন কলেজ বৰ্জন কৰা ছাত্ৰৰ প্ৰথম দলৰ ছাত্ৰৰ ডাঃ বৰুৱাও এজন আছিল। তেওঁ কামৰূপ আৰু ডিব্ৰুগড়ত আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাইছিল। ৯-২-২২ তাৰিখে ডিব্ৰুগড়ৰ জয়পুৰ থানাৰ পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰে আৰু ডিব্ৰুগড়তে বিচাৰ কৰি তেওঁক ৬০ টকা জৰিমনা অনাদায়ে তিনি মাহ্ কাৰাদণ্ড বিহে। বৰুৱাই ডিব্ৰুগড়তে কাৰাগাৰৰ সময়খিনি কটাইছিল।

## বৰুৱা কৃষ্ণকান্ত

১৯২১ চনত পুলিচৰ চাকৰি ইস্তফা দি অসহযোগ আন্দোলনত যোগদান কৰে।

## বৰুৱা চন্দ্ৰনাথ

**বিহদিয়া**

গোৰেশ্বৰৰ মুক্তাপুৰ অঞ্চলৰ জনপ্ৰিয় নেতা স্বৰ্গীয় মহেন্দ্ৰ নাথ ডেকাক পুলিচৰ হেফাজতৰ পৰা উদ্ধাৰ কৰি আনিবলৈ চেষ্টা কৰা বাবদ চন্দ্ৰনাথ বৰুৱা ছয় মাহ্ সশ্ৰম কাৰাদণ্ড বিহে। পিছত আপত্তি কৰাত ৪-৯-৪২ তাৰিখে উক্ত কাৰাদণ্ডৰ ম্যাদ তিনি মাহলৈ হ্ৰাস কৰে।

## বৰুৱা নগেন্দ্ৰনাথ

**বিহদিয়া**

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত মুক্তাপুৰ অঞ্চলৰ প্ৰবীণ নেতা স্বৰ্গীয় মহেন্দ্ৰনাথ ডেকাক পুলিচ হেফাজতৰ পৰা উদ্ধাৰ কৰিবলৈ যোৱাত গ্ৰেপ্তাৰ হয় আৰু তেওঁক ছয় মাহ্ সশ্ৰম কাৰাদণ্ড বিহে। ৰাইজৰ আপত্তিত উক্ত কাৰাদণ্ডৰ ম্যাদ 147/225/341 ধাৰামতে তিনি মাহ সশ্ৰম কাৰাদণ্ডলৈ হ্ৰাস কৰে।

## বৰুৱা পৰমেশ্বৰ

**পাণবাৰী, গুৱাহাটী**

১৯৪২ চনত ২৩-৯-৪২ তাৰিখে কলেজিয়েট স্কুলত পিকেটিং কৰা অপৰাধত গ্ৰেপ্তাৰ কৰা হয় আৰু পিছত ২৪-৯-৪২ তাৰিখে সৰু ল'ৰা বুলি এৰি দিয়ে।

## বৰুৱা সূৰ্য্যমল্ল

**পিতা ঃ স্বৰ্গীয় ছানাৰাম বৰুৱা, বিহদিয়া**

১৯৪২ চনৰ আন্দোলনত অংশ গ্ৰহণ কৰোতে ২৪-২-৪৩ তাৰিখে গ্ৰেপ্তাৰ হয় আৰু জামিনত ওলাই যায়। আপীলত ২৩-১২-৪৩ তাৰিখে কাৰাদণ্ড হ্ৰাস কৰা হয়। কাৰাবাসত থাকি ১৪-৩-৪৪ তাৰিখে মুক্তি লাভ কৰে।

## বৰুৱা পয়োধৰ

**উত্তৰ গুৱাহাটী, ৰজাদুৱাৰ**

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ অপৰাধত ১৯২২ চনত ভাৰতীয় দণ্ডবিধিৰ ধাৰা 17 (b) C.L.A.-ৰ অধীনত ৯ মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত ভলণ্টিয়াৰ হিচাপে যোগদান কৰি আন্দোলন সক্ৰিয় কৰি ৰখা আৰু ১৯৩০-৩২ চনত ভলণ্টিয়াৰৰ শিবিৰ পৰিচালনা কৰাৰ গধুৰ দায়িত্ব বহন কৰিছিল। তেওঁৰ বিৰুদ্ধে ১৯৩০ চনতেই যদিও গ্ৰেপ্তাৰী পৰোৱানা জাৰি হৈছিল, তেওঁ আত্মগোপন কৰি গ্ৰেপ্তাৰ নোহোৱাকৈ থাকি আন্দোলনৰ প্ৰচাৰৰ কাম পূৰ্ণ গতিৰে চলাই গৈছিল। ইতিমধ্যে গান্ধী আৰউইন চুক্তি স্বাক্ষৰ হোৱাত গ্ৰেপ্তাৰ হোৱা সকলো মুকলি হৈ যায়।

## বৰুৱা শশীধৰ

১৯৪২ চনত কলেজিয়েট স্কুলত পিকেটিং কৰাত ২৩-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ হৈছিল যদিও ২৪ ঘণ্টাৰ পিছত তেওঁক মুক্তি দিয়ে।

## বৰুৱা সতীশ চন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় হাতীৰাম বৰুৱা, হাজো**

১৯২১ চনত শিক্ষা বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। ১৯২২ চনৰ জানুৱাৰী মাহত তেওঁ গ্ৰেপ্তাৰ হয় আৰু বিচাৰত 17 (I) C.L.A. ধাৰা মতে বৰুৱাই তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰুৱা ত্ৰিগুণাৰাম

**ৰজাদুৱাৰ, উত্তৰ গুৱাহাটী**

১৯২১ চনত গুৱাহাটীত সোণাৰাম হাইস্কুলৰ শিক্ষকৰ চাকৰি ইস্তফা দি অসহযোগ আন্দোলনত যোগদান কৰে। ফৌজদাৰী দণ্ডবিধি আইন 107 Cr.

P.C. ধাৰা অনুসৰি মুচুলকা দিবলৈ অস্বীকাৰ কৰাৰ অপৰাধত তেওঁক এবছৰ কাল বিনাশ্ৰম কাৰাদণ্ড বিহে। ২৪-১২-২২ তাৰিখে গুৱাহাটী কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে।

## বৰুৱা স্বৰ্গীয় উমেশচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় গোপালচন্দ্ৰ বৰুৱা**

**উজান বজাৰ, গুৱাহাটী**

১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে।

## বৰুৱা ভুবন চন্দ্ৰ

**পোঃ অঃ বিহদিয়া, কৰৰা**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত পুলিচৰ হেফাজতৰ পৰা জনপ্ৰিয় নেতা স্বৰ্গীয় মহেন্দ্ৰনাথ ডেকাক কাঢ়ি অনাৰ চেষ্টা কৰাৰ বাবদ ভুবনচন্দ্ৰ বৰুৱাই ছয় মাহ সশ্ৰম কাৰাদণ্ড হৈছিল যদিও আপীলত কাৰাদণ্ড তিনি মাহলৈ হ্ৰাস কৰা হয়।

## বৰুৱা নগেন্দ্ৰনাথ

**পিতা ঃ স্বৰ্গীয় হলধৰ বৰুৱা**

**নগাওঁ**

১৯৩০ চনত শিক্ষা বৰ্জন কৰি তেওঁ আইন অমান্য আন্দোলনত যোগদান কৰে। তেওঁ বিলাতী কাপোৰ আৰু গাজাৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ৪-৯-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰুৱা দেৱানন্দ

**বিহদিয়া, কৰৰা**

১৯৪২ ৰ গণ আন্দোলনৰ সময়ত মুক্তাপুৰ অঞ্চলৰ জনপ্ৰিয় নেতা স্বৰ্গীয় মহেন্দ্ৰনাথ ডেকাক পুলিচ হাজোতৰ পৰা কাঢ়ি আনিবলৈ চেষ্টা কৰাৰ অপৰাধত তেওঁ গ্ৰেপ্তাৰ হৈ ছয় মাহ কাৰাদণ্ডৰ হুকুম হয় যদিও আপীলত ৪-৯-৪৩ তাৰিখে কাৰাদণ্ডৰ ম্যাদ তিনি মাহ কৰা হয়।

## বৰুৱা স্বৰ্গীয় দক্ষৰাম

**কমাৰকুছি, বৰ্তমান-উজান বজাৰ, গুৱাহাটী**

১৯২১ চনত কলেজ বৰ্জন কৰি তেওঁ অসহযোগ আন্দোলনত যোগদান কৰে। তেওঁ এজন চৰকাৰী বৃত্তিধাৰী ছাত্ৰ আছিল। আন্দোলনত গ্ৰেপ্তাৰ হৈ বৰুৱাই কাৰাবৰণো কৰে। ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত সহযোগ কৰি অসমীয়া কাকতৰ সম্পাদকীয় ষ্টাফক সংবাদ সৰবৰাহত সহায় কৰিছিল।

## বৰুৱা বালীচৰণ

অসহযোগ আন্দোলনত যোগদান কৰি ১৯২২ চনত তিনি মাহ বিনাশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## বৰুৱা কন্দৰ্প

অসহযোগ আন্দোলনত যোগদান কৰি ১৯২২ চনত তিনি মাহ বিনাশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## বৰুৱা ধৰ্মনাৰায়ণ

অসহযোগ আন্দোলনত যোগদান কৰি ১৯২২ চনত তিনি মাহ বিনাশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## বৰুৱা লক্ষীধৰ

অসহযোগ আন্দোলনত যোগদান কৰি ১৯২২ চনত তিনি মাহ বিনাশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## বৰুৱা মহেশ্বৰ

**বৰপেটা**

অসহযোগ আন্দোলনৰ সময়ত ১৯২২ চনত বৰপেটাত হোৱা পুলিচ অভিযানত এজন আৰক্ষী সহ-অধীক্ষকে সুন্দৰীদিয়া কীৰ্তন ঘৰত দলে-বলে সোমাই তাৰ পবিত্ৰতা হানি কৰিছিল। এই বাতৰি সাপ্তাহিক অসমীয়া কাকতত প্ৰকাশ হোৱাত তেওঁক গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ৫০ ধাৰা মতে, দোষী সাব্যস্ত কৰি ১৯-৬-২২ তাৰিখে বিচাৰত তেওঁক ১০০ (এহাজাৰ) টকা জৰিমনা অনাদায়ে তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহা হয়।

## বৰুৱা চন্দ্ৰনাথ

১৯২২ চনত অসহযোগ আন্দোলনত যোগদান কৰাৰ অপৰাধত বৰুৱাক ৩০ (ত্ৰিশ) টকা জৰিমনা অনাদায়ে এমাহ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়ে।

## বৰুৱা শিশিৰ কুমাৰ,বি এল,

**লতাশিল, গুৱাহাটী**

লতাশিল কংগ্ৰেছ অফিচৰ পৰা বহুত কাগজ-পত্ৰ জব্দ কৰি ৮-২-২২ তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰি বিচাৰত এবছৰ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰুৱা ক্ষীৰকান্ত

**পিতা ঃ স্বৰ্গীয় গোৱালচন্দ্ৰ বৰুৱা**

ত্যাগবীৰ হেম বৰুৱাৰ জ্যেষ্ঠ ভ্ৰাতৃ স্বৰ্গীয় ক্ষীৰকান্ত বৰুৱা 'অসহযোগ আন্দোলন'ৰ সময়ত তেজপুৰ আদালতত এজন পুলিচ ছাব-ইন্সপেক্টৰ হিচাপে কাম কৰি আছিল। ত্যাগবীৰ হেম বৰুৱা উকীল আছিল যদিও তেওঁ ওকালতি নকৰি একমাত্ৰ দেশৰ কামত আত্মনিয়োগ কৰিছিল আৰু তেওঁৰ ভৰণ-পোষণৰ দায়িত্ব ডাঙৰ ককায়েকেই বহন কৰিব লগা হৈছিল। অসহযোগ আন্দোলনৰ ঢৌৱে তেওঁক এনেকৈ প্ৰভাৱান্বিত কৰিলে যে ৮-১২-২১ তাৰিখে পুলিচৰ পোছাক পিন্ধি থকা বৰুৱাই পুলিচৰ চাকৰিৰ পৰা লিখিত ইস্তফা-পত্ৰ প্ৰদান কৰি চৰকাৰৰ নিষিদ্ধ 'বন্দে মাতৰম' 'মহাত্মা গান্ধীকী জয়' আদি ধ্বনি দি আদালতৰ পৰা ওলাই আহিছিল। এনে বেআইনী কাৰ্য্যৰ অপৰাধত ভাৰতীয় ফৌজদাৰী আইনৰ ১০০ ধাৰা মতে ১৫ টকা জৰিমনা কৰাৰ লগতে চাকৰিৰ পৰাও অব্যাহতি দিলে।

## বৰুৱা যোগেন্দ্ৰনাথ

**পিতা ঃ স্বৰ্গীয় ভিবিৰাম বৰুৱা**

**বজাদুৱাৰ, উত্তৰ গুৱাহাটী**

১৯২১ চনত ওকালতি ব্যৱসায় বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। তেওঁ কংগ্ৰেছৰ কাৰণে পুঁজি সংগ্ৰহ কৰিছিল আৰু ভলণ্টিয়াৰসকলক পাৰ্য্যমানে সহায় কৰিছিল।

তেখেত এজন নীৰৱ দেশ-কৰ্মী বুলি জনাজাত।

## বৰুৱা কামাখ্যাৰাম, বি এল

**ভৰলুমুখ, গুৱাহাটী**

তেখেতে ১৯২১ চনত ওকালতি ব্যবসায় বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰিছিল। ৮-২-৩০ তাৰিখে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ বাসভৱনত বহা কংগ্ৰেছ কাৰ্য্যক্ৰম নিৰ্ধাৰণ কমিটিৰ সভাত যোগদান কৰিছিল। তেখেত মদ আৰু ৰাগীয়াল বস্তু নিবাৰণ কমিটিৰ সদস্য আছিল আৰু তাৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য্য চলাইছিল।

## বৰুৱা ৰমেশচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা**

**উজান বজাৰ, গুৱাহাটী**

১৯২১ চনত কটন কলেজিয়েট স্কুলৰ পৰা শিক্ষা বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। বিলাতী কাপোৰ, গাজাৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰুৱা উপেন্দ্ৰনাথ

১৯৩০ চনত আইন অমান্য আন্দোলনত যোগদান কৰে। ১৯৩০ চনৰ ২৬ এপ্ৰিল তাৰিখে আয়োজন কৰা পতাকা উত্তোলন সমাৰোহৰ সংগঠন কৰিছিল।

## বৰুৱা ৰমাকান্ত

**ছয়গাওঁ, কামৰূপ**

অসহযোগ আন্দোলনৰ সময়ত ৩-১-২২ তাৰিখে ছয়গাওঁ হাটত পিকেটিং কৰাৰ অপৰাধত 17 (I) C.L.A. ধাৰাত পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত ১৪৪ ধাৰা মতে ১০ টকা জৰিমনা বিহে।

## বৰুৱা প্ৰফুল্ল কুমাৰ

**টোকৰাদিয়া, কামৰূপ**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত কূটাঘাতমূলক কাৰ্য্যত ব্ৰতী হৈছিল।

# বৰদলৈ তৰুণচন্দ্ৰ



**পিতৃ ঃ স্বৰ্গীয় মোহোৰাম বৰদলৈ**

**জন্ম ঃ ১৯২৯ চনৰ ১১ জুলাইত নগাওঁ জিলাৰ বাইদণ্ডীয়া গাৱঁত**

**বৰ্তমানৰ ঠিকনা ঃ অজন্তাপথ, ছাৰ্ভে, গুৱাহাটী**

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনৰ নগাওঁ জিলাৰ ঘাটিস্বৰূপ হাতীচোং বাইদণ্ডীয়া, বেবেজিয়া অঞ্চলৰ স্কুলীয়া ছাত্ৰ তৰুণ চন্দ্ৰ বৰদলৈয়েও আন্দোলনত যোগ দি শান্তি সেনাৰ প্ৰশিক্ষণ লৈ, হাতত ম'হৰ শিঙা লৈ গাৱঁৰ বৰগছৰ ওপৰত উঠি গাওঁত ব্ৰিটিছৰ সেনা সোমোৱাৰ খবৰ দিবলৈ শিঙা ফুকি পহৰা দিছিল পাল পাতি। লগতে আত্ম-গোপনকাৰী শিবিৰবোৰৰ বাতৰি অনা-নিয়া কামৰ দায়িত্বও তৰুণ চন্দ্ৰৰ ওপৰতে পৰিছিল। ফলত তেওঁ দুটাকৈ শিক্ষা বছৰ হেৰুৱাব লগা হ'ল।

পিছত শিক্ষা গ্ৰহণ কৰি সামাজিক আৰু ধৰ্মীয় কাম-কাজত, নিজৰ ব্যৱসায়ৰ লগতে ব্যস্ত হৈ আছে।

# বৰদলৈ অপূৰ্ব কুমাৰ

**পিতৃ ঃ স্বৰ্গীয় কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ**

**উজান বজাৰ, গুৱাহাটী**

১৯২১ চনত শিক্ষা বৰ্জন কৰি তেওঁ অসহযোগ আন্দোলনত যোগদান কৰে। পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰ কৰাত দুমাহ সশ্ৰম কাৰাদণ্ড ভোগে। পিছত ইংলেণ্ডত ইঞ্জিনীয়াৰিং পঢ়েগৈ।

# বৰদলৈ জগন্নাথ

**গুৱাহাটী**

৮-৮-৩০ তাৰিখে স্কুলত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত ৬ (ছয়) সপ্তাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰদলৈ নিত্যানন্দ

**ডিপোটা, তেজপুৰ**

১৯২১ চনত নিত্যানন্দ বৰদলৈয়ে অসহযোগ আন্দোলনত যোগদান কৰে। ১৭-১২-২১ তাৰিখে পুলিচে তেজপুৰত তেওঁক গ্ৰেপ্তাৰ কৰি বিচাৰত এবছৰ বিনাশ্ৰম কাৰাদণ্ড বিহে।

## বৰদলৈ ডাঃ উমেশচন্দ্ৰ

**পিতৃ ঃ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ**

**উজানবজাৰ, গুৱাহাটী**

১৯২১ চনত শিক্ষা বৰ্জন কৰি তেওঁ অসহযোগ আন্দোলনত যোগদান কৰে। ১৭-১২-২১ তাৰিখে এটা স্বেচ্ছাসেৱকৰ সমদলত নেতৃত্ব দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা অনাদায়ে আৰু দুমাহ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়ে। পিছত যোৰহাট জে'ললৈ বদলি কৰি ৬-৫-২২ তাৰিখে মুক্তি দিয়ে। কাৰাগাৰৰ পৰা ওলোৱাৰ পিছত পুনৰ অধ্যয়নত যোগদান কৰি পিছত তেওঁ ছিভিল চাৰ্জন হিচাপে চাকৰি কৰি অৱসৰ গ্ৰহণ কৰে।

## বৰদলৈ ৰাধামোহন

**ৰজাদুৱাৰ, উত্তৰ গুৱাহাটী**

ভাৰতৰ ১৯২১ চনৰ অসহযোগ আন্দোলনত কামৰূপ জিলাত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰি তেওঁ দুমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল। ১৯৩০ আৰু ১৯৩২ চনৰ আইন অমান্য আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰি আন্দোলনৰ গোপন বাৰ্তাবাহক হিচাপে তেওঁ উজনি অসমলৈ গোপন বাৰ্তা কঢ়িয়াই নিছিল।

## বৰদলৈ ৰত্নেশ্বৰ

**পিতা ঃ বুধিৰাম বৰদলৈ**

**শিলপুখুৰী, গুৱাহাটী**

১৯২১ চনৰ অসহযোগ আন্দোলনত বৰদলৈয়ে সক্ৰিয় অংশগ্ৰহণ কৰে। খাদী উৎপাদন আৰু প্ৰচাৰত তেওঁ বেছি মনোযোগ দিছিল আৰু এটা অলৈ-তলৈ ফুৰাব পৰা কপাহী সূতা কটা যঁতৰ আৱিষ্কাৰ কৰিছিল। মহাত্মা গান্ধী অসমলৈ আহোতে সেইটো দেখুওৱাত তেওঁ প্ৰশংসা লাভ কৰিছিল।

# বৰা বীৰেন্দ্ৰচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় দেৱীৰাম বৰা**

**উজান বজাৰ, গুৱাহাটী**

১৯৩০ চনত কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰোধিতা কৰি বীৰেন্দ্ৰ চন্দ্ৰ বৰুৱাই স্কুল বৰ্জন কৰে আৰু সেই আইন অমান্য আন্দোলনত জঁপিয়াই পৰে। বৰাই ১৯৩০, ১৯৩২ আৰু ১৯৪২ চনৰ স্বাধীনতাৰ প্ৰতিটো আন্দোলনতে সক্ৰিয় অংশগ্ৰহণ কৰি পুলিচৰ গ্ৰেপ্তাৰ এৰাই আত্মগোপন কৰি গোপন-বাৰ্তাবাহকৰ কাম কৰিছিল আৰু গোপনীয় নথি-পত্ৰসমূহ গোপনীয় ঠাইত ৰখাৰ ব্যৱস্থা কৰিছিল।

# বৰা গিৰীনচন্দ্ৰ

চমৰীয়া সত্ৰৰ গিৰীন বৰাই ১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দালনত যোগদান কৰি গ্ৰেপ্তাৰ হয় আৰু দুমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি ২১-১-৩১ তাৰিখে চমৰীয়াত পুলিচে গ্ৰেপ্তাৰ কৰে আৰু এসপ্তাহ হাজোতত ৰাখি এৰি দিয়ে।

# বড়ো কাতিৰাম



**পিতৃ ঃ স্বৰ্গীয় কায়াৰাম কছাৰি**

**জন্ম ঃ ১৯১৯ চনৰ ১৭ অক্টোবৰত বনগাওঁ মৌজাৰ পানেৰী গাৱঁত**

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ কাতিৰাম বড়োৱে গাঁৱে গাঁৱে আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলায় আৰু ৰাইজক যুদ্ধবিৰোধী কাৰ্য্যত সজাগ কৰি তোলে। ২১ ছেপ্টেম্বৰত ছয়গাওঁ, বকো, ছমৰীয়া লুকী, তেকেলি, বনগাওঁ আদিৰ স্বাধীনতা সৈনিকসকলে বকো পুলিচ থানা দখল কৰিবলৈ ঠিক কৰিলে আৰু সেইদিনা বিভিন্ন ঠাইৰ কেইবাহাজাৰ পুৰুষ-মহিলা থানাৰ সন্মুখত উপস্থিত হ'ল। সেই সমাৱেশত কাতিৰাম বড়োৱেও আগভাগ লৈছিল। কিন্তু পুলিচৰ চক্ৰান্তত থানা দখল কৰিব নোৱাৰি আঁতৰি আহিল।

স্বাধীনতাৰ পিছতে বড়োৱে গাওঁ অঞ্চলত স্কুল স্থাপন, ৰাস্তা-পদুলি তৈয়াৰ কৰা আদি জনহিতকৰ কাম কৰাৰ লগতে সৰ্বোদয় আন্দোলনতো অংশগ্ৰহণ

কৰিব। ১৯৫৪ চনৰ পৰা বকো মৌমণি আশ্ৰমত সম্পাদক হিচাপে মৃত্যুৰ সময়লৈকে সেৱা আগবঢ়ায়।

## বড়ো আলাৰাম

**সিন্দুৰী-ঘোপা, গুৱাহাটী**

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰে।

## বড়ো বস্তিৰাম

**দীঘলডোঙা, গোৰেশ্বৰ**

ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰাৰ অপৰাধত তেওঁ ২২-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ হয় আৰু ২১-১১-৪২ তাৰিখে বিচাৰত এদিনৰ কাৰাদণ্ড ভোগ কৰে।

## বড়ো চঞ্চলৰাম

**দক্ষিণ ঘিলামাৰী, পোঃ অঃ নিশংৰা, বকো**

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰিছিল।

## বড়ো কাঞ্চাৰাম

**মাগুৰমাৰী, গোৰেশ্বৰ**

ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰাৰ অপৰাধত ৯-৮-৪৩ তাৰিখে তেওঁ গ্ৰেপ্তাৰ হয়। ডিচেম্বৰ মাহত বিচাৰ কৰি তেওঁক চাৰি মাহ সশ্ৰম কাৰাদণ্ড বিহে আৰু ১৬-৪-৪৪ তাৰিখে জে'লৰ পৰা মুক্তি লাভ কৰে।

## বড়ো মুকুতৰাম

**বাটাবাৰী**

ৰঙিয়া থানাৰ অন্তৰ্গত ভাৰত ৰক্ষা আইনৰ 129 (a) ধাৰা অনুসৰি ২০-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰৰ পিছত ১২-২-৪৩ তাৰিখে মুক্তি লাভ কৰে।

## বড়ো মনমল

**ফুলুং, উত্তৰ গুৱাহাটী**

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰিছিল।

## বৰা কৃষ্ণকান্ত

জটিয়া ভাঙ্গাৰা, মুণ্ডাপুৰৰ স্বৰ্গীয় দেৱকান্ত বৰাৰ পুত্ৰ কৃষ্ণকান্ত বৰাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰোতে ভাৰত প্ৰতিৰক্ষা আইনৰ ৩৮ (৯) ধাৰা মতে পুলিচে ২৪-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰে আৰু ১৩-১২-৪২ তাৰিখে বিচাৰ কৰি দহ মাহ সশ্ৰম কাৰাদণ্ড বিহে। মুঠতে তেওঁ ১৩-মাহ কাল কাৰাবাস খাটিব লগা হ'ল।

## বৰা মহীধৰ

উত্তৰ গুৱাহাটীৰ জালাহ গাৱঁৰ মহীধৰ বৰাই ১৯২১ চনত স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। তেওঁ সেই অঞ্চলৰ এজন সক্ৰিয় কৰ্মী

## বৰা কুমুদৰাম

পিতা ঃ স্বৰ্গীয় লক্ষীৰাম বৰা

বজাদুৱাৰ, উত্তৰ গুৱাহাটী

উত্তৰ গুৱাহাটীৰ কুমুদৰাম বৰাই ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰে আৰু গান্ধীজীৰ আহ্বানত মণ্ডলদৈত তেখেতৰ ওকালতি ব্যৱসায় বৰ্জন কৰে। ফলত পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত এবছৰ সশ্ৰম কাৰাদণ্ড বিহে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত বৰাই যোগদান কৰে আৰু গুৱাহাটী জিলা কংগ্ৰেছ কমিটিৰ ভলণ্টিয়াৰবিলাকক তেখেতৰ ঘৰতে লুকাই ৰাখি গ্ৰেপ্তাৰৰ পৰা ৰক্ষা কৰিছিল। পিছলৈ গুৱাহাটী জিলা কংগ্ৰেছৰ দায়িত্বপূৰ্ণ পদবীত থাকি স্বাধীনতাৰ সংগ্ৰাম পৰিচালনাত সহায় কৰিছিল।

## বৰা ৰত্নবালা

গুৱাহাটীৰ পাণবজাৰৰ স্বৰ্গীয় চন্দ্ৰধৰ বৰাৰ পত্নী ৰত্নবালা বৰাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত কটন কলেজত দহ জুলাইৰ পৰা ১৯ জুলাইলৈকে পিকেটিং কৰা প্ৰথম মহিলা দলৰ এগৰাকী সদস্যা আছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত তেওঁ সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰি বিশিষ্টা কংগ্ৰেছী নেত্ৰী তথা সৰ্বোদয় নেত্ৰী শ্ৰীমতী অমলপ্ৰভা দাসৰ লগত প্ৰচাৰৰ নামত সমগ্ৰ অসমতে ভ্ৰমণ কৰিছিল।

## বৰা দুৰ্গাপ্ৰভা

গুৱাহাটীৰ উজান বজাৰৰ বাসিন্দা ডাঃ বিপিন বিহাৰী বৰাৰ পত্নী দুৰ্গাপ্ৰভা বৰা ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত ১০ জুলাইৰ পৰা ১৯ জুলাইলৈকে কটন কলেজত পিকেটিং কৰা প্ৰথম মহিলা দলৰ এগৰাকী সদস্যা আছিল।

## বৰা গোবিন্দ

**নগাওঁ**

কৰবাৰ নিবাসী গোবিন্দ ডেকা ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰিছিল।

## বৰা ৰাধাকান্ত

**পিতা- নীল কান্ত বৰা**

**উজান বজাৰ, গুৱাহাটী**

১৯২১ চনত স্কুল বৰ্জন কৰি ৰাধাকান্ত বৰাই অসহযোগ আন্দোলনত যোগদান কৰে। পুলিছে তেওঁক গ্ৰেপ্তাৰ কৰি পিচত এৰি দিয়ে।

## বৰা ৰক্তিম

**শুক্ৰেশ্বৰ, গুৱাহাটী**

তেখেত বৈপ্লৱিক ভাৱধাৰাৰ এজন বিপ্লৱী কৰ্মী আছিল।

## বৰা জ্ঞান নাথ

**পিতা- সত্য নাথ বৰা**

**গুৱাহাটী**

১৯২২ চনত উজান বজাৰৰ লতাশিল কংগ্ৰেছ অফিচ থানা তালাচ কৰোতে তেওঁৰ লগত কংগ্ৰেছৰ নথি-পত্ৰ পায় আৰু নথি-পত্ৰ সমূহ জব্দ কৰে। ৮-২-২২ তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰি ১ বছৰৰ সশ্ৰম কাৰাদণ্ড বিহে। পিছত তেওঁ ভৱিষ্যতে আন্দোলন নকৰাৰ মুচুলকা (প্ৰতিশ্ৰুতি দলিল) দি খালাচ হৈ আছে।

# বৰুৱা শ্ৰীমতী অন্ন

**উজান বজাৰ, গুৱাহাটী**

গুৱাহাটীৰ কটন কলেজত ১০-৭-৩০ তাৰিখৰ পৰা আৰু আন ৭-গৰাকী মহিলাৰ সৈতে একেৰাহে কেবাদিনো কলেজ বৰ্জনৰ বাবে পিকেটিং কৰিছিল।

# বৰা অম্বু



**পিতৃ- ৺ ৰহেশ্বৰ বৰা**

**জন্ম- ১৯২৯ চনৰ ১ জানুৱাৰী তাৰিখে**

**নগাওঁ জিলাৰ ৰহা অঞ্চলত**

**বৰ্তমান ঠিকনা- দিছপুৰ, গুৱাহাটী**

ৰহা হাইস্কুলত নাম লগোৱাৰ লগে লগে অম্বু ৰহাই বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ ছাত্ৰ সংগঠন প্ৰাদেশিক ছাত্ৰ ফেডাৰেশ্যন সদস্য পদ গ্ৰহণ কৰি, সেই সংগঠনে আৰম্ভ কৰা যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্যত অংশ গ্ৰহণ কৰে। কিছুদিনৰ পিছত "সাম্ৰাজ্যবাদী যুদ্ধত এপইচাও দি সহায় কৰিব নালাগে" বুলি প্ৰচাৰ পত্ৰ বিলোৱাৰ অপৰাধত পুলিচে এটা দিন থানাত আবদ্ধ কৰিও ৰাখে। তাৰ ফল স্বৰূপে হাইস্কুল কৰ্তৃপক্ষই অম্বু বৰাৰ চৰকাৰী বৃত্তি বন্ধ কৰি দিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত ব্ৰিটিছক চূড়ান্ত আঘাট হানিবৰ কাৰণে কংগ্ৰেছৰ ভিতৰৰে বিপ্লৱীসকলে আৰু বিপ্লৱী কমিউনিষ্ট আৰু ছচিয়েলিষ্ট সকলে সকলো ধৰণৰ কুটাঘাতমূলক কামৰ দ্বাৰা চৰকাৰক অচল কৰাৰ আঁচনি হাতত ললে। নগাওঁ জিলাৰ মৃত্যু বাহিনীৰ কামাণ্ডাৰ মহেন্দ্ৰ হাজৰিকাই ৰহা অঞ্চলত প্ৰতিষ্ঠিত কৰা গোপন শিবিৰত খাদ্য-যোগান আৰু বাৰ্তাৰ সৰবৰাহ কৰা কামত অম্বু বৰাক হাজৰিকাই দায়িত্ব দিছিল আৰু এই কাম কৰোতে তিনিমাহ আত্মগোপন কৰিব লগা হৈছিল।

পৰবৰ্তী কালত অম্বু বৰাই আৰ-চি-পি-আইৰ সদস্য হিচাপে কৃষক আন্দোলনত পুলিচ নিৰ্য্যাতন আৰু কাৰাবাস খাটিব লগা হৈছিল।

## বেজবৰুৱা কিৰণ

**পিতৃ- স্বৰ্গীয় গোলক চন্দ্ৰ বেজবৰুৱা**

**মাতৃ- স্বৰ্গীয় হিৰণ্য বালা দেৱী**

**জন্মস্থান- যোৰহাট জিলাৰ বালিগাওঁ**

**জন্মৰ তাৰিখ- চনৰ ১৯২৬ ফেব্ৰুৱাৰীৰ ২১ তাৰিখ**

সৰুৰে পৰা ৰাজনৈতিক ভাবে সচেতন কিৰণ বেজবৰুৱাই ১৯৪২ চনত অষ্টম শ্ৰেণীৰ ছাত্ৰ হৈ থাকোতেই স্কুল ত্যাগ কৰি ভাৰত ত্যাগ আন্দোলনত জপিয়াই পৰি স্কুলত পিকেটিং কৰি শভা-শোভাযাত্ৰাত যোগদান দি, যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্য চলাই থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ চালান দিলে। বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

জেলৰ পৰা ওলোৱাৰ কিছুদিনৰ পিছত শিক্ষা জীৱন পুনৰ আৰম্ভ কৰি শেষত লণ্ডনৰ পৰা বাৰিষ্টাৰী পাছ কৰি গুৱাহাটীৰ হাইকোৰ্টত ওকালটি আৰম্ভ কৰিলে আৰু সমাজবাদী আন্দোলনত যোগ দি সংগ্ৰামী জীৱন আৰম্ভ কৰিলে।

## বৰকাকতি নৰেন্দ্ৰ সেন

**পিতা- স্বৰ্গীয় দছন সেন**

**নগাওঁ**

**বৰ্তমান- খাৰঘুলি, গুৱাহাটী**

১৯২১ চনত স্কুল বৰ্জন কৰি তেওঁ অসহযোগ আন্দোলনত যোগ দিয়ে। ২১-৮-৩০ তাৰিখে ফাচী বজাৰত বিলাতী কাপোৰৰ দোকানত পিকেটিং, কৰা অপৰাধত গ্ৰেপ্তাৰ কৰি বিছাৰত ৩ মাহ সশ্ৰম কাৰাদণ্ড দিয়ে।

## বসু কালীপদ

পূৰ্ব-বঙ্গৰ পৰা পলাই আহি কালীপদ বসুৱে গুৱাহাটীত আছিল। ১৯৩০ চনত গুৱাহাটীৰ শিবিৰত থকা ভলন্টিয়াৰ বিলাকক তেওঁ লাঠী, তৰোৱাল, ডেগাৰ আদি চলাবলৈ শিকাইছিল। তেওঁ এইবোৰ শিক্ষা বিভিন্ন জাতীয় অনুষ্ঠানত প্ৰদৰ্শনো কৰিছিল।

## বসুমতাৰী মণিশঙ্কৰ

পিতা- স্বৰ্গীয় ঠাকুৰ সিং

খাৰাপাৰা, থানা- দুধনৈ

গোৱালপাৰা

তেওঁৰ কৰ্মক্ষেত্ৰ আছিল কামৰূপ গোৱালপাৰা জিলাৰ সীমাত। ২০-৪-৪৩ তাৰিখে 17(1)(2)C.L.A. ধাৰাত তেওঁ গ্ৰেপ্তাৰ হয়। কিছুদিন জেলত থকাৰ পিছত বিচাৰত খালাচ পায়।

## বসুমতাৰী বলোৰাম



পিতা- স্বৰ্গীয় বাবুৰাম কছাৰি

জন্ম- ১৯২৫ চনৰ ১১ নৱেম্বৰত বেলতলাৰ

কেৰাকুছি গাঁৱত

বিপ্লৱী কমিউনিষ্টৰ সদস্য বলোৰাম বসুমতাৰীয়ে স্কুলীয়া শিক্ষা বাদ দি আন্দোলনত আত্ম-গোপন কৰি কুটাঘাটমূলক কামত লিপ্ত হৈছিল।

## ব্ৰহ্ম তৰেন্দ্ৰনাথ

পিতা- স্বৰ্গীয় আশাৰাম ব্ৰহ্ম

পূব নাওকাটা, বঙিয়া

১৯৪২ চনৰ আন্দোলনত যোগদান কৰে আৰু ৯-৮-৪৩ তাৰিখে গ্ৰেপ্তাৰ হয়। ১৫-১২-৪৩ তাৰিখে বিচাৰত তেওঁক ৪ মাহ সশ্ৰম কাৰাদণ্ড দিয়ে। ১৪-৪-৪৪ তাৰিখে কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে।

## বসু সুশীলচন্দ্ৰ

বিহাবাৰী, গুৱাহাটী

'স্বাধীনতা সংগ্ৰামত' সক্ৰিয় অংশ লোৱাৰ অপৰাধত আৰু বিপ্লৱী কাৰ্য্যত লিপ্ত থকাৰ সন্দেহত মুঠ ৫ বছৰ ৯ মাহ কাল কাৰাগাৰত আবদ্ধ কৰি ৰাখিছিল। (সবিশেষ তথ্য পোৱা নগল।)

## বায়ন ডম্বৰুধৰ

**চমৰীয়া সত্ৰ,**

**পোঃ অঃ চমৰীয়া**

১৯৩০ চনত গ্ৰেপ্তাৰ কৰি এৰি দিয়ে। পুনৰ ২১-৩-৩২ তাৰিখে আন্দোলনৰ বুলেটিন বিতৰণ কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি এৰি দিয়ে। ১৯৪২ চনৰ ৩-৪-৪৩ তাৰিখে গ্ৰেপ্তাৰ হয় আৰু বিচাৰত ৬ মাহ সশ্ৰম কাৰাদণ্ড আৰু ১০০ (এশ) টকা জৰিমনা বিহে।

## বনিয়া উপেন্দ্ৰনাথ

১৯২১ চনত অলহযোগ আন্দোলনত যোগদান কৰে। ১৯৩০ চনত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত ৭-৯-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰে আৰু ২ মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বনিয়া ভবানীপ্ৰসাদ

**গুৱাহাটী**

১৯৩০ চনত ৯-৯-৩০ তাৰিখে ফাচী বজাৰত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰিছিল।

## বনিয়া ধৰণীধৰ

**নগৰবেৰা**

১৯৩০ চনত আইন অমান্য আন্দোলনত বনিয়াই যোগদান কৰে। বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তেওঁ গ্ৰেপ্তাৰ হয় আৰু বিচাৰত ৩ মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বেনাৰ্জী আনন্দকুমাৰ

১৯২১-২২ চনত অসহযোগ আন্দোলনত যোগদান কৰে। পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত ১-মাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম বিহে।

# বেনাৰ্জী প্ৰভাতচন্দ্ৰ

**পিতা- স্বৰ্গীয় প্ৰমোদ চন্দ্ৰ**

**পানবজাৰ, গুৱাহাটী**

১৯২২ চনত সৰ্থেবাৰী হাটত পিকেটিং কৰা অপৰাধত প্ৰভাতচন্দ্ৰক গ্ৰেপ্তাৰ কৰা হয়। বিচাৰত ৩ মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০ (পঞ্চাশ) টকা জৰিমনা বিহে।

# বেনাৰ্জী সমৰেন্দ্ৰ নাথ

**যশোৱন্ত ৰোড, গুৱাহাটী**

১৯২১ চনত কলেজীয়া শিক্ষা বৰ্জন কৰি তেওঁ অসহযোগ আন্দোলনত যোগদান কৰে। তেওঁক ৭-১২-২১ তাৰিখে গ্ৰেপ্তাৰ কৰি 17(1)C.L.A ধাৰা মতে বিচাৰ কৰি ৩ মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০ (পঞ্চাশ) টকা জৰিমনা আনাদায়ে আৰু ২ মাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে।

# বিদ্যাৰ্থী ৰমেশচন্দ্ৰ

**পিতা- স্বৰ্গীয় দেৱীৰাম**

**কমলপুৰ**

তেখেত এজন হিন্দী শিক্ষক আছিল। ১৯৪২ চনৰ গণ আন্দোলনত ২৩ আৰু ২৪ তাৰিখে শোভাযাত্ৰাত নেতৃত্ব দিয়াৰ অপৰাধত অন্তৰীণ কৰাৰ হুকুম হৈছিল ৩-৯-৪২ তাৰিখে। ২১-১১-৪৪ তাৰিখে তেওঁৰ ওপৰত আৰোপ কৰা অন্তৰীণৰ হুকুম উঠাই লয় আৰু মুক্তি দিয়ে।

# বংশী ৰাম

**পলাশবাৰী**

৩-১-২২ তাৰিখে পলাশবাৰী হাটত পিকেটিং কৰাৰ অপৰাধত পুলিচে 17(1)C.L.A ধাৰা মতে গ্ৰেপ্তাৰ কৰি ১৮৮ ধাৰা মতে ১০ (দহ) টকা জৰিমনা বিহে।

## বুজৰবৰুৱা দুৰ্গেশ্বৰ

**নৱগ্ৰহ ৰোড, গুৱাহাটী**

১৯২১ চনত কলেজীয়া শিক্ষা বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। ৰঙিয়াত পিকেটিং কৰা আৰু ৰঙিয়া হাট বন্ধ কৰা অপৰাধত গ্ৰেপ্তাৰ কৰি বিচাৰত ৩ মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## বৰকাকতি নলিনীকান্ত

**কুমাৰ পাৰা, গুৱাহাটী**

১৯২১ চনত কলেজ বৰ্জন কৰি 'অসহযোগ আন্দোলন'ত যোগদান কৰে। তেওঁ বকো, ছয়গাওঁ আদি অঞ্চলত প্ৰচাৰৰ কাম কাৰ। 'কংগ্ৰেছ' নামৰ নিউজ বুলেটিন খন প্ৰকাশত সহায় কৰে।

## বৰ কাকতি ৰমেশচন্দ্ৰ

**ৰজাদুৱাৰ, উত্তৰ গুৱাহাটী**

১৯২১ চনত পঢ়া বৰ্জন কৰি 'অসহযোগ আন্দোলন'ত যোগদান কৰাৰ অপৰাধত গ্ৰেপ্তাৰ হৈ ৩-মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## বৈদ্য জীৱনচন্দ্ৰ

**পিতা- স্বৰ্গীয় জালোৰাম বৈদ্য**

**বেকেলী, পোঃ অঃ শিংৰা**

জীৱন চন্দ্ৰ বৈদ্যই ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰে। ১৯৪১ চনত সত্যাগ্ৰহ কৰিছিল যদিও তেওঁক গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ আন্দোলনত তেওঁক ১৮-৫-৪৩ তাৰিখে 38(1)(c)(5) ধাৰাত গ্ৰেপ্তাৰ কৰি ১-বছৰ সশ্ৰম কাৰাদণ্ড বিহে।

## বৈশ্য মেধি শ্ৰীমতী সাৰদা

**বৰশৰ, গুৱালকুছি**

১৯৪২ চনত আন্দোলনৰ ভলন্টিয়াৰ হিচাপে কাম কৰিছিল।

## বৈশ্য বিষ্ণুৰাম

পিতা-ঁ সাধিৰাম বৈশ্য

ৰাজগড়, শুৱালকুছি

১৯৪২ চনৰ আন্দোলনত ভলন্টিয়াৰ হিচাপে কাম কৰিছিল।

## বৈশ্য প্ৰিয়লাল

পিতা-ঁ চেনীৰাম বৈশ্য

শুৱালকুছি

১৯৪২ চনত কুটাঘাতমূলক কামত জড়িত আছিল।

## বৈশ্য হোমেশ্বৰ



পিতৃ- স্বৰ্গীয় মধুৰাম দাস বৈশ্য

জন্ম- পশ্চিম বংশৰ মৌজাৰ হালোগাৰত

১৯১৮ চনৰ ১৭ ডিচেম্বৰত

হোমেশ্বৰ বৈশ্যই ১৯৪২ চনৰ শুৱালকুছি হাইস্কুলৰ দশম মান শ্ৰেণীত পঢ়ি থাকোতেই ভাৰত ত্যাগ আন্দোলন আৰম্ভ হ'ল আৰু হোমেশ্বৰেও স্কুলীয়া শিক্ষা ত্যাগ কৰি শান্তি সেনা বাহিনীত যোগ দি প্ৰশিক্ষণ ললে। আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলোৱাৰ লগে লগে বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত তেওঁ অংশ গ্ৰহণ কৰিলে। ফলত হোমেশ্বৰ বৈশ্য পুলিচৰ হাতত ধৰা পৰিল আৰু বিচাৰত ২৪/৯/৪২ তাৰিখৰ পৰা ১৭/১২/৪২ তাৰিখলৈ জেলত বন্দী হৈ থাকিল।

জেলৰ পৰা ওলাই অহাৰ পিছতে বৈশ্যই লুকাই লুকাই আন্দোলনৰ কামত লিপ্ত হৈ থাকিল। পৰৱৰ্তী কালত তেওঁ শিক্ষা সমাপ্ত কৰি শিক্ষকতা কৰি সমাজ উন্নয়নৰ বিভিন্ন কামত ব্ৰতী হ'ল।

---

*অন্যো অন্যে হৰি কথা গাৱে।*
*শিহৰে শৰীৰ প্ৰেম ভাৱে।।*
*আনন্দে লোতক পৰে ঝৰি।*
*গেৰি পৰি বোলে ৰাম হৰি।।*

—শ্ৰীমন্ত শংকৰদেৱ

---

# বৈশ্য ভাৰত চন্দ্ৰ

**জন্মস্থান- গুৱালকুছি**

**পিতৃ- স্বৰ্গীয় দাসৰাম বৈশ্য**

**জন্মৰ তাৰিখ- ১৯২৮ চনৰ জুন মাহত**

বস্ত্ৰ নগৰী গুৱালকুছিৰ ল'ৰা হিচাপে সৰু কালৰে পৰা সূতা কটা, তাত বোৱা কামত পাৰ্গত হৈ উঠে। কংগ্ৰেছত যোগ দি নেতা সকলৰ বক্তৃতা শুনি স্বাধীনতাৰ স্পৃহা আৰম্ভত জাগি উঠে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে বৈশ্যই সভা-শোভাযাত্ৰাত যোগ দি স্বৰাজৰ গীত গাই ৰাইজৰ মাজত যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্য চলাই জিলা কংগ্ৰেছে প্ৰকাশ কৰা গোপন বুলেটিন আদি বিলাই ফুৰোতে ১৯৪৩ চনৰ ৯ আগষ্ট তাৰিখে গুৱাহাটীৰ পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ নিক্ষেপ কৰিলে। তিনি মাহ জেলত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে।

জেলৰ পৰা ওলোৱাৰ পিছত লুকাই-চুৰিকৈ সংগ্ৰামৰ কামতে লাগি থাকে আৰু ১৯৪৪ চনৰ ২৬ জানুৱাৰীত এদল স্বেচ্ছাসেৱকৰ লগত গুৱাহাটী কাছাৰিৰ সন্মুখত জাতীয় পতাকা উত্তলনৰ চেষ্টা কৰোতে পুলিচে গ্ৰেপ্তাৰ কৰি এদিন এৰাতি জেলত ৰাখি নানা নিৰ্য্যাতন কৰি খালাছ দিলে।

স্বাধীনতাৰ পিছত হিন্দী পঢ়ি, মিছামাৰি হিন্দী প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা হিন্দী বিশাৰদ ডিগ্ৰী লৈ ১৯৮৮ চনলৈকে হিন্দী শিক্ষকৰ চাকৰি কৰিলে।

# বৈশ্য নবীনচন্দ্ৰ

**গুৱালকুছি**

১৯৪২ চনত স্কুল বৰ্জন কৰি 'ভাৰত ত্যাগ' আন্দোলনত যোগদান কৰে।

# বৈশ্য সাউদ প্ৰভাতচন্দ্ৰ

**গুৱালকুছি**

১৯৩০ চনত শিক্ষা বৰ্জন কৰি 'আইন-অমান্য' আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে। ১৯৩০ চনৰ অক্টোবৰ মাহত 'ঘুৰণীয়া মেজ মেল' লৈ (Round Table Conference) যোৱা চৰকাৰৰ প্ৰতিনিধিক 'কলা-পতাকা' প্ৰদৰ্শন কৰে।

# বৈশ্য সাউদ দশৰথচন্দ্ৰ

**পিতা- স্বৰ্গীয় নন্দীৰাম**

**গুৱালকুছি**

১৯৪২ চনৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কিন্তু আন তথ্য পোৱা নগল।

# বৈশ্য ভাৰতচন্দ্ৰ

**গুৱালকুছি**

১৯৪২ চৰ্নৰ আনদোলনত অংশ গ্ৰহণ কৰাৰ অপৰাধত পুলিচে ৯/৮/৪৩ তাৰিখে গ্ৰেপ্তাৰ এদিনৰ কাৰাদণ্ড বিহে। দ্বিতীয়বাৰ পুনৰ গ্ৰেপ্তাৰ কৰি তেওঁক এৰি দিয়ে।

# বৈশ্য ভুবনচন্দ্ৰ

**ৰজাদুৱাৰ**

১৯২১ চনত স্কুল বৰ্জন কৰি আন্দোলনত যোগদান কৰে। ২১/২/২২ তাৰিখে ছয়গাওঁত গাজাৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত ৩-মাহ সশ্ৰম কাৰাদণ্ড বিহে।

# বৰ্মণ দেহীৰাম

১৮৮২ চনত গুৱাহাটী কুমাৰপাৰাত জন্ম গ্ৰহণ কৰা দেহীৰাম বৰ্মন জনা-বুজা হোৱাৰ পৰা বিদ্ৰোহীভাবাপন্ন আছিল। সেয়েহে ১৯২১ চনত অসহযোগ আন্দোলন আৰম্ভৰ লগে লগে গান্ধীজী অসমলৈ আহি তৰুণ ৰাম ফুকনৰ ঘৰৰ চোতালত বিদেশী বস্ত্ৰৰ দাহ যজ্ঞত উপস্থিতি থাকি দেহীৰাম বৰ্মনেও সংকল্প ললে গান্ধীজীৰ আদৰ্শত আজীৱন অবিচলিত হৈ থাকিব। অসহযোগ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত অংশ লোৱাৰ গম পাই পুলিচে ৭/১/১৯২২ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ সন্মুখত থিয় কৰালে। বিচাৰত তিনিমাহৰ সশ্ৰম কাৰাদণ্ড বিহি কাৰাগাৰলৈ পঠালে।

এইজন বৰ্মণে ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰিলে। ১৯৩০ চনত পিকেটিং অদিত ব্যস্ত আছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। কিন্তু বিয়াল্লিশৰ

আন্দোলন আৰম্ভৰ লগে লগে বৰ্মণক চৰকাৰে নিৰাপত্তা বন্দী হিচাপে এবছৰৰ অধিক কাল গুৱাহাটী কাৰাগাৰত আবদ্ধ কৰি ৰাখিলে।

স্বাধীনতা প্ৰাপ্তিৰ পিছত এই গৰাকী স্বাধীনতা সৈনিকে হৰিজনৰ উন্নয়নৰ কামত অন্যান্য গঠনমূলক কামত আত্ম-নিয়োগ কৰিলে। বৰ্মনে ১৯৭৯ চনৰ ১৪ ডিচেম্বৰ তাৰিখে কুমাৰপাৰাৰ ঘৰত ইহ-সংসাৰৰ পৰা বিদায় ললে।

## বৰ্মণ প্ৰমোদ

গুৱাহাটীৰ স্বৰ্গীয় কালীৰাম বৰ্মনৰ পুত্ৰ প্ৰমোদ বৰ্মনে কলেজীয়া ছাত্ৰ হিচাপে ১৯৪২ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়নত ভাগ লৈছিল।

প্ৰমোদ বৰ্মণে ১৯৪৫ চনত 'ভাৰত ত্যাগ আন্দোলন'ৰ বিৰোধিতা কৰা কমিউনিষ্ট 'ছাত্ৰ-ফেডাৰেচন'ৰ পৰা ওলাই অহি ছাত্ৰ ইউনিয়নৰ গঠনত প্ৰভুত বৰঙনি আগবঢ়াইছিল। পিছত অসমত ছচিয়েলিষ্ট পাৰ্টী গঠনতো নেতৃত্ব দিছিল। এইজন বৰ্মণেই বহুদিন জে. বি. আইন কলেজৰ আধ্যক্ষৰ পদ অলংকৃত কৰিছিল।

## বৰ্মণ ভুবনেশ্বৰ



পিতা- স্বৰ্গীয় হাঁহিৰাম বৰ্মণ (মাতৃ- সুমিত্ৰাবালা বৰ্মণ)

জন্ম- ১৯২৩ চনৰ ১২ নবেম্বৰ

(জন্মস্থান- কালজিৰাপাৰা, ডাকঘৰ- নিত্যানন্দ, বৰপেটা জিলা)

বৰ্তমানৰ ঠিকনা- গান্ধীবস্তি, গুৱাহাটী- ৭৮১০০৩

১৯৪২ চনত স্বেচ্ছাসেবকৰূপে স্বাধীনতা আন্দোলনত যোগদান দিয়া ভুবনেশ্বৰ বৰ্মণে ২য় মহাযুদ্ধত সৈন্যসকললৈ সকলোপ্ৰকাৰৰ সাহায্য বন্ধ কৰা, যোগাযোগ বিচ্ছিন্ন কৰা আদি কামত লিপ্ত হৈ পৰিছিল। চৌখুটী, নিত্যানন্দ আৰু জালাহত হোৱা জন সমাবেশৰ আয়োজক হিচাপে সক্ৰিয ভূমিকা লোৱা ভুবনেশ্বৰ বৰ্মণে সকলো কাম আত্মগোপনকৰি কৰিছিল। (উল্লেখযোগ্য যে অসমৰ কেইবাখন ঠাইত পুলিচে বহুজন আন্দোলনকাৰীক হত্যা কৰাৰ প্ৰতিবাদত এই সভা সমিতিবোৰ অনুষ্ঠিত হৈছিল আৰু তাত বৰপেটা জিলা কংগ্ৰেছ সভাপতি স্বৰ্গীয় গিৰিশ চন্দ্ৰ চৌধুৰীক গ্ৰেপ্তাৰ কৰিছিল। সেইদিনাই বজালীৰ মদন বৰ্মন আৰু ৰাউতা বোচক পুলিচে হত্যা কৰিছিল।)

পৰৱৰ্তী কালত শ্ৰীবৰ্মণে ৰাষ্ট্ৰভাষাৰ প্ৰচাৰৰ কাৰণে অহোপুৰুষাৰ্থ কৰি গৈছে। লগতে সমাজবাদী আন্দোলনৰ সক্ৰিয় সদস্য হৈ দুবাৰকৈ বিধায়কো নিৰ্বাচিত হৈছিল। এতিয়াও বৰ্মণ বিভিন্ন সংগঠনৰ কামত ব্যস্ত হৈ আছে।

## বৰ্মণ ধনপতি

**শান্তিপুৰ, গুৱাহাটী**

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰি ১৭/১২/২১ তাৰিখে গ্ৰেপ্তাৰ হয় আৰু বিচাৰত ৬ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হয়।

## বৰ্মণ কালীৰাম

**পানবজাৰ, গুৱাহাটী**

১৯২১ চনত গান্ধীজীৰ আহ্বানত ওকালতি ব্যৱসায় বৰ্জন কৰি 'অসহযোগ আন্দোলন'ত যোগদান কৰি গাৱেঁ-ভূঞে গান্ধীজীৰ বানী, খাদী প্ৰচাৰৰ কাম, মদ-ভাং বৰ্জন, অস্পৃস্যতা বৰ্জনৰ প্ৰচাৰ কৰি ফুৰিছিল। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত সক্ৰিয় ভূমিকা পালন কৰিছিল। পিছলৈ অৱশ্যে বৰ্মণে কংগ্ৰেছৰ পৰা ত্যাগ কৰি চৰকাৰী উকীলৰ দায়িত্ব ললে। বৰ্মণে ওকালতি কৰাৰ লগে লগে ভালেমান ধৰণৰ সমাজ সংস্কাৰমূলক কামত ব্যস্ত আছিল। ১৯৭১ চনত এখেতৰ পৰলোক প্ৰাপ্তি ঘটে।

## বৰ্মণ বালীৰাম

আইন অমান্য আন্দোলনৰ সময়ত ১/৯/৩০ তাৰিখে গুৱাহাটীৰ ফাঁচী বজাৰত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰোঁতে পুলিচৰ নিৰ্য্যাতন ভোগ কৰিছিল।

---

*অধমে কেৱল দোষ লয়য় মধ্যমে গুণ*
*দোষ লৱে কৰিয়া বিচাৰ।*
*উত্তমে কেৱলে গুণ-লয়য় উত্তমোত্তমে*
*অল্প গুণক কৰয় বিস্তাৰ।।*

—মাধৱদেৱ

---

# ভকত মেন্দাৰাম

**বিহদিয়া**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অঞ্চলৰ নেতা মহেন্দ্ৰ নাথ ডেকাক পুলিচে গ্ৰেপ্তাৰ কৰি থানাত ৰখাৰ সময়ত মেন্দাৰাম ভকতে এদিন শান্তি সেনাৰ লগত থানাৰ পৰা ডেকাক উদ্ধাৰ কৰাৰ চেষ্টা কৰোঁতে পুলিচে ভকতক গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ পঠালে। বিছাৰত তেওঁক ৬-মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। পিছত আপীলত কাৰাদণ্ড তিনিমাহলৈ হ্ৰাস পালে।

# ভৰালী লোকনাথ



পিতৃৰ নাম- স্বৰ্গীয় গুণাৰাম ভৰালী

মাতৃৰ নাম- স্বৰ্গীয় মইনা ভৰালী

জন্মস্থান- যোৰহাটৰ চাওখাট মৌজাৰ মেলেং গাঁৱত

জন্মৰ তাৰিখ- ১৯২২ চনৰ ভাদ মাহৰ পুৰ্ণিমা তিথিত

কাকজান হাইস্কুলৰ অষ্টম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে বিয়াল্লিশৰ গণ বিপ্লৱত স্কুলীয়া শিক্ষা বাদ দি মৃত্যু বাহিনীত যোগ দি আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণত সক্ৰিয় অংশ গ্ৰহণ কৰি থকা অৱস্থাত ১৯/৪/৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি যোৰহাট জেলত নিক্ষেপ কৰিলে। বিচাৰত দীঘলীয়া- দুবছৰৰ সশ্ৰম কাৰাদণ্ড বিহিলে। যোৰহাট জেলত কিছুদিন থকাৰ পিছত গুৱাহাটী আৰু চিলেট জেললৈকে তেওঁক বদলি কৰিলে।

জেলৰ পৰা মুক্তি লাভ কৰাৰ পাছত লোকনাথে বেনাৰসলৈ যাত্ৰা কৰে। তাত কেবাবছৰো শিক্ষা লাভ কৰি কাশী বিদ্যাপীঠৰ পৰা হিন্দীত স্নাতক ডিগ্ৰী লাভ কৰিলে আৰু দুবছৰৰ পিছত কাশী বিশ্ববিদ্যালয়ৰ পৰা হিন্দীত এম. এ. ডিগ্ৰী লয়। লগতে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু কবীৰৰ সাহিত্য কীৰ্ত্তিৰ তুলনামূলক অধ্যয়ন কৰিলে।

১৯৫৮ চনৰ অসমৰ উচ্চ শিক্ষা বিভাগত যোগ দি হিন্দী শিক্ষা বিষয়ৰ দায়িত্ব গ্ৰহণ কৰে। লগে লগে অসমীয়াৰ পৰা হিন্দী আৰু হিন্দীৰ পৰা অসমীয়ালৈ ভালেমান গ্ৰন্থ অনুবাদ কৰি দুয়োটা ভাষাকে চহকী কৰিছে। ভড়ালীয়ে ৰাজনীতি, সাহিত্য, সংস্কৃতি আদি বিভিন্ন বিষয়ৰ ভালেমান মৌলিক প্ৰবন্ধ গুৱাহাটীৰ কেবাখনো বাতৰি কাকত, আলোচনীত লিখি গৈছে। তাৰ বাবে ভড়ালীয়ে ভাৰত চৰকাৰ, হিন্দী পৰিষদ, অসম সাহিত্য সভাৰ পৰা কেবাবাৰো পুৰস্কাৰো লাভ কৰিছিল।

# ভবালী হেম



পিতৃ ঃ স্বৰ্গীয় ধনীৰাম ভৰালী

মাতৃ ঃ স্বৰ্গীয় অম্বিকা ভৰালী

জন্ম ঃ ১৯১৯ চনৰ ১৯ ফেব্ৰুৱাৰীত লক্ষিমপুৰ জিলাৰ ঢকুৱাখনাত

স্কুলীয়া কালৰ পৰা গান্ধীজীৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ খদ্দৰ পিন্ধিবলৈ আৰম্ভ কৰা হেম ভৰালীয়ে স্বাধীনতা আন্দোলনৰ খা-খবৰ জানিবলৈ বৰকৈ আগ্ৰহ প্ৰকাশ কৰিছিল। সেয়েহে ১৯৪০-৪১ চনৰ সত্যাগ্ৰহ আন্দোলনৰ সময়ত ভৰালীয়ে সত্যাগ্ৰহীসকলৰ সভা-সমিতিত উপস্থিত হৈ যুদ্ধবিৰোধী শ্লোগান দিছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত ছাত্ৰ-স্বেচ্ছাসেৱিকা হিচাপে হাতত স্বৰাজৰ পতাকা লৈ, জাতীয় সংগীত গাই গাই শোভাযাত্ৰাত যোগ দিছিল, পুলিচৰ খেদা খাইছিল, আন্দোলনৰ প্ৰচাৰ-পত্ৰ লিখিছিল; আন্দোলনকাৰীৰ চিঠি-পত্ৰৰ আদান-প্ৰদান কৰিছিল। পুলিচৰ হাতত এবাৰ-দুবাৰ ধৰা পৰিছিল যদিও ছোৱালী বুলিয়েই গ্ৰেপ্তাৰৰ পৰা বাচি থাকিল।

আন্দোলন শাম কটাৰ পিছতে হেম ভৰালীয়ে নিজৰ সুপ্ত-বাসনা ৰূপায়িত কৰিবলৈ গান্ধীজীৰ ৱাৰ্ধা আশ্ৰমলৈ গৈ তাত বুনিয়াদী শিক্ষাৰ প্ৰশিক্ষণ লৈ ঘূৰি আহি অসমত বুনিয়াদী শিক্ষা প্ৰচাৰৰ কামত আগভাগ ল'লে আৰু গান্ধীজীৰ গঠনমূলক কামত নিজকে সৰ্বক্ষণ কৰ্মী হিচাপে জড়িত কৰিলে। এইগৰাকী নিষ্কাম কৰ্মী ভৰালীয়ে বিনোৱাজীৰ ভূদান আন্দোলনত পদব্ৰজে ১২-বছৰ ভাৰত ভ্ৰমণ কৰিছিল; অসমৰ প্ৰতিখন গাৱঁতে ভূ-দান, গ্ৰাম দানৰ প্ৰচাৰ কৰি ফুৰিছিল।

হেম ভৰালীৰ সমাজ সেৱাৰ স্বীকৃতিস্বৰূপে কেন্দ্ৰীয় চৰকাৰৰ পৰা পদ্মশ্ৰী সন্মান আৰু জাতীয় সংহতি বঁটা আৰু কেইবাটাও ৰাজ্যিক বঁটা লাভ কৰিছে।

---

*প্ৰকৃত প্ৰেম মহাসাগৰৰ দৰে সীমাহীন, এই প্ৰেম এক অন্তৰৰ মাজত উঠা-নমা কৰি আটাইবোৰ সীমা আৰু সীমান্ত অতিক্ৰম কৰি সমগ্ৰ জগততে আৱৰি ধৰে।*

—মহাত্মা গান্ধী

---

# ভৰালী বলী



ৰঙিয়া অঞ্চলৰ ইচ্ছাদঘৰীয়া গাৱঁৰ স্বৰ্গীয় মাণিক ভৰালীৰ পুত্ৰ বলি ভৰালীয়ে কটন কলেজিয়েট স্কুলত পঢ়ি থকাৰ দিনতে ভাৰত ত্যাগ আন্দোলন আৰম্ভ হ'ল আৰু ভৰালীয়ে স্কুল বৰ্জন কৰি গাৱঁলৈ গৈ আন্দোলনৰ কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰিলে। প্ৰথমছোৱাত মকুলিভাৱে সভা-শোভাযাত্ৰাত যোগ দিছিল যদিও পুলিচৰ ধৰপাকৰ আৰম্ভ হোৱাত আন্দোলনৰ স্বাৰ্থত আত্ম-গোপন কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি গৈছিল। লগে লগে পিছপৰা অঞ্চলত সামাজিক কাম-কাজ কৰাতো ব্যস্ত হৈছিল।

এটা শিক্ষা বছৰ হেৰুৱাই ভৰালীয়ে পুনৰ শিক্ষা জীৱন আৰম্ভ কৰিলে।

# ভৰালী ভৰত চন্দ্ৰ



পিতৃ ঃ উত্তমচন্দ্ৰ ভৰালী আৰু মাতৃ ৰাজ্যবালা ভৰালী

জন্মস্থান ঃ ইছাদৰীয়া, ৰঙিয়া

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত গাঁৱে গাঁৱে শান্তি সেনাৰ শিবিৰবোৰ প্ৰতিষ্ঠা হোৱাত ভৰালীয়েও এম চি স্কুলৰ ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ হিচাপে কণিহা শিবিৰত প্ৰশিক্ষণ লৈ যুদ্ধবিৰোধী কাৰ্য্যত লিপ্ত হৈ আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাইছিল। ফলত এটা শিক্ষাবছৰ হেৰুৱাব লগাত পৰিল।

বিভিন্ন সামাজিক কামত ব্ৰতী শ্ৰীভৰালী বৰ্তমান অসম ৰাজ্যিক মুক্তি যুজাৰু সন্মিলনৰ কোষাধ্যক্ষ বিচাপে কাম কৰি আছে। ভৰালী বৰ্তমান গুৱাহাটীৰ শিলপুখুৰীৰ বাসিন্দা।

# ভৰালী (দাস) শান্তিৰাম

পিতা ঃ স্বৰ্গীয় ধাতুৰাম

বৰশৰ, কামৰূপ

পিকেটিং কৰাৰ অপৰাধত ৬-৯-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি শান্তিৰাম ভৰালীক পিছদিনা মুক্তি দিয়ে। গাঁজাৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুনৰ গ্ৰেপ্তাৰ কৰি তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## ভৰালী স্বৰ্গীয় ৰত্নেশ্বৰ

পিতা : স্বৰ্গীয় সাধিৰাম ভৰালী
গুৱালকুছি, এম ভি স্কুল ৰোড

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত তেখেতে সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

## ভৰালী বস্তিৰাম

ৰামদিয়া, বৰ্তমান গান্ধীবস্তি, গুৱাহাটী

গুৱাহাটীৰ ফাঁচীবজাৰত বিলাতী কাপোৰৰ আৰু ৰাঁনৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ২৬-৮-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি বিচাৰত তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## ভৰালী বিষয়চন্দ্ৰ

হাজো

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰিছিল।

## ভৰালী চন্দ্ৰকান্ত

পিতা : স্বৰ্গীয় থানুৰাম ভৰালী, গুৱালকুছি

১৯৩০ চনৰ পৰা ভাৰতৰ স্বাধীনতাৰ সকলো সংগ্ৰামতে অংশগ্ৰহণ কৰিছিল।

## ভৰালী গোলাপ চন্দ্ৰ

পিতা : স্বৰ্গীয় গংগা ভৰালী, গুৱালকুছি

১৯৪২ চনত তেওঁক 17(a) C.L.A. ধাৰাত গ্ৰেপ্তাৰ কৰি তিনি মাহ কাল হাজোতত ৰাখি ১৩-২-৪৩ তাৰিখে মুক্তি দিয়ে।

## ভৰালী দুৰ্গাচন্দ্ৰ

পিতা : স্বৰ্গীয় ভোন্দোল ভৰালী, গুৱালকুছি

১৯২১ চনত অসহযোগ আন্দোলনত আৰু পিছৰ সকলো আন্দোলনতে যোগদান কৰিছিল।

## ভৰালী হৰিশচন্দ্ৰ

**হাজো**

১৯৪২ চনৰ গণ আন্দোলনত ১৭-৯-৪২ তাৰিখে ভাৰত ৰক্ষা আইনৰ ১৭ ধাৰাত হৰিচন্দ্ৰ ভৰালীক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰৰ পিছত ১৭-১২-৪২ তাৰিখে মুক্তি দিয়ে।

## ভৰালী হৰেন্দ্ৰনাথ

**পিতা ঃ স্বৰ্গীয় দীননাথ ভৰালী, লোহাৰঘাট**

১৯২১ চনত পঢ়া বৰ্জন কৰি হৰেন্দ্ৰনাথ ভৰালীয়ে অসহযোগ আন্দোলনত যোগদান কৰে। লোহাৰঘাটৰ মাধৱ গাওঁবুঢ়াৰ ঘৰত খাদী ভাণ্ডাৰ খোলা অপৰাধত ভাৰতীয় দণ্ডবিধি আইনৰ ১৮৮ ধাৰাত গ্ৰেপ্তাৰ কৰি ছয় মাহ সশ্ৰম কাৰাদণ্ড বিহে। আকৌ ১৯৩০ চনৰ আইন অমান্য আন্দোলনত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত ২৮-৮-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি ছয় মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## ভৰালী সুখুনা ৰাম

**বগ্ৰীখুটি, ৰঙিয়া**

ভাৰত ৰক্ষা আইনৰ ৩৮ ধাৰা মতে গ্ৰেপ্তাৰ কৰি ভৰালীক তিনি মাহ কাৰাদণ্ড বিহে। ১১-১-৪৩ তাৰিখে তেওঁ মুক্তি লাভ কৰে।

## ভৰালী (বৈশ্য) তৰুণচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় দুৰ্গাচৰণ**

**ভৰলুমুখ, গুৱাহাটী**

১৯৩০ চনত স্কুল বৰ্জন কৰি তেওঁ আইন অমান্য আন্দোলনত যোগদান কৰে। ১১-৯-৩০ তাৰিখে নলবাৰীত গাঁজাৰ দোকানত পিকেটিং কৰা অপৰাধত গ্ৰেপ্তাৰ কৰি দুমাহ সশ্ৰম কাৰাদণ্ড বিহে।

---

*সত্যৰ দ্বাৰাই সত্য লাভ কৰিব পাৰি। হিয়া দান কৰিলেহে হিয়া পাব পাৰি।*

—মাৰ্চেল

---

# ভট্টাচাৰ্য্য নিৰ্মল



**পিতৃ : স্বৰ্গীয় নৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য**

**জন্ম : ১৯২৯ চনত মাৰ্চৰ ৯ তাৰিখে শ্ৰীহট্ট জিলাত**

সৰু-কালৰে পৰা বিপ্লৱী ভাবাপন্ন নিৰ্মল ভট্টাচাৰ্য্যই চিলেট হাইস্কুলৰ অষ্টমমান শ্ৰেণীত পঢ়ি থাকোতেই বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ হ'ল। ১৮ আগষ্টৰ দিনা আন্দোলনকাৰীৰ এটা দলে চিলেট ডাকঘৰ আক্ৰমণ কৰি ঘৰ-দুৱাৰ ভাঙি কাগজ-পাতি জ্বলাই দিলে আৰু সেই ঘটনাত নিৰ্মলেও অংশগ্ৰহণ কৰিছিল। পুলিচে তেওঁকো গ্ৰেপ্তাৰ কৰি ৯-দিন চিলেট জে'লত বিচাৰাধীন বন্দী হিচাপে ৰখাৰ পিছত বিচাৰত খালাচ পালে। ইতিমধ্যে স্কুল কৰ্তৃপক্ষয়ো তেওঁক স্কুলৰ পৰা বহিষ্কাৰ কৰিলে।

নিৰ্মলে গুৱাহাটীলৈ আহি উপেন নবীশৰ ঘৰ পালেহি। নবীশে তেওঁক ৰহালৈ পঠাই মহেন্দ্ৰ হাজৰিকাক লগ ধৰিবলৈ দিলে। হাজৰিকাই এটা মৃত্যু কাহিনীৰ লগত ভট্টাচাৰ্য্যক কূটাঘাতমূলক কামত নিয়োগ কৰিলে। তাৰ পৰা তেজপুৰলৈ গৈ গহন গোস্বামীৰ লগত কিছুদিন কাম কৰাৰ পিছত পুলিচৰ হাতত ধৰা পৰি কিছুদিন বিনা বিচাৰে জে'লত থকাৰ পিছত খালাচ পাই চিলেটলৈ উভতি গ'ল। তাত আন এখন স্কুলত ভৰ্তি হৈ শিক্ষা জীৱন সম্পূৰ্ণ কৰিলে। দেশ বিভাজনৰ পিছত ভট্টাচাৰ্যৰ পৰিয়াল অসমলৈ উঠি আহি গুৱাহাটীত সংস্থাপন ল'লে আৰু কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰিলে।

ব্ৰিটিছে ভাৰত এৰি যোৱাৰ পিছতে ফ্ৰান্সৰ দখলত থকা পণ্ডিচেৰী ত্যাগ কৰি ফৰাচী সকলো উভতি গ'ল। কিন্তু পৰ্টুগালৰ দখলত থকা গোৱা-দমন-দিউক স্বাধীনতা নিদিয়াত ছচিয়েলিষ্ট পাৰ্টিৰ সৌজন্যত ড° ৰামমনোহৰ লোহিয়াৰ নেতৃত্বত ১৯৫০ চনৰ পৰা গোৱা সীমান্তত সত্যাগ্ৰহ আৰম্ভ কৰিলে। ড° লোহিয়া প্ৰমুখ্যে কেইবাজনো নেতাক কিছুদিন জে'লত ৰাখি তেওঁলোকক ভাৰতলৈ বহিষ্কাৰ কৰিলে। ১৯৫৫ চনৰ ১৫ আগষ্টত ভাৰতৰ পৰা এটা সত্যাগ্ৰহী দল ছচিয়েলিষ্ট পাৰ্টিয়ে গোৱালৈ পঠোৱাৰ সিদ্ধান্ত কৰিলে। সেই মতে বিশ্ব গোস্বামীৰ নেতৃত্বত গুৱাহাটীৰ নিৰ্মল ভট্টাচাৰ্য্য নলবাৰীৰ বদন তালুকদাৰ প্ৰমুখ্যে এটা বাৰজনীয়া সত্যাগ্ৰহীৰ দল ১৫ আগষ্টৰ দিনা গোৱা সীমান্তত সত্যাগ্ৰহৰ কাৰণে আগবাঢ়ি যাওঁতে পৰ্টুগীজ পুলিচৰ নিৰ্মম প্ৰহাৰত প্ৰায়খিনি সত্যাগ্ৰহী আহত হ'ল। নিৰ্মল ভট্টাচাৰ্যও বেয়াকৈ ঘূণীয়া হ'ল।

পৰৱৰ্তী কালত বিভিন্ন সামাজিক আৰু গঠনমূলক কামত ব্ৰতী হৈ থাকি ২০০৪ চনৰ তিনি মে’ তাৰিখে কাহিলীপাৰা কলনিৰ নিজৰ ঘৰত স্বাধীনতা সৈনিক নিৰ্মল ভট্টাচাৰ্য্যই চিৰদিনলৈ চকু মুদিলে।

## ভট্টাচাৰ্য্য বিমল

**পিতা ঃ স্বৰ্গীয় সৰ্বেশ্বৰ ভট্টাচাৰ্য্য**

**গুৱাহাটী**

১৯৩০ চনত ফাঁচীবজাৰত বিলাতী কাপোৰৰ আৰু গাঁজাৰ দোকানত পিকেটিং কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহে।

## ভট্টাচাৰ্য কৃষ্ণচন্দ্ৰ

**আঠঘৰীয়া, (বৰ্তমান-চানমৰি, গুৱাহাটী-৩)**

১৯৩০ চনত স্কুল বৰ্জন কৰি আন্দোলনত যোগদান কৰে। বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত ২৬-৮-৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি তেওঁক তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে যদিও ঠাইৰ অভাৱত পিছত মুক্তি দিয়ে।

পুনৰ ১১-৯-৩০ তাৰিখে পিকেটিং কৰা অপৰাধত গ্ৰেপ্তাৰ কৰি তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

১৯৪২ চনৰ আন্দোলনত তেওঁ গুৱাহাটী আৰু উত্তৰ কামৰূপ যোগাযোগকাৰী সমিতিৰ গোপন বাৰ্তাবাহকৰ কাম কৰিছিল।

## ভট্টাচাৰ্য্য মাণিকচন্দ্ৰ

**আঠঘৰীয়া, বৰ্তমান-হুলাপাৰ, গুৱাহাটী**

১৯৪২ চনৰ আন্দোলনত ২৩-৯-৪২ তাৰিখে কটন কলেজিয়েট স্কুলত পিকেটিং কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰে আৰু ২৭-৯-৪২ তাৰিখে মুক্তি দিয়ে। পৰৱৰ্তী কালত হিচাপ পৰীক্ষকৰ চাকৰি কৰি চাকৰি জীৱনতে মৃত্যু হ’ল।

---

*ধনৰ দ্বাৰা মানুহে নিজক ৰক্ষা কৰিব নোৱাৰে।*

—ভগৱান মহাবীৰ

---

# ভট্টাচাৰ্য্য নাৰায়ণচন্দ্ৰ

পিতৃ ঃ পুষ্পচন্দ্ৰ ভট্টাচাৰ্য্য

জন্ম ঃ ১৯০৬ চনৰ ২৬ ছেপ্টেম্বৰত হেলচা গাৱঁত

বৰ্তমান বাসস্থান ঃ ষষ্ঠীশীল আম্ৰবাৰীত

১৯৩১ চনত কলিকতাত এম কম পঢ়ি থকা অৱস্থাতে আইন অমান্য আন্দোলনৰ চৌত গুৱাহাটীলৈ আহি লীলাধৰ বৰুৱা, দেৱেন শৰ্মা আদিৰ লগত পিকেটিং আদি কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰে। তিনি মাহৰ অধিক কাল জে'ল-হাজোতত থকাৰ পিছত বিচাৰত তেওঁ মুক্তি লাভ কৰিলে।

পৰৱৰ্তী কালত ভট্টাচাৰ্য্যই আইনৰ ডিগ্ৰী লৈ গুৱাহাটীত স্থায়ীভৱে থাকি ওকালতিৰ লগত বিভিন্ন সামাজিক কামত ব্যস্ত হৈ থাকে।

এখেতে ১৯৮১ চনৰ ২৩ মে'ত গুৱাহাটীৰ ঘৰতে পৰলোকপ্ৰাপ্তি হয়।

# ভট্টাচাৰ্য্য নৰেন্দ্ৰনাথ

গুৱাহাটী

১৯৩০ চনত স্কুল বৰ্জন কৰি নৰেন্দ্ৰনাথে আন্দোলনত যোগদান কৰে। ১০-৮-৩০ তাৰিখে বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত তেওঁক পাঁচ মাহ সশ্ৰম কাৰাদণ্ড বিহে।

# ভট্টাচাৰ্য্য ৰমেশচন্দ্ৰ

পিতৃ ঃ স্বৰ্গীয় পণ্ডিত চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য্য

জন্ম ঃ ১৫ নৱেম্বৰ, ১৯২৩

জন্মস্থান ঃ দীঘেলী, নলবাৰী

বৰ্তমান ঃ উগ্ৰতাৰা দেৱালয়, গুৱাহাটী

১৯৪২ চনত শিক্ষা বৰ্জন কৰি আন্দোলনত যোগদান কৰে। গুৱাহাটী আৰু উত্তৰ কামৰূপ যোগাযোগকাৰী সমিতিৰ গোপন বাৰ্তাবাহকৰূপে কাম কৰিছিল। ৬-১১-৪২ তাৰিখে 17 C.L.A. ধাৰা মতে তেওঁক নলবাৰীত গ্ৰেপ্তাৰ কৰে আৰু প্ৰায় দুমাহ জে'ল-হাজোতত বিচাৰাধীন বন্দী হিচাপে ৰখাৰ পিছত ৭-১-৪৩ তাৰিখে বিচাৰ কৰি

এদিনৰ কাৰাদণ্ড বিহে। ইয়াৰ পিছত ভট্টাচাৰ্য্যই আইনৰ পৰীক্ষা দি গুৱাহাটীত ওকালতি আৰম্ভ কৰে আৰু ১৯৭২ চনৰ ২৮ আগষ্ট তাৰিখে ইহলীলা সম্বৰণ কৰে।

## ভট্টাচাৰ্য্য যোগেন্দ্ৰনাথ

**পিতা : স্বৰ্গীয় খৰ্গধৰ ভট্টাচাৰ্য্য**

**গাওঁ : চেপ্তি, পোঃ অঃ পানীটেমা**

১৯৩০ চনত সপ্তম শ্ৰেণীৰ শিক্ষা সামৰি ভট্টাচাৰ্য্যই আইন অমান্য আন্দোলনত যোগদান কৰে। ১৯৩৪ চনত হৰিজন সেৱক সংঘৰ কাম কৰে। ১৯৪১ চনত তেওঁ সত্যাগ্ৰহ কৰিছিল যদিও গ্ৰেপ্তাৰ নহ'ল। ১৯৪২ চনত গ্ৰেপ্তাৰী পৰোৱানা জাৰি হৈছিল যদিও স্বৰ্গীয় ৰবীন্দ্ৰনাথ নবিশৰ সৈতে ১৯৪৩ চনৰ শেষলৈকে আত্মগোপন কৰি থাকি আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই আছিল।

## ভট্টাচাৰ্য সত্যনাথ

**বৰডেকাপাৰ**

১৯৪১ চনত সত্যাগ্ৰহ কৰিছিল আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

## ভট্টাচাৰ্য চিদানন্দ

**মুৰাৰা**

১৯২১ চনত অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰিছিল। সবিশেষ তথ্য পোৱা নগ'ল।

## ভট্টাচাৰ্য সুৰেশচন্দ্ৰ

**পিতা : স্বৰ্গীয় সৰ্বেশ্বৰ ভট্টাচাৰ্য**

**উজানবজাৰ, গুৱাহাটী**

১৯২১ চনত কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত ভট্টাচাৰ্য্যই যোগদান কৰে। ৭-১২-২১ তাৰিখে এটা স্বেচ্ছাসেৱক বাহিনীৰ সমদলৰ নেতৃত্ব দিয়াৰ অপৰাধত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰে। বিচাৰত তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০ টকা জৰিমনা অনাদায়ে আৰু দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহে। যোৰহাট জে'ললৈ বদলি কৰে আৰু তেওঁক ৬-৫-২২ তাৰিখে মুক্তি দিয়ে। কাৰাগাৰৰ পৰা মুক্তি লাভ কৰি তেওঁ ৰেঙ্গুনলৈ (বাৰ্মা) যায় আৰু 'ৰেঙ্গুন

মেইল' কাকতৰ সম্পাদনা কাৰ্য্যত ব্ৰতী হয়। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ বাবে পুঁজি সংগ্ৰহ কৰি তাৰ পৰা পঠাই থাকে।

## ভট্টাচাৰ্য্য সিদ্ধিনাথ

**কৰৰা, নগাওঁ**

১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰে আৰু গ্ৰেপ্তাৰ হৈ ভট্টাচাৰ্য্যই দুমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

## ভট্টাচাৰ্য্য স্বৰ্গীয় কমলা

১৯৩০ চনত ১০ জুলাইৰ পৰা ১৯ জুলাইলৈ কটন কলেজত পিকেটিং কৰা প্ৰথম মহিলা দলৰ সদস্যা।

## ভট্টাচাৰ্য্য ঘনশ্যাম

ৰঙিয়াৰ ইচ্ছাদঘৰীয়া গাৱঁত ১-১-১৯২৪ তাৰিখে জন্মগ্ৰহণ কৰা ঘনশ্যাম ভট্টাচাৰ্যৰ পিতৃ আছিল স্বৰ্গীয় তাৰানাথ ভট্টাচাৰ্য। ১৯৪০ চনত গুৱাহাটী স্কুলত পঢ়ি থকাৰ দিনতে ৬ ডিচেম্বৰ তাৰিখে যুদ্ধৰ বিৰুদ্ধে ছাত্ৰ-শোভাযাত্ৰাত অংশ গ্ৰহণ কৰা ঘনশ্যামে পুলিচৰ মাৰ খাই আঘাটপ্ৰাপ্ত হৈছিল। কিন্তু পিছ নুহহকি তেওঁ যুদ্ধৰ সমৰ্থনত হোৱা প্ৰদৰ্শনীৰ দুৱাৰত কলেজীয়া ছাত্ৰৰ লগত পিকেটিং কৰিছিল।

ভট্টাচাৰ্য্যই বিয়াল্লিশৰ আন্দোলনত আত্মগোপন কৰি কুটাঘাটমূলক কামতো প্ৰবৃত্তি হৈছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। দুটা শিক্ষা বছৰ হেৰুওৱাৰ পিছতহে পুনৰ শিক্ষা গ্ৰহণ কৰিলে।

## ভট্টাচাৰ্য্য হংসধৰ



নগাওঁ জিলাৰ বেবেজীয়া অঞ্চলৰ স্বৰ্গীয় দয়াৰাম ভট্টাচাৰ্য্যৰ পুত্ৰ হংসধৰ ভট্টাচাৰ্য্যৰ জন্মৰ অঞ্চলটোৱেই আছিল বিয়াল্লিশৰ অন্দোলনৰ ঘাটি স্বৰূপ। সেইখন গাৱঁৰে পণ্ডিত কনকচন্দ্ৰ শৰ্মাই ১৯২১ চনতে স্বৰাজৰ পতাকা কান্ধত লৈ নগাওঁ জিলাত কংগ্ৰেছ সংগঠন গঢ়ি তুলিছিল। আন্দোলন আৰম্ভৰ আগে আগে হংসধৰে স্কুলীয়া শিক্ষা বাদ দি স্বেচ্ছাসেৱক দলত যেগদান কৰি সভা শোভাযাত্ৰাত অংশ গ্ৰহণ কৰিলে; যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্য চলালে; বেবেজীয়া গুলিচালনাৰ প্ৰতিবাদী

শোভাযাত্ৰাত শ্লোগান দি ঘূৰিলে। আনকি পিছত মৃত্যু বাহিনীৰ সদস্য হৈ কূটাঘাটমূলক কামতো লিপ্ত হ'ল।

পিছত ভট্টাচাৰ্য্যই কলেজীয়া শিক্ষা শেষ কৰি ৰিজাৰ্ভ বেঙ্কত চাকৰি কৰি গুৱাহাটী কৃষ্ণ নগৰত স্থায়ী ভাবে বসতি কৰি আছে।

## ভাগৱতী বিজয় চন্দ্ৰ



সৰু কালৰে পৰা অধ্যয়নশীল, দেশপ্ৰেমত উদ্বাউল বিজয় চন্দ্ৰ ভাগৱতীয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে সভা-শোভাযাত্ৰাত যোগ দিছিল। ১৯৩০ চনত কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত কটন কলেজ বৰ্জন কৰা প্ৰথম ছাত্ৰৰ দলটোত ভাগৱতী আছিল মুখ্য প্ৰবক্তা। হেম বৰুৱা, অমিয় দাস আৰু বিজয়চন্দ্ৰ ভাগৱতী- তেজপুৰৰ এই ত্ৰিমূৰ্তিৰ প্ৰচেষ্টাতে বিভিন্ন ঠাইৰ পৰা ডেকা ল'ৰা সংগ্ৰহ কৰি নবীন বৰদলৈৰ বাৰীত অস্থায়ী শিবিৰ পাতি, তেওঁলোকক বিভিন্ন ধৰণৰ প্ৰশিক্ষণ দি সভা-শোভাযাত্ৰা সংগঠন কৰা, পিকেটিং কৰা আদি কামত নিয়োগ কৰিলে।

গুৱাহাটীৰ সংগঠন মজবুত কৰি ভাগৱতী তেজপুৰত প্ৰচাৰ কাৰ্য্যত লাগিল আৰু তাতে ১১/১০/৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটীলৈ আনি বিচাৰ কৰি ৬-মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জেলৰ পৰা ওলাই আন বহুতৰ দৰে কলেজলৈ উভটি নগৈ ভাগৱতীয়ে প্ৰচাৰ আৰু সংগঠনৰ কামত লাগি থকিল। ৩০/৮/৩১ তাৰিখে ভাগৱতীয়ে চতিয়াত আৰু ২৬/৪/৩১ তাৰিখে গুৱাহাটীত স্বৰাজৰ পতাকা উত্তোলন কৰিলে। ভাগৱতীক ২১/৫/৩২ তাৰিখে পুলিচে আকৌ গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। সেইবাৰ বিচাৰত দুবছৰৰ সশ্ৰম কাৰাদণ্ড আৰু দুশ টকা জৰিমনা, অনাদায়ে আৰু চাৰি মাহৰ কাৰাদণ্ডৰ হুকুম হ'ল। সেইবাৰৰ সৰহ কাল ভাগৱতীক চিলচৰ জেলতে ৰাখিলে।

বিয়াল্লিশৰ গণ আন্দোলন আৰম্ভৰ কিছু দিনৰ ভিতৰতে আন আন কংগ্ৰেছ নেতাৰ লগত ভাগৱতীকো ভাৰত প্ৰতিৰক্ষা আইনৰ ২৬ (১) (খ) ধাৰাত গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে ২৩/৪/৪৫ তাৰিখলৈ বন্দী কৰি ৰাখিলে।

কংগ্ৰেছ দলৰ থিংকটেংক হিচাপে পৰিচিত ভাগৱতীদেৱে কেবাবছৰো অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি, কেবাবাৰো বিধায়ক আৰু সাংসদ, এটা কাৰ্য্যকালত কেন্দ্ৰত উপমন্ত্ৰী, অসম ৰাজ্যিক মুক্তি যুঁজাৰু সম্মিলনৰ সভাপতিৰ

দায়িত্বও বহন কৰি ৰাইজলৈ সেৱা আগবঢ়াইছিল। লগে লগে তেখেতে স্বাধীনতা আন্দোলনৰ ওপৰত বহুতো লেখা-মিলা কৰি থৈ গৈছে।

## ভাগৱতী গুৰুদত্ত শৰ্মা

**পিতৃৰ নাম- প্ৰয়াত হৰকান্ত শৰ্মা ভাগৱতী**

**জন্মস্থান- মাখিবাহা গাঁও; নলবাৰী**

**জন্মৰ তাৰিখ- ১০ চেপ্তেম্বৰ, ১৯১৯ চন**

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনৰ পিছৰ পৰা বহু সংখ্যক ডেকা 'স্বাধীনতা আমাৰ জন্মস্বত্ব' বুলি অনুভৱ কৰি স্বাধীনতা ৰণলৈ আগবাঢ়ি আহিল। জালিৱানাবাগৰ হত্যাকাণ্ড, গান্ধীজীৰ দাণ্ডি যাত্ৰা আৰু লোণ আইন ভঙ্গ, অসমৰ কানিংহাম চাৰ্কুলাৰে অসম সহিতে দেশবাসীক উত্তপ্ত কৰিলে। স্কুলত পঢ়ি থকা গুৰুদত্ত ভাগৱতীৰ নিচিনা ডেকা বিলাকৰ অন্তৰতো স্বধীনতাৰ সুপ্ত বাসনা জাগ্ৰত হৈ উঠিল।

১৯৩৯ চনতে ভাগৱতীয়ে মাখিবাহা আৰু ওচৰৰ গাঁৱৰ জনদিয়েক স্বাধীনতা সৈনিকৰ সহযোগত মাখিবাহাত এখন বিৰাত ৰাজহুৱা সভা আহ্বান কৰি বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা, লক্ষ্মীধৰ বৰা আদিক আমন্ত্ৰন জনালে। তেওঁলোকৰ বক্তৃতাই জনতাক ব্ৰিটিছৰ বিৰুদ্ধে উদ্বুদ্ধ কৰি তুলিলে। ভাগৱতী আঞ্চলিক কংগ্ৰেছ কমিটিৰ তেতিয়াই সভাপতি হ'ল।

১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত ভাগৱতীয়ে শোভাযাত্ৰা উলিওৱা, ৰাজহুৱা সভাত যুদ্ধ বিৰোধী বক্তৃতা দিয়া, হাট-বজাৰত পিকেটিং কৰা, সেনা-চাউনিত ৰচদ পাতি বন্ধ কৰা আদি কামত লিপ্ত থকাত তেওঁৰ ওপৰত গ্ৰেপ্তাৰী পাৰোৱানা জাৰি হ'ল। ভাগৱতীয়ে আন্দোলনৰ স্বাৰ্থত পুলিচৰ ওচৰত ধৰা নিদি আত্মগোপন কৰি কাম চলাই থাকিল।

আন্দোলনৰ পিছত শিক্ষা জীৱন সমাপ্ত কৰি গঠনমূলন কামত আত্মনিয়োগ কৰিলে। অৱশ্যে স্বাধীনতাৰ পিছত চৰকাৰী চাকৰি কৰি গুৱাহাটীৰ হাতীগাঁৱত স্থায়ীভাৱে বসতি কৰি থকাৰ ভিতৰতে ভাগৱতীয়ে ইহলীলা সম্বৰণ কৰিলে।

---

*অসম্ভৱ শব্দৰ অৰ্থ মূৰ্খৰ অভিধানতহে পোৱা যায়।*

—নেপোলিয়ন

---

# ভাগৱতী নবীনচন্দ্ৰ



গোৰেশ্বৰ অঞ্চলৰ চেউনি গাৱঁৰ নবীন চন্দ্ৰ ভাগৱতীয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত মৌজা কংগ্ৰেছৰ চেক্ৰেটৰী হিচাপে অঞ্চলটোৰ প্ৰচাৰ কাৰ্য্য চলাই ফুৰোতে আৰু যুদ্ধ বিৰোধী বক্তৃতা দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত পাঁচ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। আন্দোলনৰ পিছতো কংগ্ৰেছ সংগঠনৰ কাম কৰি ফুৰিছিল।

# ভাগৱতী পদ্মনাথ

বেতনি মৌজাৰ চেউনি গাঁৱত পদ্মনাথ ভাগৱতীয়ে বিয়াল্লিশৰ আন্দোলনত শান্তি সেনা হিচাপে কাৰ্য্যসূচী ৰূপায়ন কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাবাস খাতিলে।

# ভট্টাচাৰ্য্য চক্ৰেশ্বৰ

পূব বৰিগোগ মৌজাৰ ইচ্ছাদঘৰিয়া গাৱঁত ১৯১৬ চনত জন্ম গ্ৰহণ কৰা মেধাৱী ছাত্ৰ চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লৈ ঘৰ পোৱাৰ লগে লগে ভাৰত ত্যাগ আন্দোলন আৰম্ভ হ'ল। তেওঁ বাহাৰঘাট, ডেকাপাৰা, ঘগ্ৰাপাৰ, ৰঙিয়া, কনিহা আদিত কংগ্ৰেছ স্বেচ্ছাসেৱক সকলক লগত লৈ শান্তি সেনাৰ শিবিৰ পাতি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। নিজে আত্ম-গোপন কৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্য আৰু অন্যান্য কাৰ্য্যসূচী ৰূপায়ন কৰি ইংৰাজৰ পুলিচ বাহিনীক ব্যতিব্যস্ত কৰি তুলিলে। কিন্তু ভট্টাচাৰ্য্যক পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

স্বাধীনতাৰ পিছত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই আকাশ বাণীৰ চাকৰিত সোমাই উচ্চ-পদবীলৈ প্ৰমোচন পাই অৱসৰ গ্ৰহণ কৰে। চাকৰিৰ লগে লগে সাহিত্য চৰ্চাত আত্মনিয়োগ কৰি ভালেমান গ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰি থৈ কম বয়সতে ১৯৭৮ চনত নশ্বৰ দেহ ত্যাগ কৰিলে।

# ভট্টাচাৰ্য্য লোকনাথ দলৈ

চেপ্তি গাৱঁৰ লোকনাথ ভট্টাচাৰ্যই স্কুলীয়া শিক্ষা ত্যাগ কৰি আন্দোলনত নামি চৰকাৰ বিৰোধী, যুদ্ধবিৰোধী কাৰ্য্যত আত্মনিয়োগ কৰি পুলিচী নিৰ্য্যাতন ভোগ কৰিছিল।

## ভট্টাচাৰ্য্য সত্যনাথ

ডেকপাৰ গাৰঁৰ সত্যনাথ ভট্টাচাৰ্য্যই ১৯২১ চনতে অসহযোগ আন্দোলনত যোগ দি তেতিয়াৰে পৰা কংগ্ৰেছ সংগঠনৰ কাম কৰি, ১৯৩৮ চনৰ তেওঁৰ প্ৰচেষ্টাতে ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ডেকপাৰত অধিৱেশন পাতিছিল। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনতো ভট্টাচাৰ্য্যই উপদেষ্টাৰ ভূমিকা পালন কৰিছিল।

এইজন সমাজকৰ্মীয়ে ৯৫-বছৰত ১৯৮৯ চনত ইহলীলা সম্বৰণ কৰিলে।

## ভূঞা নিৰণ

**জন্ম ঃ ১৫ ডিচেম্বৰ ১৯২১**

উত্তৰ লক্ষিমপুৰৰ পানীগাৰঁৰ কলীয়া ভূঞাৰ পুত্ৰ নিৰণ ভূঞাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ আগৰে পৰা শান্তি সেনাৰ প্ৰশিক্ষণ লৈ গাৱেঁ-ভূঞে সভা-শোভাযাত্ৰা কৰি গান্ধীজীৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে সৰ্বেশ্বৰ বৰুৱাৰ সভাপতিত্বত উত্তৰ লখিমপুৰত নগৰত বহা গণ-সমাৱেশত শান্তি সেনাৰ দলে বিপ্লবী গীত গাই জনতাৰ অন্তৰত বিদ্ৰোহৰ ভাব জগাই তুলিলে— সেইটো দলৰ নেতৃত্ব দিছিল নিৰণ ভূঞাই। সংগঠনৰ কামত লিপ্ত থাকোতেই ৩০-৯-৪২ তাৰিখে ভূঞাক গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। দুই অক্টোবৰৰ বিচাৰত ভূঞাক চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই নিৰণ ভূঞাই আত্মগোপন কৰি যুদ্ধবিৰোধী প্ৰচাৰ আৰু আন কাৰ্য্যক্ৰম ৰূপায়ণত লাগিল।

১৩-৯-৪৩ তাৰিখে পুলিচে ভূঞাক আকৌ গ্ৰেপ্তাৰ কৰি ছয় সপ্তাহৰ জে'ল আৰু পঞ্চাশ টকা জৰিমনা, অনাদায়ে আৰু ছয় সপ্তাহৰ কাৰাদণ্ড বিহিলে। এইবাৰ তেওঁক যোৰহাট জে'ললৈ বদলি কৰি পঠালে। ভূঞা জে'লত থকাৰ ভিতৰতে কেইবাবাৰো পুলিচে তেওঁৰ ঘৰ খানাতালচ কৰি পৰিয়ালক হাৰাশাস্তি দিছিল।

স্বাধীনতাৰ আগতেই নিৰণ ভূঞা গুৱাহাটীলৈ আহি সাংবাদিকতা আৰম্ভ কৰিলে। দৈনিক অসমীয়া, নতুন অসমীয়া আদি বাতৰি কাকতৰ সম্পাদনা বিভাগত চাকৰি কৰি গুৱাহাটীতে স্থায়ীভাৱে বসতি স্থাপন কৰে। ভূঞাই কম বয়সতে ১৯৭৭ চনৰ ১২ আগষ্ট তাৰিখে গুৱাহাটীত মৃত্যু বৰণ কৰিলে।

# ভূঞা খৰ্গেশ্বৰ



পিতৃ ঃ স্বৰ্গীয় লীলাৰাম ভূঞা

জন্ম ঃ লখিমপুৰ জিলাৰ বিহপুৰীয়া অঞ্চলৰ জাপজুপ গাৱঁত ১৯২২ চনৰ ২১ এপ্ৰিল তাৰিখে

১৯৪১ চনৰ সত্যগ্ৰহ আন্দোলনৰ আগে আগে কংগ্ৰেছ সংগঠনত ভৰ্তি হৈ জিলাখনৰ প্ৰতি অঞ্চলতে গান্ধীজীৰ আদৰ্শ প্ৰচাৰৰ লগে লগে সংগঠনৰ কামত ব্ৰতী হ'ল। পিছত ভূঞা গুৱাহাটীলৈ আহি ডাঃ হৰিকৃষ্ণ দাসৰ লগত থাকি গঠনমূলক কামত লিপ্ত হ'ল আৰু কামৰূপৰ বিভিন্ন ঠাইত গান্ধীজীৰ নেতৃত্বত চলা সত্যাগ্ৰহৰ সময়ত যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলাই থকাত ১৯৪১ চনৰ দুই মাৰ্চ তাৰিখে গুৱাহাটীৰ পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰকে ভাৰত প্ৰতিৰক্ষা আইনৰ ৩৮(৫) ধাৰাত ভূঞাক এবছৰৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। পিছত ৬-৩-৪১ তাৰিখে তেওঁক যোৰহাট জে'ললৈ বদলি কৰিলে। তাত পাঁচ মাহ থকাৰ পিছত গুৱাহাটী জে'ললৈ আনি ১৩-১২-৪১ তাৰিখে খালাচ দিলে।

তেতিয়াৰ পৰা ভূঞাই ডাঃ দাসৰ তত্বাৱধানত গঠনমূলক কামত একাণপতীয়াকৈ ব্ৰতী হৈ ১৯৪৫ চনত ৱাৰ্ধাৰ সেৱাগ্ৰামত এবছৰীয়া প্ৰশিক্ষণ লৈ কিছুদিন শৰণীয়া আশ্ৰমত শিক্ষকতা কৰে। তাৰ পিছত চানমাৰি সৰ্বোদয় আশ্ৰমৰ অধ্যক্ষৰ দায়িত্ব বহন কৰি আশ্ৰমখন গান্ধীজীৰ আদৰ্শৰে গঢ়ি তোলে। সেই সময়তে খৰ্গেশ্বৰ ভূঞাই বিনোবাৰ গীতা প্ৰবচনকে আদি কৰি ২২-খন সৰু-ডাঙৰ কিতাপ অসমীয়ালৈ ভাঙনি কৰি প্ৰকাশ কৰিলে।

এইজন গঠনমূলক কৰ্মীয়ে চানমাৰি আশ্ৰমতে ইহ-সংসাৰ ত্যাগ কৰিলে।

# ভূঞা দ্বিজেন্দ্ৰনাথ

**চেনিকুঠি, গুৱাহাটী-৫**

১৯৩০ চনত শিক্ষা বৰ্জন কৰি আইন অমান্য আন্দোলনত দ্বিজেন্দ্ৰনাথে যোগদান কৰে। ২৯-৮-৩০ তাৰিখে ফাঁচীবজাৰত বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰা অপৰাধত তেওঁক গ্ৰেপ্তাৰ হয় আৰু বিচাৰত ছয় মাহ সশ্ৰম কাৰাদণ্ড বিহে। এইজন স্বাধীনতা সংগ্ৰামীয়ে ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰি নিৰ্য্যাতন ভুগিছিল।

## ভূঞা প্ৰেমদাকান্ত

**উজানবজাৰ, গুৱাহাটী**

১৯২১ চনত কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত যোগদান কৰে। তেওঁ তিনি মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল। তেওঁৰ বিষয়ে পিছৰ ছোৱাৰ তথ্য অৱগত নহ'ল।

## ভূঞা নাৰায়ণচন্দ্ৰ

**পিতা ঃ স্বৰ্গীয় ৰামনাথ, জামুগুৰি**

**বৰ্তমানৰ ঠিকনা ঃ কংগ্ৰেছ অফিচ, গুৱাহাটী**

১৯৪০ চনত সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰিছিল যদিও নাৰায়ণচন্দ্ৰৰ সত্যাগ্ৰহ কৰা নহ'ল। তেওঁ ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত যোগদান কৰিছিল। পুলিচে গ্ৰেপ্তাৰ কৰি চাৰি মাহ হাজোতত ৰাখে আৰু বিচাৰত চৈধ্য টকা জৰিমনাৰ শাস্তি বিহে।

## ভূঞা চন্দ্ৰকান্ত

১৯২২ চনত অসহযোগ আন্দোলনত অংশ লোৱাৰ অপৰাধত পুলিচে 17 (I) C.L.A. ধাৰামতে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত তিনি মাহ সশ্ৰম কাৰাদণ্ড বিহে।

## ভূঞা শ্ৰীমতী পদুমী

প্ৰয়াত খৰ্গেশ্বৰ ভূঞাৰ পত্নী শ্ৰীমতী পদুমী ভূঞাৰ জন্ম গুৱাহাটীত ১৯২৭ চনৰ ১৫ নৱেম্বৰ তাৰিখে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্কুলীয়া ছাত্ৰী হিচাপে অমলপ্ৰভা দাসৰ নেতৃত্বত আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত স্বেচ্ছাসেৱিকা হিচাপে অংশগ্ৰহণ কৰিছিল। এদিন শোভাযাত্ৰাত যাওঁতে পুলিচৰ হাতত বেতৰ কোব খাব লগাও হৈছিল।

অমলপ্ৰভা দাসে শৰণীয়াত কস্তুৰবা আশ্ৰম প্ৰতিষ্ঠা কৰাৰ পিছত পদুমীয়ে তাতে বিভিন্ন বিভাগত প্ৰশিক্ষণ লৈ প্ৰথমে তাতে সেৱিকা হিচাপে আগবঢ়ায় আৰু পিছত স্বামীৰ লগত চানমাৰি সৰ্বোদয় আশ্ৰমৰ পৰিচালনাৰো দায়িত্ব বহন কৰি বিভিন্ন গঠনমূলক কামত ব্ৰতী হৈ আছে।

# মেধি জগদীশচন্দ্ৰ

১৯২১ চনত গান্ধীজীৰ নেতৃত্বত আৰম্ভ হোৱা অসহযোগ আন্দোলনত কলেজীয়া শিক্ষা শেষ কৰি সংগ্ৰামত জগদীশচন্দ্ৰ মেধিয়ে অংশ গ্ৰহণ কৰে এবাৰ পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰত ১৫০ টকা জৰিমনা বিহে। আন্দোলনৰ পিছত পুনৰ শিক্ষা গ্ৰহণ কৰি তেওঁ ওকালতি আৰম্ভ কৰে।

সত্যাগ্ৰহ আন্দোলনত ২৪/৩/৪১ তাৰিখে বেলশৰত সত্যাগ্ৰহ কৰাৰ কাৰণে পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল আৰু বিচাৰত ৬ মাহৰ সশ্ৰম কাৰাদণ্ড বিহে। ২/৫/৪১ তাৰিখে তেওঁক যোৰহাট জেললৈ বদলি কৰে। ১৯৩৬ চনত জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঠন হোৱা কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টীৰ সদস্য হিচাপে অসমত প্ৰচাৰ কাৰ্য্য চলায়। ভাৰত ত্যাগ আন্দোলনত ২৫/৮/৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বাদী হিচাপে প্ৰথমে গুৱাহাটী কাৰাগাৰত ৰাখি ১০/৬/৪৩ তাৰিখে যোৰহাট কাৰাগাৰলৈ বদলি কৰে। ৯/২/৪৪ তাৰিখে জেলৰ পৰা মুক্তি দি গুৱাহাটীত গৃহ বন্দী কৰি প্ৰায় এবছৰ কাল ৰাখে।

# মেধি বিষ্ণুৰাম



**জন্ম- ১৮৮৮ চনৰ ৪ এপ্ৰিল**

**মৃত্যু- ১৯৮০ চনৰ ২৩ এপ্ৰিল**

১৯২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীৰ আহবানৰ প্ৰতি সঁহাৰি জনাই বিষ্ণুৰাম মেধিয়ে ওকালতি ত্যাগ কৰি কামৰূপৰ গাৱেঁ-ভূঞে সভা-সমিতি পাতি ৰাইজৰ মাজত গান্ধীজীৰ নীতি, অসহযোগৰ কাৰ্য্যপন্থা ব্যাখ্যা কৰি স্বাধীনতাৰ প্ৰতি মানুহক আকৃষ্ট কৰি ঘুৰি ফুৰোতে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে। বিচাৰত মেধিক ৩১/১২/২১ তাৰিখে ৯ মাহৰ কাৰাদণ্ড বিহিলে আৰু চিলছৰ জেললৈ বদলি কৰি পঠালে। জেলৰ পৰা ওলোৱাৰ পিছত মেধিক অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ দায়িত্ব দিলে। তেওঁ গোটেই অসমতে প্ৰচাৰ কাৰ্য্য চলাই ১৯৩০ চনৰ আইন-অমান্য আন্দোলনৰ কাৰণে কৰ্মীসকলক সংগঠিত কৰিলে।

আকৌ ২২/৮/৩০ তাৰিখে মেধিক গ্ৰেপ্তাৰ কৰি ২৫/৯/৩০ তাৰিখৰ পৰা ৩ মাহৰ সশ্ৰম কাৰাদণ্ড বিহি তেজপুৰ জেললৈ পঠালে। ১৯৩১ চনত কলিকতা কংগ্ৰেছলৈ যোৱাৰ পথত পাৰ্বতীপুৰ ষ্টেচনত গ্ৰেপ্তাৰ কৰি ৭-দিন দিনাজপুৰ

জেলত মেধিৰ লগতে অসম দলটোক বন্দী কৰি ৰাখিছিল। সত্যাগ্ৰহ আন্দোলনত হাজোত ১৩/১২/৪০ তাৰিখে সত্যাগ্ৰহ কৰা দোষত এবছৰৰ কাৰাদণ্ড বিহিলে।

জেলৰ পৰা ওলাই কংগ্ৰেছ সংগঠনৰ কামত ব্যস্ত হৈ থকাৰ সময়তে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ হ'ল আৰু প্ৰথম দিনাই মেধি ডাঙৰীয়াক চৰকাৰে নিৰাপত্তা বন্দী হিচাপে প্ৰথমে গুৱাহাটীত আৰু পিছত যোৰহাটত কাৰাগাৰত দুবছৰৰ ওপৰ কাল বন্দী কৰি ৰাখিলে।

১৯৪৬ চনৰ নিৰ্বাচনত বৰদলৈ মন্ত্ৰীসভাত মেধিয়ে বিত্ত আৰু ৰাজহ বিভাগৰ দায়িত্ব বহন কৰিছিল আৰু ১৯৫০ চনৰ ৫ আগষ্টত বৰদলৈৰ মৃত্যুৰ পিছত তেখেতে দুবছৰ মুখ্যমন্ত্ৰীৰ দায়িত্ব চম্ভালিছিল। তাৰ পিছত ৫-বছৰ মাদ্ৰাজৰ গৱৰ্ণৰ হৈ আছিল।

## মেধি চবিন

পিতৃৰ নাম- স্বৰ্গীয় নেপালী মেধি
জন্মৰ স্থান- নলবাৰী মহকুমাৰ লাউপাৰা গাওঁত
জন্মৰ তাৰিখ- ১৯১৩ চন
বৰ্তমানৰ ঠিকনা- লুটুমা, বিনোৱা নগৰ, গুৱাহাটী

১৯৩০ চনৰ পলাশবাৰী আৰ বি হাইস্কুলৰ ৮ম মান শ্ৰেণীত পঢ়ি থাকোতেই কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ কৰি চবিন মেধিয়ে পিকেটিং কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰিলে। সেই চনৰে ৩০ আগষ্ট তাৰিখে মেধিক পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ পঠালে যদিও, কম বয়সীয়া কাৰণে বিচাৰকে মুক্তি দিলে।

চবিন মেধিয়ে স্কুললৈ ঘূৰি নগৈ, আইন অমান্য আন্দোলনত নামি পৰিল আৰু গাঞ্জা, কানি আৰু বিলাতী বস্ত্ৰৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ চালান দিলে। বিনা-বিচাৰে ৩-মাহ মান জেলত থকাৰ পিছত বিচাৰত তেওঁ মুক্তি লাভ কৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত মেধিয়ে 'কৰিম কিম্বা মৰিম' মন্ত্ৰৰে জঁপিয়াই পৰি সভা-শোভাযাত্ৰাত যোগ দিলে, যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্যত লিপ্ত হ'ল, সেনা শিবিৰত ৰচদ যোগানত বাধা প্ৰদান কৰিলে। ফলত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু সেইবাৰ বিচাৰত তেওঁৰ ৩-মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

কাৰাগাৰৰ পৰা মুক্তি লাভ কৰি মেধিয়ে সামাজিক কামত আত্ম-নিয়োগ

কৰিলে আৰু স্বাধীনতাৰ পিছত পঞ্চায়তৰ জৰিয়তে সমাজ উন্নয়নৰ কামত প্ৰবৃত্ত হ'ল। এইজন সমাজ কৰ্মীৰ লুটুমাৰ নিজ ঘৰত পৰলোক প্ৰাপ্তি ঘটিল।

## মেধি শৈলেন



**পিতৃ ঃ প্ৰয়াত দীননাথ মেধি (মুক্তি সংগ্ৰামী)**

**জন্ম ঃ ৰামদিয়া, ১৯২৮ চন**

স্বাধীনতা সংগ্ৰামী শৈলেন মেধি ছাত্ৰাৱস্থাৰে পৰা সংগ্ৰামী আছিল। ১৯৪১ চনৰ ৬ ডিচেম্বৰত গুৱাহাটীত গঢ়ি উঠা যুদ্ধবিৰোধী আন্দোলনত ছাত্ৰ শৈলেন মেধি জঁপিয়াই পৰিল আৰু পুলিচে কৰা লাঠী চাৰ্জত আহত হ'ল। কিছুকাল গোপন কাৰ্য্যকলাপত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিলে। কিছুকাল গোপন কৰি থাকি ইংৰাজৰ বিৰুদ্ধে কাম কৰি ১৯৪৫ চনতহে গুপ্তাবাস ত্যাগ কৰিব পাৰিলে। ইংৰাজৰ ডিভাইদ এণ্ড ৰুল নীতিৰ তীব্ৰ বিৰোধিতা কৰা শৈলেন মেধিয়ে যুদ্ধৰ সৰবৰাহ পথৰ কূটাঘাতমূলক কামতো লিপ্ত হৈছিল।

## মহন্ত কেশৱ



**জন্ম- ১৯২৬ চনৰ ২০ চেপ্তেম্বৰত,**

**চতিয়াৰ মুদৈ গাঁৱত**

**পিতৃ- স্বৰ্গীয় থানেশ্বৰ মহন্ত**

**মাতৃ- স্বৰ্গীয় বিনোদিনী দেৱী**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত চতিয়া হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্ৰ কেশৱ মহন্তই স্কুলত ধৰ্মঘট কৰি সদলবলে ওলাই গাঁৱে-ভুঞে আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত নামি পৰিল। অৱশ্যে বহু ছাত্ৰ পুনৰ স্কুললৈ ঘূৰি গল যদিও দশম মানৰ সকলো ছাত্ৰই সেই বছৰৰ প্ৰৱেশিকা পৰীক্ষা বৰ্জন কৰি ইতিহাস ৰচিলে। মহন্তই আত্ম-নিয়োগ কৰি আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ন কৰি থাকোতে পুলিচৰ হাতত ধৰা পৰিল আৰু বিচাৰত ৩/৪/৪৩ তাৰিখৰ পৰা তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

কেশৱ মহন্তই দুটা শিক্ষা বছৰ হেৰুৱাই ১৯৪৪ চনত প্ৰৱেশিকা পাছ কৰি উচ্চ শিক্ষা গ্ৰহণ কৰিলে। স্বাধীনতাৰ পিছতেই এচাম মুক্তি-যোদ্ধাই বাম পন্থী দলত যোগদান কৰিলে আৰু তাৰ ভিতৰত কেশৱ মহন্তও এজন। এইজন মহন্তই পৰৱৰ্তী কালত শিল্প, সাহিত্য, সংস্কৃতিৰ পৃথিৱীখনত সোমাই পৰিল আৰু

বহু কেইখন গ্ৰন্থ ৰচনা কৰি থৈ গ'ল। এখন কবিতা পুথিৰ বাবে মহন্তই সাহিত্য একাডেমি পুৰস্কাৰো লাভ কৰিলে।

এইজন স্বাধীনতা সেনানী, কবি, গীতিকাৰ, সাহিত্যিক কেশৱ মহন্তই গুৱাহাটীৰ নিমাজীপামৰ নিজা ঘৰত নশ্বৰ দেহ পৰিত্যাগ কৰিলে।

## মালাকাৰ মতিৰাম

হাজো অঞ্চলৰ ক্ষুদ্ৰদধি গাঁৱৰ স্বৰ্গীয় মাধৰাম মালাকাৰৰ পুত্ৰ মতিৰাম মালাকাৰৰ জন্ম ১৯০৫ চনৰ মে' মাহৰ ৩ তাৰিখে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশ গ্ৰহণ কৰাৰ পিছত মৃত্যু বাহিনীত যোগ দান কৰে আৰু নিধিৰাম মালাকাৰৰ লগত ৰঙিয়া, নলবাৰী, দৌলাশাল আদি ঠাইত আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলায়।

মতিৰাম মালাকাৰে ঠায়ে ঠায়ে কুটাঘাটমূলক কামতো জড়িত হৈ পৰে আত্ম-গোপন কৰি। আন্দোলনৰ সময়ত পুলিচে গ্ৰেপ্তাৰ কৰিবলৈ সক্ষম নহল। গান্ধীজীৰ গুৱালকুছি ভ্ৰমনত এওঁ স্বেচ্ছাসেৱক বাহিনীৰ নায়কৰ দায়িত্বত

পৰৱৰ্তী কালত মালাকাৰে শিক্ষা সমাপ্ত কৰি কেন্দ্ৰ চৰকাৰৰ চাকৰি কৰি অৱসৰৰ পাছত বিমান কোঠৰ ওচৰৰ ভি. আই. পি. ৰোডৰ স্থায়ী বাসিন্দা হয় আৰু তাতে তেওঁ ১৯৭৭ চনত মৃত্যু হয়।

## মালাকাৰ ৰবীন



হাজো অঞ্চলৰ বৰদধি গাঁৱৰ স্বৰ্গীয় দণ্ডিৰাম মালাকাৰৰ পুত্ৰ ৰবীন মালাকাৰৰ জন্ম ১৯২৯ চনৰ ২ অক্টোবৰত। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনে দেশৰ সকলো অঞ্চলতে খলকনি তোলাৰ সময়তে ১২/১৩ বছৰীয়া ল'ৰা ৰবীনেও হাতত ত্ৰিৰঙ্গ পতাকা লৈ শোভাযাত্ৰাত যোগ দি গাঁৱে গাঁৱে ঘূৰি ফুৰিছিল; স্বাধীনতা সৈনিক সকলৰ বক্তৃতা শুনিছিল। বিয়াল্লিশৰ ২০ চেপ্টেম্বৰত হাজো অঞ্চলৰ জনগণে হাজো পুলিচ থানাখনকেই বিদেশী শাসকৰ প্ৰতীক চিহ্ন বুলি গণ্য কৰি থানাৰ ভিতৰত জাতীয় পতাকা উত্তোলন কৰিবলৈ কেবা ফালৰ পৰা শোভাযাত্ৰা কৰি আহি থানা ঘেৰাও কৰিলেহি। তাত হোৱা পুলিচৰ লাঠি চালনাত ৰবীন মালাকাৰেও আঘাট প্ৰাপ্ত হৈছিল।

পৰৱৰ্তী কালত মালাকাৰে পঢ়াশুনা শেষ কৰি আইনৰ ডিগ্ৰী লৈ গুৱাহাটী ফটাশিল আমবাৰিত স্থায়ীভাবে বসতি কৰি ওকালতিৰ লগতে সমাজবাদী আন্দোলনতো অংশ গ্ৰহণ কৰি গঠনমূলক কামত ব্ৰতী হৈ আছে। এবাৰ অসম বিধান সভাৰ সদস্যও নিৰ্বাচিত হৈছিল।

## মেধি গকুলচন্দ্ৰ

কলেজীয়া ছাত্ৰ হিচাপে ছাত্ৰ জীৱন ত্যাগ কৰি যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰাৰ বাবদ ১৯৪১ চনৰ ৬ ডিচেম্বৰত পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ পঠালে। বিচাৰত তেওঁক ৪ মাহৰ কাৰাদণ্ড বিহিলে। জেলৰ পৰা খালাচ হোৱাৰ পিছতো কিছুমাহ গৃহ বন্দী কৰি ৰাখিছিল।

## মুখাৰ্জী নিশিনাথ

১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত যোগদান কৰি কিছুদিন গুৱাহাটী জেলত কাৰাৰুদ্ধ হৈ আছিল।

## মালাকাৰ কানাইলাল

**পিতৃ- স্বৰ্গীয় কাণ্ডৰাম মালাকাৰ**

**জন্ম স্থান- বশিষ্ঠ, গুৱাহাটী**

বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে আন্দোলনৰ সকলোবোৰ কাৰ্য্যসূচীত সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰাত তেওঁ পুলিচৰ হাতত ধৰা পৰে আৰু জেল হাজোতলৈ নিক্ষেপ কৰে। বিচাৰত ৬ মাহৰ সশ্ৰম কাৰাদণ্ডৰ নিৰ্দেশ দিয়ে। গুৱাহাটী কাৰাগাৰৰ পৰা তেওঁক চিলেট কাৰাগাৰলৈ বদলি কৰে তাতে সৰহদিন কটাব লগা হ'ল।

## মিস্ত্ৰি কামিনীকুমাৰ

গুৱালকুছিৰ কামিনী কুমাৰে স্বেচ্ছাসেৱক হিচাপে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন অংশ গ্ৰহণ কৰি গুৱালকুছি অঞ্চলত কুটাঘাটমূলক কামতো ব্যস্ত হৈ পৰিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## মুন্সী আলি

ছয়গাঁৱৰ কোটাই মুন্সীৰ পুত্ৰ মুন্সী আলিয়ে ১৯৩০-৩১ চনত আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কাম কৰিছিল।

## মণ্ডল যজ্ঞৰাম

চৰকাৰী মণ্ডলৰ চাকৰি কৰি থকা বকো অঞ্চলৰ যজ্ঞৰামে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ প্ৰভাৱত পৰি চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়নত আত্মনিয়োগ কৰে। বকো থানাৰ পুলিচৰ হাতত তেওঁ যথেষ্ট নিৰ্য্যাতন ভোগ কৰিছিল।

## মণ্ডল চন্দ্ৰকান্ত

নগৰবেৰা অঞ্চলৰ চন্দ্ৰকান্ত মণ্ডলে অসহযোগ আন্দোলনত জাঁপিয়াই পৰি সভা-শোভাযাত্ৰা, পিকেটিং আদিত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। ফলত পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ পঠালে। কিন্তু বিচাৰত কেইদিনমান জেলত থকাৰ পিছত তেওঁ খালাচ পালে।

## মণ্ডল ধনীৰাম

পলাশবাৰী অঞ্চলৰ ধনীৰাম মণ্ডলে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে দোকান বজাৰত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ পঠালে। ১৯২২ চনৰ জানুৱাৰী মাহত বিচাৰত এশ টকা জৰিমনা বিহিলে আৰু অনাদায়ে তিনিমাহৰ সশ্ৰম কাৰাদণ্ড গুৱাহাটী কাৰাগাৰত ভোগ কৰিলে।

---

*আজিলৈকে এনেকুৱা কোনো বিপ্লৱ হোৱা নাই যিটো কোনো কিতাপত লিখাৰ দৰে হৈছে। প্ৰত্যেক বিপ্লৱে নিজৰ কিতাপ নিজে ৰচনা কৰে।*

নাৰায়ণ

---

## মৰল ৰাজুৰাম

পলাশবাৰী অঞ্চলৰ সদিলাপুৰৰ ৰাজুৰাম মৰলে ১৯৩২ চনতে স্বাধীনতা আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে গঠনমূলক কামত লিপ্ত হয়। ১৯৪১ চনৰ সত্যাগ্ৰহ আন্দোলনত প্ৰতিজ্ঞা পদত চহী কৰি সত্যাগ্ৰহ কৰে। অৱশ্যে পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

## মহম্মদ তৈয়বুল্লা

১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে গুৱাহাটী কাছাৰিৰ তৈয়বুল্লাই ওকালতি ত্যাগ কৰি আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে আৰু অসম খিলাফত সমিতিৰো সম্পাদকৰো দায়িত্ব গ্ৰহণ কৰে। ৭/১২/২১ তাৰিখে তেওঁ পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল; কিন্তু বিচাৰত হাকিমৰ ওচৰত কোনো মতামত নিদিয়াত ৬-মাহৰ কাৰাদণ্ড বিহিলে আৰু ২০ দিনৰ পিছত তেজপুৰ জেললৈ তেওঁক স্থানান্তৰ কৰিলে। জেলৰ পৰা ওলোৱাৰ পিছত অসম প্ৰদেশ কংগ্ৰেছৰ প্ৰথমে সম্পাদক আৰু পিছত ১৯৪০ চনৰ পৰা বহুদিনলৈ সভাপতিৰ দায়িত্ব বহন কৰে।

তৈয়বুল্লা চাহাবে সত্যাগ্ৰহ আন্দোলনত ৬-মাহ আৰু ১০০ টকা জৰিমনাৰ সলনি আৰু চাৰি মাহ মুঠ ৭-মাহ কাৰাবাস খাটে। পিছত ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে তেখেতক পুনৰ গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে ২-বছৰৰ অধিক কাল যোৰহাট কাৰাগাৰত বন্দী কৰি ২৭/৩/৪৫লৈ ৰাখিলে। তেওঁ জেলত থকা সময়ত তেওঁৰ পৰিয়ালটোৱে অশেষ নিৰ্য্যাতন ভোগ কৰিব লগাত পৰিছিল।

তৈয়বুল্লা চাহাবে ১৯৫২ আৰু ১৯৫৮ চনত দুবাৰকৈ ৰাজ্যসভাৰ সদস্য তাৰ আগতে বৰদলৈ মন্ত্ৰীসভাৰ সদস্যও আছিল। এইজন দেশপ্ৰেমিকৰ ৭০ বছৰ বয়সত ১৯৬০ চনৰ ৩০ অক্টোবৰ তাৰিখে মহাপ্ৰয়াণ ঘটিল।

---

*আশা আছে বাবে পৃথিবীখন ইমান ধুনীয়া।*

—হেম বৰুৱা

---

# মুখাৰ্জী নিহাৰ চন্দ্ৰ

**পিতৃ- স্বৰ্গীয় ভবেশ চন্দ্ৰ মুখাৰ্জী**

**জন্ম- গুৱাহাটী লাচিত নগৰত,**

**১৯২১ চনৰ ১ ফেব্ৰুৱাৰীত**

কালতে বিপ্লৱী আদৰ্শত অনুপ্ৰাণিত হোৱা নিহাৰচন্দ্ৰ মুখাৰ্জীয়ে ১৯৪১ চনত কটন কলেজত পঢ়ি থকা অৱস্থাত যুদ্ধ-বিৰোধী আন্দোলনত অংশ গ্ৰহণ কৰি ৬ ডিচেম্বৰৰ ছাত্ৰৰ শোভাযাত্ৰাত পুলিচৰ হাতত মাৰ খাব লগা হয়। মুখাৰ্জী বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ, ছাত্ৰ সংগঠন অসম প্ৰাদেশিক ছাত্ৰ ফেডাৰেছনৰ সক্ৰিয় কৰ্মী আছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত কংগ্ৰেছৰ লগতে বিপ্লৱী কমিউনিষ্ট সকলেও যুদ্ধ বিৰোধী অৱস্থান গ্ৰহণ কৰি ইংৰাজৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিছিল।

অহিংসা আন্দোলনকাৰীৰ বিৰুদ্ধে পুলিচ বাহিনীৰ নিষ্পেষণ বাঢ়ি অহাৰ লগে লগে আন বহুতৰ দৰে নিহাৰচন্দ্ৰ মুখাৰ্জীয়েও আত্ম-গোপন কৰি ব্ৰিটিছ চৰকাৰক অচল কৰাৰ বিভিন্ন কূটাঘাটমূলক কাৰ্য্যসূচী ৰূপায়নত লাগি পৰিছিল। আন্দোলনৰ গোটেই সময়খিনিত মুখাৰ্জীক পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

স্বাধীনতাৰ পিছত আৰ-চি-পি-আই কৰ্মী হিচাপে নিহাৰ মুখাৰ্জীয়ে সশস্ত্ৰ বিপ্লৱত অংশ গ্ৰহণ কৰি নিৰ্য্যাতন ভোগ কৰিছিল।

# মুখাৰ্জী মোহনলাল

**পিতৃ- স্বৰ্গীয় ললিত মোহন মুখাৰ্জী**

**জন্ম- কলকতাত, ১৯২১ চনৰ ১২ চেপ্টেম্বৰত**

মোহনলাল মুখাৰ্জীয়ে তেতিয়াৰ কলিকতাত জন্ম গ্ৰহণ কৰিলেও তিনিবছৰ মান বয়সতে গুৱাহাটীলৈ আহি ইয়াতে পঢ়া শুনা কৰিছিল। সৰু কালৰে পৰা বিপ্লৱী ভাবধাৰাৰে পৰিপুষ্ট হৈ কটন কলেজত পঢ়ি থকা সময়ত বিপ্লৱী কমিউনিষ্ট দলৰ ছাত্ৰ ফেডাৰেশ্যনৰ সক্ৰিয় কৰ্মী হিচাপে যুদ্ধ বিৰোধী আন্দোলন গঢ়ি তোলে। ১৯৪১ চনৰ ৬ ডিচেম্বৰৰ যুদ্ধ বিৰোধী শোভাযাত্ৰাত নেতৃত্ব দি তেওঁ পুলিচৰ মাৰ খালে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে কলেজ বৰ্জন কৰি সন্ত্ৰসবাদী কাৰ্য্য-কলাপত লিপ্ত হৈ উজনি অসমলৈ গৈ তাত শ্ৰমিক সকলক সংগঠিত কৰি ব্ৰিটিছ চৰকাৰক ব্যতিবস্ত কৰি তুলিলে। পুলিচে অনেক চেষ্টা কৰিও বিপ্লৱী মোহন লালক ধৰিব নোৱাৰিলে। সেইবাৰ ১৯৪৫ চনলৈকে মুখাৰ্জী পলাতক হৈয়ে থাকিল।

স্বাধীনতাৰ পিছত ১৯৪৮ চনৰ পৰা বিপ্লৱী কমিউনিষ্ট কৰ্মী হিচাপে মাৰ্ঘেৰিটা, লিডুৰ কয়লা খনিৰ শ্ৰমিক, ডিগবৈৰ তৈল খণ্ডৰ শ্ৰমিক, চাহবাগানৰ বনুৱাক সংগঠিত কৰি আৰু তেওঁলোকৰ স্বাৰ্থত বহু ঠাইতে শ্ৰমিক আন্দোলন পৰিচালনা কৰি মালিক পক্ষৰ হৈ চৰকাৰৰ অশেষ নিৰ্য্যাতন ভোগ কৰিলে; কেবাবাৰো কাৰাবৰণো কৰিব লগা হ'ল।

বহুতো গল্প, উপন্যাস, কবিতাৰ লিখক, নাট্যকাৰ, অভিনেতা মোহনলাল মুখাৰ্জীক বিপ্লৱীসকলে "নাগমাৰিৰ নায়ক" হিচাপে চিহ্নিত কৰিছিল। এইজন আজীৱন বিপ্লৱীয়ে ২০০০ চনৰ ১৯ জুন তাৰিখে গুৱাহাটীৰ ঘৰত চিৰ নিদ্ৰাত পতিত হ'ল।

## মেধি দীননাথ



১৯২১ চনত গান্ধীজীয়ে ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে অসহযোগ আন্দোলন আৰম্ভ কৰি উকিলসকলৰ প্ৰতি জনোৱা আহবানৰ পৰিপ্ৰেক্ষিতত গুৱাহাটী কাছাৰীৰ ওকালতি ত্যাগ কৰি দীননাথ মেধিয়ে অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি, উক্ত আন্দোলন শেষ নোহোৱা পৰ্য্যন্ত কাছাৰী বৰ্জন কৰি আছিল।

১৯৪২ চনতো মেধিয়ে ভাৰত ত্যাগ আন্দোলনত যোগদান দি গাঁৱে-ভূঞে সভা-সমিতি পাতি আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই থাকোঁতে ৮/১২/৪২ তাৰিখে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ২০/১/৪৩ তাৰিখৰ পৰা নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী জেলত বন্দী কৰি থয়। ৪/৩/৪৪ তাৰিখত কাৰাগাৰৰ পৰা মুক্তি দি কিছুদিন গৃহবন্দী কৰিও ৰাখে।

## মেধি দেবীচৰণ

কামৰূপৰ ৰামদিয়াত জন্মগ্ৰহণ কৰা দেবীচৰণ মেধিয়ে ১৯২১ চনত কটন কলেজত পঢ়ি থকা অৱস্থাতে কলেজ ত্যাগ কৰি অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি স্বেচ্ছাসেৱক হিচাপে পিছপৰা অঞ্চলত কংগ্ৰেছৰ সংগঠনৰ কামত উঠিপৰি লাগিল।

## মেধি ভাৰতচন্দ্ৰ

শুৱালকুছিত জন্মগ্ৰহণ কৰা মেধিয়ে দশম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে স্কুল ত্যাগ কৰি বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত জঁপিয়াই পৰি, স্বেচ্ছাসেৱক হিচাপে সভা-শোভাযাত্ৰা, পিকেটিং, সেনাবাহিনীলৈ খাদ্য সামগ্ৰীৰ যোগান বন্ধ আদি কামত লিপ্ত হৈ পুলিচৰ হাতত ধৰা নপৰাকৈ আন্দোলনৰ কাৰ্য্যসূচী চলাই গৈছিল।

## মেধি ভদ্ৰৰাম

ৰঙিয়া অঞ্চলৰ ভদ্ৰৰাম মেধিয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত যোগ দি ৪-১২-৩০ তাৰিখে ৰঙিয়া বজাৰত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি থানাত আবদ্ধ কৰি ৰাখিছিল। কিন্তু কম বয়সীয়া ল'ৰা হিচাপে পুলিচে বেতৰ কোব দি তেওঁক মোকোলাই দিয়ে।

## মেধি কামিনীকুমাৰ

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শুৱালকুছিৰ ডেকা কৰ্মী কামিনী কুমাৰে শান্তি সেনাৰ প্ৰশিক্ষণ লৈ বিভিন্ন কাৰ্য্যসূচীত আত্মনিয়োগ কৰে। ফলত ১৯-৯-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক জে'ল-হাজোতলৈ পঠালে। দুমাহ বিচাৰাধীন বন্দী হিচাপে থকাৰ পিছত ২২-১১-৪৩ তাৰিখে বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে।

## মেধি কালিৰাম

কম বয়সতে কালিৰাম মেধিয়েও ৪-১২-১৯৩০ তাৰিখে এদল স্বেচ্ছাসেৱকৰ লগত ৰঙিয়া বজাৰত পিকেটিং কৰাৰ অপৰাধত পুলিচে মাৰপিট কৰি দিনটো থানাত আবদ্ধ কৰি বয়স কম কাৰণে এৰি দিয়ে।

# মেধি হাঁহিৰাম

**পিতৃ ঃ সৰ্বানন্দ মেধি,**

**জন্মস্থান ঃ নগৰবেৰা, কামৰূপ**

১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি অকথ্য নিৰ্য্যাতন চলায় আৰু বিচাৰত তিনি মাহৰ কাৰাদণ্ড বিহে।

# মেধি ভোলোক

ৰঙিয়া অঞ্চলৰ ভোলোক মেধিয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত যোগ দি ৪-১০-১৯৩০ তাৰিখে ৰঙিয়া বজাৰত আন্দোলনত যোগ দি ৪-১০-১৯৩০ তাৰিখে ৰঙিয়া বজাৰত এদল স্বেচ্ছাসেৱকৰ লগত পিকেটিং কৰোঁতে পুলিচে গ্ৰেপ্তাৰ কৰি ৰঙিয়া থানাৰ লক-আপত ভৰাই থয় আৰু কম বয়সীয়া ল'ৰা কাৰণে গধুলি এৰি দিয়ে।

# মেধি কান্তিধৰ

শুৱালকুছিৰ দেশপ্ৰেমিক ডেকা কান্তিধৰ মেধিয়ে স্কুলীয়া ছাত্ৰ হিচাপে ১৯২১ চনৰ অসহযোগ আন্দোলনতে স্কুল ত্যাগ কৰি সংগঠনৰ কামত একাণপতীয়াকৈ আত্মনিয়োগ কৰে। ৰাইজৰ মাজত চৰকাৰক খাজনা নিদিয়াৰ প্ৰচাৰ কৰাত পুলিচে গ্ৰেপ্তাৰ কৰে; কিন্তু বিচাৰত খালাচ পালে।

১৯৩০-৩২ চনত কানিৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক জে'ললৈ নিক্ষেপ কৰে। তিনি মাহ কাৰাৰুদ্ধ হৈ থকাৰ পিছত বিচাৰত তেওঁ খালাচ পালে।

১৯৪২ চনৰ আগষ্ট বিপ্লৱত পলাতক হিচাপে কাম কৰি থকা অৱস্থাত ১৬-৬-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে ২৬-২-৪৪ তাৰিখলৈকে কাৰাৰুদ্ধ আৰু ১৭-৮-৪৪ তাৰিখৰ পৰা গৃহবন্দী হৈ থাকিব লগা হৈছিল।

# মেধি তিলকচন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় মিথাৰাম মেধি,**

**জন্মস্থান ঃ শুৱালকুছি**

এইজন স্বাধীনতা সংগ্ৰামী তিলক মেধিয়ে ১৯২১ চনৰ অসহযোগ আন্দোলনত শিক্ষা জীৱন ত্যাগ কৰি অসহযোগ আন্দোলনৰ বাণী প্ৰচাৰ কৰি

ফুৰিছিল। গান্ধীজীৰ আহ্বানত গুৱাহাটীৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ নিক্ষেপ কৰিলে। বিচাৰত তেওঁক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## মেধি ডাঃ সম্ভুৰাম

হাজোত জন্মগ্ৰহণ কৰা উদ্যোগী ডেকা সম্ভুৰাম মেধিয়ে সত্যাগ্ৰহীৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰি ১৯৪১ চনত কেইবাঠাইতো ৰাইজৰ সন্মুখত যুদ্ধবিৰোধী সত্যাগ্ৰহ কৰে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। কিন্তু ১৯৪২ চনৰ গণ আন্দোলনত প্ৰচাৰ কাৰ্য্যত ব্যস্ত থকা অৱস্থাত ১৩-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি ডাঃ মেধিক গুৱাহাটী জে'লত আৱদ্ধ কৰি ৰাখে। বিচাৰত ১৭-১২-৪২ তাৰিখে খালাচ পালে।

## মেধি সত্যনাথ

চমৰীয়া সত্ৰত জন্মগ্ৰহণ কৰা সত্যনাথ মেধিয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ বাবদ চমৰীয়াত ২১-১-৩১ তাৰিখে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'লত ভৰ্তি কৰে। কিন্তু ৩১-১-৩১ তাৰিখে বিচাৰত সাক্ষী প্ৰমাণৰ অভাৱত তেখেতক মুক্তি দিয়ে।

## মেধি ধীৰদত্ত



হাজো ভৰালীটোলৰ স্বৰ্গীয় বিষয়চন্দ্ৰ মেধিৰ পুত্ৰ ধীৰদত্ত মেধিয়ে সৰু কালছোৱা গুৱাহাটীৰ বিষ্ণুৰাম মেধিৰ ঘৰত থাকি পঢ়া-শুনা কৰিছিল আৰু ঘৰখনৰ আৱহাৱাই তেওঁকো শৈশৱতে দেশপ্ৰেমিক কৰি তুলিছিল। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনৰ মেধিদেৱৰ গ্ৰেপ্তাৰৰ পিছত ধীৰদত্তই আন কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলৰ লগত বিভিন্ন কামত লিপ্ত হৈ থকাত ১৯-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। তিনি মাহ হাজোতত থকাৰ পিছত ১৭-১২-৪২ তাৰিখে বিচাৰত দত্তক মুক্তি দিলে।

দুটা শিক্ষা বছৰ হেৰুওৱাৰ পিছত ধীৰদত্তই পঢ়া-শুনা পুনৰ আৰম্ভ কৰি কলিকতাৰ মেডিকেলৰ ডিগ্ৰী লৈ চিকিৎসা সেৱাত ব্ৰতী হ'ল। অসমৰ বিভিন্ন চিকিৎসালয়ত চাকৰি কৰি নগাৱঁৰ ফৌজদাৰী পট্টিত নিগাজীকৈ থকা বাসস্থানত ১৯৮৭ চনৰ পাঁচ আগষ্টত তেওঁৰ মৃত্যু হ'ল।

## মেধি সৰ্বানন্দ

শুৱালকুছিৰ সৰ্বানন্দ মেধিয়ে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া ছাত্ৰ হিচাপে স্কুলত, কানি-ভাঙৰ দোকানত স্বেচ্ছাসেৱকসকলৰ লগত পিকেটিং কৰি থকা অৱস্থাত গ্ৰেপ্তাৰ কৰি কাৰাগাৰত নিক্ষেপ কৰিলে। ৩-৮-৩০ তাৰিখে হোৱা বিচাৰত তেখেতক আঠ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে। কাৰাবাসৰ পিছত ওলাই আহি বিভিন্ন গঠনমূলক কামত অংশগ্ৰহণ কৰি থাকিল।

## মেধি সত্যচৰণ

পলাশবাৰীত জন্মগ্ৰহণ কৰা সত্যচৰণে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি, পিকেটিং কৰাৰ অপৰাধত এমাহৰ কাৰাবাস খাটিলে। জে'লৰ পৰা ওলাই আকৌ আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই থাকোঁতে বকো থানাৰ অন্তৰ্গত এখন গাৱঁৰ ৰাজহুৱা সভাত ভদ্ৰ ডেকা, চন্দ্ৰ দাস আৰু চেগুন আলীৰ সৈতে পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটীৰ বিচাৰকৰ ওচৰত হাজিৰ কৰায়। বিচাৰত আইন অমান্যৰ অপৰাধত তিনিওকে ছয় মাহকৈ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে।

## মেধি সোণাৰাম

স্বৰাজৰ পতাকা হাতত লৈ গুৱাহাটীৰ ফাঁচীবজাৰত এদল স্বেচ্ছাসেৱকৰ লগত শোভাযাত্ৰা কৰাৰ অপৰাধত সোণাৰাম মেধিক পুলিচে গ্ৰেপ্তাৰ কৰে। বিচাৰত তিনি মাহৰ কাৰাদণ্ডৰ নিৰ্দেশ দিয়ে।

## মেধি চন্দ্ৰকান্ত

শিমলিটোলাৰ দেশপ্ৰেমিক ডেকা চন্দ্ৰকান্তই ১৯২১ চনৰ অসহযোগ আন্দোলনত জঁপিয়াই পৰি কপাহী সূতা কটা, খাদী প্ৰচলন, মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন আদি আন্দোলন তথা গান্ধীজীৰ বাণী বকো, শিংৰা আদি অঞ্চলত প্ৰচাৰ কৰি, খাজনা বন্ধ আদি কামত লিপ্ত থকাৰ অৱস্থাত বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত শিংৰা বজাৰত পিকেটিং কৰাত গ্ৰেপ্তাৰ কৰি কিছুদিন জে'লত থকাৰ পিছত বিচাৰত মুক্তি লাভ কৰে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত যুদ্ধবিৰোধী কাৰ্য্যত লিপ্ত থকাৰ অপৰাধত এবছৰৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

# মেধি আলাহু

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে ৪-১২-৩০ তাৰিখে ৰঙিয়া বজাৰত পিকেটিং কৰাত আলাহু মেধিক পুলিচে গ্রেপ্তাৰ কৰি থানাত দিনটো ৰাখি ৰাতি বেত্রাঘাত কৰি মোকোলাই দিলে।

# মেধি নন্দৰাম

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত এদল স্বেচ্ছাসেৱকৰ লগত ৪-১২-৩০ তাৰিখে ৰঙিয়া বজাৰত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্রেপ্তাৰ কৰি দিনটো থানাত ৰাখি পিছত মাৰধৰ কৰি এৰি দিয়ে।

# মেধি কমলেশ্বৰ

পিতৃ ঃ স্বৰ্গীয় জানদুৰাম মেধি

জন্ম ঃ ১৯০২ চনৰ ১৪ ফেব্রুৱাৰী

জন্মস্থান ঃ আজাৰা

১৯২১ চনত কটন কলেজৰ ছাত্র আছিল কমলেশ্বৰ মেধি। গান্ধীজীয়ে অসহযোগ আন্দোলনৰ আহ্বান দিয়াৰ লগে লগে আন ভালেমান দেশপ্রেমিক ছাত্রৰ লগতে কমলেশ্বৰ মেধিয়েও কলেজীয়া শিক্ষা বৰ্জন কৰি আন্দোলনত যোগ দিলে। গুৱাহাটীৰ পৰা পলাশবাৰী পৰ্য্যন্ত গাঁৱে গাঁৱে ঘুৰি স্বৰাজৰ বাণী প্রচাৰ কৰিলে; অসহযোগৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণত লিপ্ত হৈ পৰিল। কেতিয়াবা কানিৰ দোকানত, কেতিয়াবা ভাঙৰ দোকানত পিকেটিং কৰিলে; কেতিয়াবা সূতা কাটি কাপোৰ বৈ স্বাবলম্বী হোৱাৰ শিক্ষা দিলে। এনেদৰে কাম চলাই থকাৰ মাজতে এদিন পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। বিচাৰত মেধিক ছয় মাহৰ সশ্রম কাৰাদণ্ডৰ হুকুম দিলে।

কাৰাগাৰৰ পৰা মুক্তি লাভ কৰাৰ পিছতো মেধিয়ে দেশৰ আৰু দহৰ কাম বাদ নিদি ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনলৈকে সক্রিয় হৈয়ে থাকিল।

স্বাধীনতাৰ পিছতে মেধিয়ে বিভিন্ন গঠনমূলক কামত প্রবৃত্ত হৈ থাকিল।

# মেধি অতুলচন্দ্ৰ

নগৰবেৰাৰ দেশপ্রেমিক অতুলচন্দ্র মেধিয়ে ১৯২১ চনত বকোত অসহযোগৰ প্রচাৰ কাৰ্য্য চলোৱা কাৰ্য্যত আন কেইবাজনৰো লগত পুলিচে গ্রেপ্তাৰ কৰি জে'ললৈ পঠাই ১৯২১ চনৰ ডিচেম্বৰ মাহৰ অত্যধিক শীতত জলজলি নদীত

এৰাতি ডিঙিলৈকে বুৰাই নৃশংসভাৱে অত্যাচাৰ কৰিছিল। এই নৃশংস অত্যাচাৰৰ খবৰে সেই সময়ত দেশব্যাপী প্ৰতিবাদৰ জোঁৱাৰ উঠিছিল আৰু এই অত্যাচাৰৰ তদন্তৰ কাৰণে গান্ধীজীয়ে বাবু ৰাজেন্দ্ৰ প্ৰসাদক বকোলৈ পঠাইছিল।

এইগৰাকী সংগ্ৰামীৰ জন্ম ১৮৯৮ চনত আৰু মৃত্যুবৰণ কৰিলে ১৩৫৭ শকৰ চ'ত মাহত।

## মেধি খগেন্দ্ৰনাথ

নগৰবেৰাৰ এইজন ডেকাই দেশ-প্ৰেমত উদ্বুদ্ধ হৈ ১৯৩০ চনত স্কুলীয়া শিক্ষা বৰ্জন কৰি বকোৰ পৰা গুৱাহাটীলৈকে আইন অমান্য আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই থাকি ৮-৯-৩০ তাৰিখে ফাঁচী বজাৰৰ বিলাতী বস্তু বিক্ৰী কৰা দোকানত পিকেটিং কৰি থকাত পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত কম বয়সীয়া ল'ৰা কাৰণে জে'ললৈ নপঠাই পুলিচে দহ কোব বেত দি এৰি দিবলৈ হুকুম দিলে।

## মেধি কৃষ্ণৰাম

গুৱালকুছিৰ লক্ষ্মীৰাম মেধিৰ পুত্ৰ কৃষ্ণৰাম মেধিয়ে ১৯৪২ চনৰ গণ আন্দোলনত স্বেচ্ছাসেৱক বাহিনীৰ সদস্য হৈ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰিছিল।

## মেধি মদনচন্দ্ৰ

নগৰবেৰাৰ মদনচন্দ্ৰ মেধিয়ে দেশপ্ৰেমত উদ্বুদ্ধ হৈ ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি পুলিচৰ নিৰ্য্যাতন ভোগ কৰিছিল।

## মেধি বিষ্ণুৰাম

সুজনপাৰা ৰামপুৰৰ বিষ্ণুৰাম মেধিয়ে আইন অমান্য আন্দোলনত বিভিন্ন ঠাইত পিকেটিং কৰি পুলিচৰ নিৰ্য্যাতন ভোগ কৰে; কিন্তু কম বয়সীয়া কাৰণে তেখেতে জে'লৰ ভাত খাব লগা নহ'ল।

## মেধি অমল সিং

নগৰবেৰাৰ অমল সিং মেধিয়েও ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান দি পুলিচৰ নিৰ্য্যাতন ভোগ কৰিছিল।

## মেধি মাধৱচন্দ্ৰ

পিজুপাৰা, নগৰবেৰাৰ মাধৱচন্দ্ৰ মেধিয়েও অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি পুলিচ নিৰ্য্যাতন ভোগ কৰিছিল।

## মেধি জয়চন্দ্ৰ

কালুবাৰীৰ চণ্ডীৰামৰ পুত্ৰ জয়চন্দ্ৰ মেধিয়ে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি কেইজনমান স্বেচ্ছাসেৱকৰ লগত বজাৰত মুষ্টি ভিক্ষা কৰি থকা অৱস্থাত পুলিচে ২৬-৩-৩২ তাৰিখে গ্ৰেপ্তাৰ কৰি থানাত এৰাতি লক-আপত ভৰাই থৈ পিছদিনা বেত্ৰাঘাত কৰি মুক্তি দিছিল। ৩১-৩-৩২ তাৰিখে কানিৰ দোকানত পিকেটিং কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## মহন্ত আনন্দ প্ৰসাদ

হাজো বৰদধিৰ আনন্দ প্ৰসাদে ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত যোগ দি কানি-ভাঙৰ দোকানত পিকেটিং কৰাৰ বাবে পুলিচে গ্ৰেপ্তাৰ কৰি থানাত আবদ্ধ কৰি মাৰপিট কৰি তিনিবাৰকৈ এৰি দিছিল। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশগ্ৰহণ কৰাৰ অপৰাধত ১৭-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰে। বিচাৰত তেওঁৰ তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হয়।

## মহন্ত অচ্যুতচন্দ্ৰ

শুৱালকুছিৰ অচ্যুত মহন্তই ১৯৪১ চনৰ ১৭ জানুৱাৰী তাৰিখে যুদ্ধবিৰোধী সত্যাগ্ৰহত অংশগ্ৰহণ কৰে। অৱশ্যে পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ গণ আন্দোলনত পুলিচৰ চকুত ধূলি মাৰি বিভিন্ন কূটাঘাতমূলক কামতো তেওঁ সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

---

*কোনো মানুহ বা কোনো জাতিয়ে আনক ঘিণ কৰি বৰ্তিব নোৱাৰে।*

—স্বামী বিবেকানন্দ

---

## মহন্ত শ্ৰীদামচন্দ্ৰ



**পিতৃ ঃ প্ৰয়াত অমৃতচন্দ্ৰ মহন্ত**
**মাতৃ ঃ প্ৰয়াত দীনমায়া দেৱী**
**জন্ম ঃ ১৯১৪ চনৰ ২১ ছেপ্টেম্বৰত হাজো অঞ্চলৰ বৰদধি সত্ৰত**

শ্ৰীদাম চন্দ্ৰ মহন্তই গাৱঁৰ হাইস্কুলৰ অষ্টম শ্ৰেণীত পঢ়ি থাকোতেই সেই স্কুল ফিল্ডত এখন সভাত নবীন বৰদলৈয়ে কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে দিয়া বক্তৃতাত উদ্বুদ্ধ হৈ মহন্তই স্কুলৰ শিক্ষা বৰ্জন কৰি আইন অমান্য আন্দোলনত যোগ দি হাজোৰ ভাং-কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। দহ দিন হাজোতত থকাৰ পিছত বিচাৰত খালাচ দিলে।

আন্দোলন শাম কটাৰ পিছত মহন্তই মেট্ৰিক পৰীক্ষা দিয়েই গুৱাহাটী শান্তিপুৰৰ গান্ধী আশ্ৰমত থাকি সেৱা আগবঢ়ালে। কিন্তু বহুতো ঘাত-প্ৰতিঘাতৰ মাজেদি শ্ৰীদাম মহন্তই ১৯৩৮ চনত সেনা বাহিনীত যোগ দিলে।

দ্বিতীয় মহাসমৰ আৰম্ভৰ পিছত ১৯৪১ চনৰ ডিচেম্বৰত মহন্তইঁতৰ ৰেজিমেণ্টকো জাপানৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ছিংগাপুৰৰ ফালে পঠালে। তাতেই হাজাৰ হাজাৰ ভাৰতীয় সেনাৰ লগত মহন্তও জাপানী সেনাৰ হাতত বন্দী হ'ল।

সেই ভাৰতীয় বন্দীসকলক লৈয়েই নেতাজীয়ে ঐতিহাসিক ইণ্ডিয়ান নেশ্যনেল আৰ্মী গঠন কৰিলে। জাপানী সেনাৰ সহযোগ ব্ৰিটিছ সেনাক যুদ্ধত পৰাজিত কৰি নেতাজীয়ে মণিপুৰৰ ফালে আগুৱাই আহিল। ১৯৪৪ চনৰ ১৪ এপ্ৰিলত মণিপুৰৰ মাইৰাঙত লেঃ কৰ্নেল এছ্ এ মালিকে ত্ৰিৰংগ পতাকা উত্তোলন কৰিলে। নেতাজীয়ে ৰেডিঅ'যোগে সেই গৌৰৱময় বাৰ্তা প্ৰচাৰ কৰিলে। বিমানেৰে এটা দলে আন্দামানত নামি তাতো দখল সাব্যস্ত কৰিলে। ইতিমধ্যে আমেৰিকাই ব্ৰিটিছৰ সাহায্যৰ বাবে মণিপুৰ, ব্ৰহ্মদেশৰ যুদ্ধ ক্ষেত্ৰত নামি পৰিল। বাৰিষা প্ৰাকৃতিক দুৰ্যোগ আৰু মহামাৰীয়ে আজাদ হিন্দ ফৌজক বেয়াকৈ আঘাত দিলে। শেষত ফৌজে ইঙ্গ-আমেৰিকান ফৌজৰ সমুখত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল।

বন্দী আজাদ হিন্দ ফৌজৰ সেনাপতিসকলক দিল্লীৰ লালকিল্লাত বন্দী কৰিলে। ঐতিহাসিক বিচাৰত এফালে বিশ্ব জনমত আৰু আনফালে ভাৰতৰ

নৌ বিদ্ৰোহৰ টৌত সকলো বন্দীকে ব্ৰিটিচ চৰকাৰে মুক্তি দিবলৈ বাধ্য হ'ল। শ্ৰীদাম মহন্ত, পাটাছাৰকুছিৰ উমেশ দেৱ চৌধুৰী, নলবাৰীৰ জালালুদ্দিনে ছয় বছৰৰ মূৰত ঘৰ পালেহি। কেইবাবছৰৰ চিন্তা-চৰ্চাৰ পিছত আজাদ হিন্দ ফৌজৰ বন্দীসকলক ভাৰত চৰকাৰে মুক্তিযোদ্ধা হিচাপে স্বীকৃতি দিলে।

পৰৱৰ্তী কালত মহন্তই অসম চৰকাৰৰ চাকৰিত ভৰ্তি হৈ খাৰঘূলিত ঘৰ বান্ধিলে আৰু ১৯৭৪ চনত চাকৰিৰ পৰা অৱসৰ লৈ আজাদ হিন্দ ফৌজ সম্পৰ্কীয় ভালেমান ৰচনা খবৰ কাগজত প্ৰকাশ কৰিলে; লগে লগে সামাজিক আৰু ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত হৈ ২০০৩ চনৰ ছয় ডিচেম্বৰত তেওঁ সংঘাতপূৰ্ণ জীৱনৰ যৱনিকা পেলালে। শ্ৰীদাম মহন্তৰ ৰচিত গ্ৰন্থ 'আই এন এ'ৰ অসমীয়া সৈনিকৰ আত্মকথা'— তেওঁৰ আত্মকথাই নহয়, আজাদ-হিন্দ-ফৌজৰ জীৱন্ত দলিলো।

## মহন্ত ভূপেন্দ্ৰনাথ

হাজো দধিৰ দুলাল চন্দ্ৰ মহন্তৰ পুত্ৰ ভূপেন্দ্ৰনাথে কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ কৰি স্কুলত পিকেটিং কৰাৰ অপৰাধত ৫০ টকা জৰিমনা বিহে। আইন অমান্য আন্দোলনত চৰকাৰবিৰোধী কাগজ ছপা কৰি বিতৰণ কৰাৰ অপৰাধত তেওঁক ১০০ টকাৰ মচুলুকা দিবলৈ হুকুম দিলে। কিন্তু সেই হুকুম অমান্য কৰাত ছয় মাহৰ কাৰাদণ্ড বিহিলে আৰু তেজপুৰ জে'ললৈ বদলি কৰিলে। সেইবাৰ ২৮-১-৪২ তাৰিখে পালে যদিও আকৌ ভাৰত ত্যাগ আন্দোলনত যোগ দিলে। সেইবাৰ ১১-২-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতত ৰাখিলে; কিন্তু ৬-৩-৪৩ তাৰিখে মহন্ত জামিনত ওলাই গ'ল।

## মহন্ত সুশীলচন্দ্ৰ

বৰদধিৰ সুশীলচন্দ্ৰই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰাত ১৭-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰে। তিনি মাহ বিচাৰাধীন বন্দী হিচাপে থকাৰ পিছত সাক্ষী-প্ৰমাণৰ অভাৱত বিচাৰত মুক্তি লাভ কৰিলে।

## মহন্ত ফটিকচন্দ্ৰ

বৰদধিৰ ফটিকচন্দ্ৰ মহন্তই ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত যোগ দিয়াৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'লত নিক্ষেপ কৰে। বিচাৰত তিনি মাহৰ পিছত তেওঁ খালাচ পালে।

## মহন্ত সত্যানন্দ

পলাশবাৰীৰ এইজন দেশকৰ্মীয়ে সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰি যথা নিয়মে সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

## মহন্ত ৰামচন্দ্ৰ

হাজো বৰদধিৰ অমৃত মহন্তৰ পুত্ৰ ৰামচন্দ্ৰই আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি পিকেটিং কৰাৰ বাবে ১৯৩১ চনত পুলিচে দুবাৰো গ্ৰেপ্তাৰ কৰি কম বয়সীয়া ল'ৰা কাৰণে বেতৰ কোব দি তেওঁক থানাৰ পৰা এৰি দিছিল। পিছত নলবাৰীত পিকেটিং কৰাত পুলিচে জে'ল-হাজোতত সাত দিন বন্দী কৰি ৰখাৰ পিছত বিচাৰত খালাচ পালে।

## মহন্ত উপেন্দ্ৰনাৰায়ণ

হাজো বৰদধিৰ বলভদ্ৰ মহন্তৰ পুত্ৰ উপেন্দ্ৰ নাৰায়ণে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত ভাং, কানিৰ দোকানত পিকেটিং কৰাৰ কাৰণে ২৪-৬-৩২ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। ২৮-৬-৩২ তাৰিখে বিচাৰত ছয়বাৰ বেত্ৰাঘাত দিবলৈ হুকুম দি তেওঁক জে'লৰ পৰা মোকলাই দিলে।

## মহন্ত ভৱানন্দ

ৰঙিয়াৰ মহৰীয়া গাৱঁৰ হৰিকৃষ্ণ মহন্তৰ পুত্ৰ ভৱানন্দই ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠায়। কেইনিমানৰ পিছত বিচাৰত ছয় বেত দি খালাচ কৰি দিবলৈ হুকুম দিয়ে।

## মহন্ত পৰমানন্দ

চমৰীয়া সত্ৰৰ পৰমানন্দ মহন্তই স্কুলীয়া শিক্ষাৰ মোহ ত্যাগ কৰি গান্ধীজীৰ আহ্বানত ১৯২১ চনত দেশব্যাপী হোৱা অসহযোগ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত মহন্তক চাৰি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। জে'লৰ পৰা ওলাই আহিও দেশ সেৱাতে ব্ৰতী হৈ বহু দিন কাম কৰি আছিল।

## মহামৰীয়া ৰামচন্দ্ৰ

চমৰীয়া সত্ৰৰ এইজন ডেকাই স্বেচ্ছাসেৱক হিচাপে অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰাৰ ফলত বকো থানাৰ পুলিচৰ হাতত অকথ্য নিৰ্য্যাতন ভোগ কৰিব লগা হৈছিল।

## মহাজন অমৃতচন্দ্ৰ

বকো অঞ্চলৰ বৰখালৰ অমৃত মহাজনে ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে এদিনৰ কাৰাদণ্ড ভোগ কৰে। ১৯৪১ চনত সত্যাগ্ৰহ কৰে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো তিনি মাহ কাৰাৰুদ্ধ হৈ থাকিব লগা হৈছিল।

## মহাজন বস্তিৰাম

দেশপ্ৰেমত উদ্বুদ্ধ হৈ কুকুৰীয়া গাৱঁৰ বস্তিৰাম মহাজনে সত্যাগ্ৰহী হিচাপে প্ৰতিজ্ঞা-পত্ৰত চহী কৰি ১৯৪১ চনৰ ৩১ মাৰ্চ তাৰিখে ৰঙামাটি গাৱঁৰ বাটৰহাটত ৰাইজৰ সমুখত সত্যাগ্ৰহ কৰিলে। পুলিচে অৱশ্যে গ্ৰেপ্তাৰ নকৰিলে।

## মহাজন খটিয়াৰাম

বোন্দাপাৰাৰ খটিয়াৰামে গান্ধীজীৰ আহ্বান আৰু গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মা আদিৰ বক্তৃতা শুনি ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কামত অংশ গ্ৰহণ কৰা বাবদ পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত সুমুৱালে যদিও কেইদিনমানৰ পিছত বিচাৰত খালাচ পালে।

## মহাজন উমাচৰণ

উত্তৰ কামৰূপৰ বামুন্দীৰ উমাচৰণে গান্ধীজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই স্কুলীয়া শিক্ষা ত্যাগ কৰি অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে নামভৰ্তি কৰি বিভিন্ন ঠাইত প্ৰচাৰ কাৰ্য্য চলাই পিছপৰা অঞ্চলৰ ৰাইজৰ মাজত জাগৰণৰ সৃষ্টি কৰিছিল।

# মহাজন দণ্ডিৰাম

ঘগ্ৰাপাৰৰ দণ্ডিৰাম মহাজনে ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক বাহিনীত যোগদান কৰি গান্ধীজীৰ আহ্বান ক্ৰমে হৰিজন ফাগুলৈ হাতে-বজাৰে মুষ্টি ভিক্ষা কৰি জিলা কংগ্ৰেছত জমা দিছিল আৰু ঠায়ে ঠায়ে পিকেটিং কৰিও পুলিচৰ মাৰ খাইছিল।

# মজুমদাৰ ভূপতি

১৯২১ চনত গান্ধীজীয়ে অসহযোগ আন্দোলন আৰম্ভ কৰি চৰকাৰী চাকৰিয়ালক চাকৰি বৰ্জন, উকীলক ওকালতি বৰ্জন, ছাত্ৰক স্কুল-কলেজ বৰ্জন কৰিবলৈ জনোৱা আহ্বান শুনি ভূপতি মজুমদাৰে ৰে'লৰ চাকৰিৰ পৰা পদত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰি পুলিচৰ হাতত অশেষ নিৰ্য্যাতন ভোগ কৰিছিল।

# মজুমদাৰ বাহুৰাম

বকো অঞ্চলৰ উত্তৰ ঘিলাবাৰীৰ বাহুৰাম মজুমদাৰেও বকো ৰাজহুৱা সভাত নবীনচন্দ্ৰ বৰদলৈ, তৰুণচন্দ্ৰ ফুকনৰ বক্তৃতা শুনি মণ্ডলৰ চৰকাৰী চাকৰিৰ পৰা পদত্যাগ কৰি অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি এবছৰৰ কাৰাদণ্ড ভোগ কৰিছিল।

# মজুমদাৰ বঙ্কিমচন্দ্ৰ

গুৱাহাটীৰ বঙ্কিমচন্দ্ৰ মজুমদাৰ ১৯৪০ চনৰ পৰা পাঁচ বছৰ দুমাহ কাৰাগাৰত বন্দী হৈ আছিল। কিন্তু এখেতৰ আন একো তথ্য বিচাৰি পোৱা নগ'ল। বোধকৰো এইজন মজুমদাৰ সশস্ত্ৰ বিদ্ৰোহৰ লগতো জড়িত আছিল।

# মজুমদাৰ দুলালচন্দ্ৰ

শিংৰাৰ দুলাল মজুমদাৰে মৌজাদাৰী খিতাপ ত্যাগ কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰি অকথ্য নিৰ্য্যাতন ভোগ কৰিলে। বকো অঞ্চলৰ অসহযোগৰ সকলোবোৰ কাৰ্য্যসূচীতে অংশগ্ৰহণ কৰাৰ বাবে তেওঁ আঠ মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। মজুমদাৰৰ ত্যাগ অপৰিমেয়।

## মজুমদাৰ মহেশ্বৰ

১৯২১ চনৰ বামুন্দীৰ স্কুলীয়া ছাত্র মহেশ্বৰে দেশৰ মুক্তিৰ কাৰণে স্কুল ত্যাগ কৰি আন কেইবাজনো স্বেচ্ছাসেবকৰ সৈতে লগ লাগি গাঁৱে-ভূঞে অসহযোগৰ বাণী প্রচাৰ কৰি পুলিচৰ মাৰপিট খাই জনতাক জাগ্রত কৰি ফুৰিছিল।

## মজুমদাৰ ৰাধানন্দ

চমৰীয়া সত্রৰ ৰাধানন্দই ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত অংশগ্রহণ কৰি বিভিন্ন কাৰ্য্যসূচীত সক্রিয় অংশগ্রহণ কৰাত ১৯৩১ চনৰ ২১ জানুৱাৰীত পুলিচে গ্রেপ্তাৰ কৰি জে'ললৈ নিক্ষেপ কৰে। কিন্তু ২৯-১-৩১ তাৰিখে বিচাৰত তেওঁক খালাচ কৰি দিলে।

ইয়াৰ পিছৰ ভাৰত ত্যাগ আন্দোলনতো অংশগ্রহণ কৰি চৰকাৰী নিৰ্য্যাতনৰ বলি হৈছিল।

## মজুমদাৰ সুনীল কুমাৰ

গুৱাহাটী পাণবজাৰ নিবাসী সুনীল কুমাৰ মজুমদাৰে দেশপ্রেমত উদ্বুদ্ধ হৈ ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত জঁপিয়াই পৰি বিলাতী সামগ্রী বিক্রী কৰা দোকান আৰু মদৰ দোকানত পিকেটিং কৰি থকা অবস্থাত পুলিচে গ্রেপ্তাৰ কৰে আৰু বিচাৰত তিনি মাহৰ সশ্রম কাৰাদণ্ডৰ নির্দেশ দিয়ে।

## মজুমদাৰ সুনীল কুমাৰ

গুৱাহাটীৰ এইজন দেশপ্রেমিকে ১৯২১ চনৰ অসহযোগ আন্দোলনত ওকালতি ত্যাগ কৰি বিভিন্ন কাৰ্য্যসূচীত অংশগ্রহণ কৰে। ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনতো জুবিলী গাৰ্ডেনৰ পতাকা উত্তোলন আৰু শোভাযাত্রাতো যোগ দিয়ে।

১৯৪১ চনৰ সত্যাগ্রহৰ প্রতিজ্ঞা-পত্রত চহী কৰিছিল যদিও জিলা কংগ্রেছৰ অনুমতি নোপোৱাত সত্যাগ্রহ কৰিব নোৱাৰিলে।

## মজুমদাৰ হৰেন্দ্রনাথ

গুৱাহাটীৰ ৰঘুনাথ মজুমদাৰৰ পুত্র হৰেন্দ্রনাথে ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰম্ভণিৰ লগে লগে কটন কলেজিয়েট স্কুল ত্যাগ কৰি, উক্ত স্কুলৰ সন্মুখত পিকেটিং কৰাৰ বাবে পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠায়।

১-৮-৩০ তাৰিখৰ বিচাৰত তেওঁক ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই আকৌ সভা-শোভাযাত্ৰা, পিকেটিং আদিত ব্যস্ত হৈ পৰিল।

## মজুমদাৰ হৰেন্দ্ৰচন্দ্ৰ

ৰামদিয়াৰ হৰেন্দ্ৰচন্দ্ৰ মজুমদাৰে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে আত্মগোপন কৰি বিভিন্ন ঠাইত কূটাঘাতমূলক কামত অংশগ্ৰহণ কৰে যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## মুদৈ দেৱৰাম

ক্ষেত্ৰীৰ পদ্মৰাম মুদৈৰ পুত্ৰ দেৱৰামে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিলে। ১৯-৩-৩২ তাৰিখে আইন অমান্য কৰি স্বৰাজৰ পতাকা লৈ ক্ষেত্ৰীত প্ৰভাত ফেৰী উলিওৱাৰ কাৰণে পতাকাখন জব্দ কৰি মুদৈৰ লগতে কেইবাজনো স্বেচ্ছাসেৱকক গ্ৰেপ্তাৰ কৰি দিনটো থানাত আবদ্ধ কৰি গধূলি মুক্ত কৰি দিলে।

আকৌ ১৩-৪-৩২ তাৰিখে পিকেটিং কৰাত গ্ৰেপ্তাৰ কৰি তিনি মাহৰ কাৰাদণ্ড বিহিলে।

## মুদৈ পদ্মৰাম

ক্ষেত্ৰীৰ পদ্মৰাম মুদৈয়ে ১৯২১ চনত গান্ধীজীৰ অসহযোগ আন্দোলনৰ আহ্বান শুনি স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰি চৰকাৰৰ লগত সকলো প্ৰকাৰৰ অসহযোগৰ আঁচনি ৰাইজৰ মাজত প্ৰচাৰ কৰি থকাৰ কাৰণে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। অনেক কষ্টৰে জে'লৰ ম্যাদ শেষ কৰি ওলাই আহিও বহু বছৰলৈ দেশ-মুক্তিৰ কামতে আত্মনিয়োগ কৰিলে।

## মণ্ডল বালিৰাম

ঘোঁৰামাৰাৰ বালিৰাম মণ্ডলে গান্ধীজীৰ অসহযোগৰ বাণী সাৰোগত কৰি আৰু ফুকন বৰদলৈৰ বক্তৃতাত আপ্লুত হৈ গাৱঁৰ জনতাক সংগঠিত কৰি টুপলীয়া বজাৰত পিকেটিং কৰা অপৰাধত ১৯২১ চনত পুলিচে গ্ৰেপ্তাৰ কৰি ১০৭(৩) ধাৰাত বিচাৰলৈ পঠালে। কিন্তু বিচাৰত তেওঁ খালাচ পালে।

# মণ্ডল আনন্দি

নগৰবেৰাৰ আনন্দি মণ্ডলেও ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। কম বয়সীয়া কাৰণে বিচাৰত ছয় কোব বেত দি এৰি দিবলৈ হুকুম দিলে।

# মণ্ডল সুখনৰাম

১৯২১-২২ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি পিকেটিং আদি বিভিন্ন কাৰ্য্যসূচীত যোগ দিয়াত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত সুখনৰামক ১৭(২) ধাৰাত ৯-মাহৰ সশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা, অনাদায়ে আৰু তিনি মাহৰ কাৰাদণ্ডৰ হুকুম দিলে। এইজন দেশসেৱকে এবছৰৰ ওপৰ কাল জে'লত কটাব লগীয়া হ'ল।

# মজুমদাৰ মমতচন্দ্ৰ

**স্থান ঃ হাজো**

প্ৰাথমিক স্কুলত পঢ়ি থকাৰ দিনৰে পৰা গান্ধীবাদী শিক্ষক লোহিতচন্দ্ৰ দাস (মেধি)ৰ দ্বাৰা প্ৰভাৱান্বিত হৈ কপাহ ধুনা, সূতা কটা আদি কামত পাৰ্গত হৈ উঠিছিল; লগতে স্বাধীনতাৰ প্ৰতি অতি আকৰ্ষিত হৈছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত হাজো অঞ্চলত সক্ৰিয় অংশগ্ৰহণ কৰি পিকেটিং, সভা, শোভাযাত্ৰা আদি মজুমদাৰৰ নেতৃত্বতে গঢ়ি উঠিছিল। হাজোৰ ডাঃ সন্তুৰাম মেধি আৰু হৰমোহন দাসক গ্ৰেপ্তাৰ কৰি গুৱাহাটীলৈ অনাৰ পিছে পিছে এদল শান্তি সেনা লগত লৈ উত্তৰ গুৱাহাটীলৈকে শোভাযাত্ৰা কৰি আগবঢ়াই দিছিল। আন্দোলন বাঢ়ি অহাৰ লগে লগে হাজোৰ প্ৰায়কেইজন কৰ্মীক পুলিচে গ্ৰেপ্তাৰ কৰাৰ পিছত মজুমদাৰে আত্ম-গোপন কৰি গাঁৱে গাঁৱে সংগঠনৰ কাম কৰি প্ৰচাৰ কাৰ্য্য চলাই থাকিল। ব্ৰিটিছৰ যুদ্ধৰ ৰেচন সংগ্ৰহত বাধাৰ সৃষ্টি কৰিলে। তাৰ বাবে ৰাস্তাৰ দলং ধ্বংস কৰি পুলিচৰ গাড়ী গাৱঁত সোমোৱাৰ বাধাৰ সৃষ্টি কৰিলে। মজুমদাৰক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচে বিভিন্ন ঠাইত চোৰাংচোৱা মোতায়েন কৰিলে, তেওঁ তেতিয়া উজনিলৈ পলাই গৈ ডিমাপুৰ, কোহিমা, মণিপুৰত ছদ্মবেশেৰে যুদ্ধৰ গতি-গোত্ৰ নিৰীক্ষণ কৰিছিল।

আন্দোলন শাম কটাৰ পিছত গুবাহাটীলৈ ঘূৰি আহি অৰুণা আচফ আলীক লগ ধৰিলে।

স্বাধীনতাৰ পিছত মজুমদাৰে খাদী প্ৰচাৰ আদি সামাজিক কামতে ব্যস্ত হৈ থাকিল।

---

***The true joy in life is to ally yourself to a great purpose, to throw yourself into it heart and soul, to forget your little self for the realization of that purpose.***

**–Jawaharlal Nehru**

***The greatest course for a man is to remain a slave. The grossest crime is to compromise with injustice and wrong. The highest virtue is to bottle against iniquity, no matter what the cost many be.***

**–Subhas Chandra Bose**

***Conscience is the light of the soul that burns within the chamlers of own psychological heart. It protests whenever anything unrighteons is done or thought of.***

**–A P J Abdul Kalam**

# ৰায়চৌধুৰী অম্বিকাগিৰী

**জন্ম : ১৮-১২-১৮৮৫ (বৰপেটাত)**

সৰুৰে পৰা স্বদেশ-প্ৰেমত উদ্বুদ্ধ অম্বিকাগিৰীয়ে ১৯০৫ চনত বংগ-ভংগ আন্দোলনৰ প্ৰেক্ষাপটত বংগদেশত জন্ম লোৱা সন্ত্ৰাসবাদী সংগঠনৰ প্ৰতি আকৃষ্ট হৈ উত্তৰ কামৰূপৰ এদল ডেকা সংগঠিত কৰি চৰকাৰৰ বিৰুদ্ধে হিংসা আন্দোলনৰ প্ৰচেষ্টা চলোৱা কথাৰ গম পাই পুলিচে ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈ গৃহবন্দী কৰি ৰাখিলে। ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা বিহে।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ অধিৱেশনত ৰায়চৌধুৰীৰ দেশপ্ৰেমমূলক গীতে কংগ্ৰেছীসকলক উদ্বুদ্ধ কৰি তুলিছিল। পিছলৈ তেওঁ সক্ৰিয় ৰাজনীতি ত্যাগ কৰি গুৱাহাটীত এটা প্ৰেছ স্থাপন কৰি 'চেতনা' আৰু 'ডেকা অসম' নিজেই ছপা কৰি, সম্পাদনা কৰি প্ৰকাশ কৰি ঘৰে ঘৰে বিক্ৰী কৰি অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ হকে জনমত গঠন কৰি মৃত্যুৰ আগলৈকে ব্যস্ত হৈ আছিল।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অম্বিকাগিৰীয়ে তেওঁৰ নাটক, কবিতা আৰু অন্যান্য ৰচনাকে ধৰি প্ৰভুত অৱদান আগবঢ়াই গৈছে। এইজনা জাতীয় বীৰ অসমপ্ৰাণ অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসম আৰু অসমীয়াৰ স্বাৰ্থৰ হকে চিঞৰি চিঞৰি ১৯৬৭ চনৰ দুই জানুৱাৰী তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

# ৰায় কালিৰাম

শালমাৰাৰ কালিৰাম ৰায়ে দেশপ্ৰেমত উদ্বুদ্ধ হৈ ১৯৪০ চনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ কেইবাঠাইতো শান্তি সেনাৰ সংগঠন কৰি প্ৰশিক্ষণ দিছিল। ১৯৪১ চনৰ সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰ চহী কৰি যুদ্ধ-বিৰোধী সত্যাগ্ৰহ কৰিছিল। অৱশ্যে পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে।

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনাৰ গাঁৱে গাঁৱে বিপ্লৱী সংগীত গাই, শোভাযাত্ৰা কৰি ৰাইজৰ মাজত উদ্দীপনাৰ সৃষ্টি কৰিছিল। পুলিচৰ তৎপৰতা বৃদ্ধি হোৱাত ৰায়ে আত্মগোপন কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰিছিল।

# ৰয় শিশিৰকুমাৰ

এইজন বিপ্লৱী বীৰে চাৰি বছৰৰ ওপৰ কাল দেশৰ স্বাধীনতা সংগ্ৰামত কাৰাগাৰত বন্দী হৈ আছিল যদিও এওঁৰ বিষয়ে সবিশেষ তথ্য পোৱা নগ'ল।

# ৰয় বিধুভূষণ

গুৱাহাটীৰ বিধুভূষণে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত শিক্ষা জীৱন ত্যাগ কৰি বিলাতী মদৰ দোকানত পিকেটিং কৰি ১১-৮-৩০ তাৰিখৰ পৰা তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

# ৰহমান আজিজুৰ

১৯২১ চনৰ গান্ধীজীয়ে আহ্বান জনোৱা অসহযোগ আন্দোলনত আজিজুৰ ৰহমানে তিনি মাহৰ কাৰাবাস খাটিছিল। এইজন স্বাধীনতা সংগ্ৰামীৰ ঘৰৰ ঠিকনা আদি গম পোৱা নগ'ল।

# ৰাজমেধি যোগেন্দ্ৰ

ৰামদিয়া অঞ্চলৰ ৰূপৰাম ৰাজমেধিৰ পুত্ৰ যোগেন্দ্ৰই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰিল। ৰামদিয়া অঞ্চলত তেৰেঁই প্ৰথমে কংগ্ৰেছ কমিটী গঠন কৰি ৰাইজক আন্দোলনৰ পথলৈ আগবঢ়াই আনিলে।

১৯৪০ চনত তেওঁ ডিব্ৰুগড়লৈ গৈ শ্ৰমিক সংগঠনত আত্মনিয়োগ কৰিলে।

# ৰাজখোৱা নৰেশ

যোৰহাটত জন্মগ্ৰহণ কৰা নৰেশ ৰাজখোৱাই বিয়াল্লিশৰ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে পুলিচী নিৰ্য্যাতন ভোগ কৰিছিল।

পৰৱৰ্তী কালত ৰাজখোৱাই গুৱাহাটীলৈ আহি সাংবাদিকতাৰ ব্ৰত গ্ৰহণ কৰি বিশেষকৈ Assam Tribune কাকতত বহু বছৰৰ সেৱা আগবঢ়াই বৰ্তমান চানমাৰিৰ বাসস্থান গঢ়ি ফ্ৰী-লেঞ্চাৰ হিচাপে সময় পাৰ কৰি আছে।

# ৰাজখোৱা ৰহন



পিতৃৰ নাম ঃ স্বৰ্গীয় খোলোক ৰাজস্থান

জন্ম ঃ ১৯২৬ চনত গোলাঘাটৰ হাবিয়লি গাৱঁত

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগৰে পৰা ৰহন ৰাজখোৱাৰ ঘৰখন কংগ্ৰেছৰ শিবিৰ সদৃশ আছিল। ৰহনেও সৰুৰে পৰা ভাৰতৰ স্বাধীনতাৰ দাবীৰ প্ৰতি হোৱা আন্দোলনৰ বিষয়ে উৎসাহী আছিল। সেয়েহে আগষ্ট আন্দোলনত ৰাজখোৱাই স্কুলীয়া শিক্ষা ত্যাগ কৰি আন্দোলনত নামি সভা-শোভাযাত্ৰাত যোগ দিয়াৰ উপৰি যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্য চলায় আৰু সেনা শিবিৰবোৰত ৰচদ-পাতি যোগানত বাধা দিয়ে। কম বয়সী।ৰা কাৰণে পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

পৰৱৰ্তী কালত শিক্ষা-দীক্ষা সমাপ্ত কৰি ৰাজখোৱাই গুৱাহাটীৰ পূব শৰণীয়াত বসতি স্থাপন কৰে আৰু প্ৰেছৰ ব্যৱসায়ত নামে।

ৰাজখোৱাই ৰবীন কাকতিৰ সহায়ক হিচাপে ৰূপনগৰত প্ৰতিষ্ঠা কৰা অসম ৰাজ্যিক মুক্তি যুঁজাৰু সন্মিলনৰ জিৰণিঘৰ নিৰ্মাণত প্ৰভুত বৰঙণি আগবঢ়ালে আৰু ৰাজ্যিক সন্মিলনৰ সম্পাদকৰ দায়িত্বও মৃত্যুৰ সময়লৈকে বহন কৰি আছিল।

এইজন দেশসেৱকৰ কম বয়সতে ২০০১ চনৰ জুলাই মাহৰ ২৫ তাৰিখে মৃত্যু হ'ল।

# ৰাজবংশী গোলোক



গোলোক ৰাজবংশীৰ জন্ম ১৯২৩ চনৰ ২১ জানুৱাৰী তাৰিখে জামুগুৰি অঞ্চলৰ জীয়াভৰলী নদীৰ পাৰৰ মৰণাকড়ি গাৱঁত। অৱশ্যে সেইখন গাওঁ কাহানিবাই ভৰলী নদীত জাহ গ'ল।

গোলোক ৰাজবংশীয়ে নতুনকৈ প্ৰতিষ্ঠা হোৱা চতিয়া হাইস্কুলত পঢ়ি থকা দিনতে ১৯৪০ চনত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হ'ল। সেইখন স্কুলৰ সৰহসংখ্যক শিক্ষকেই আছিল দেশপ্ৰেমিক। তেওঁলোকৰ আদৰ্শতেই ৰাজবংশীৰ লগৰ ছাত্ৰ বীৰেন বৰকটকী, পোৱাল বৰুৱা, কমল দাস, কমলা কাকতি আদিয়ে গাৱঁৰ যুৱকসকলৰ লগত শান্তি

সেনাৰ প্ৰশিক্ষণো ল'লে আৰু সভা-শোভাযাত্ৰা কৰি গাঁৱে-ভূঞে স্বৰাজ আন্দোলনৰ প্ৰচাৰ কৰি ফুৰিছিল।

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলন ৰাজবংশীইঁতে স্কুল ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰিল। দৰং জিলাৰ শান্তি সেনাৰ অধিনায়ক জ্যোতিপ্ৰসাদ আগৰৱালাৰ নিৰ্দেশত ২০ আগষ্টত শান্তি সেনাৰ লগতে যুৱক-যুৱতী, পুৰুষ-মহিলাই বিদেশী চৰকাৰৰ প্ৰতিভূস্বৰূপে চতিয়া থানা দখল কৰিবলৈ আগবাঢ়ি আহিল। শান্তিপূৰ্ণভাৱে থানাৰ বাকৰিত ত্ৰিৰংগ পতাকা উত্তোলন কৰি চতিয়া স্বাধীন হ'ল বুলি ঘোষণা কৰি জনতা দিহাদিহি গ'ল। ২৩ আগষ্ট তাৰিখে পুলিচে ৱাৰেণ্ট ইছ্যু কৰি পতাকা উত্তোলনত অংশ লোৱা নেতৃস্থানীয় কৰ্মীসকলৰ গ্ৰেপ্তাৰ আৰম্ভ কৰিলে। কেইবাজনকো গ্ৰেপ্তাৰ কৰাৰ পিছত ৰাজবংশী আৰু পোৱাল বৰুৱাই আন্দোলন জীয়াই ৰখাৰ স্বাৰ্থত আত্মগোপন কৰিলে আৰু ভিতৰুৱা অঞ্চলত সোমাই পৰিল। ভীষণ দুখ-কষ্টৰ ভোগ কৰিলে; ৰাজবংশীয়ে নিজেই 'জীৱনৰ দস্তাবেজৰ এপিঠি' লেখাত সু-স্পষ্টভাৱে বৰ্ণনা কৰিছে। হাবিয়ে, জংঘলে ঘূৰি ফুৰোতে অসুখ আৰম্ভ হ'ল।

প্ৰায় এবছৰৰ ওপৰ কাল আত্মগোপন কৰি থকাৰ পিছত পুলিচে এদিন নৰীয়া গাৰেঁই গ্ৰেপ্তাৰ কৰি তেজপুৰলৈ নি জে'ল-হাজোতত ভৰালে। কিছুদিনৰ পিছত জ্বৰ নকমাত জে'লৰ পৰা মোকোলাই দিলে। আন্দোলন শাম কটাৰ পিছত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি বেনাৰস আৰু গুৱাহাটীত উচ্চ শিক্ষা গ্ৰহণ কৰিলে।

১৯৪৫ চনত প্ৰথমে ছাত্ৰ ইউনিয়ন (পিছলৈ নামাকৰণ হ'ল— ছাত্ৰ কংগ্ৰেছ) গঠনত গোলোক ৰাজবংশীৰ অৱদান আছিল প্ৰভুত। ছাত্ৰ কংগ্ৰেছত থাকোতেই ৰাজবংশীৰ নিচিনা প্ৰগতিবাদীসকল সমাজবাদৰ ফালে ধাৱিত হ'ল আৰু বহুতেই কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ আৰু পিছত ছ'চিয়েলিষ্ট পাৰ্টিৰ সদস্যও হ'ল।

পৰৱৰ্তী কালত ৰাজবংশীৰ চৰকাৰ দলৰ সদস্য হৈ এবাৰ অসম বিধানসভাৰ ডেপুটি স্পীকাৰ, এবাৰ বিৰোধী দলৰ নেতা, দুবাৰ বিভিন্ন বিভাগৰ মন্ত্ৰিত্বও গ্ৰহণ কৰিলে।

এইজন দেশপ্ৰেমিক, ৰাজনীতিকে ২০০১ চনৰ ২৬ মাৰ্চ তাৰিখে ৰুক্মিনী নগৰৰ নিজা ঘৰত জীৱন নাটৰ সামৰণি মাৰিলে।

## ৰহমান হবিবুৰ

খিলাফত কৰ্মী হবিবুৰ ৰহমানে (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। ১২-১-২২ তাৰিখৰ বিচাৰত ৰহমানক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড আৰু এশ টকা জৰিমনা বিহিলে। তাৰ উপৰি দুশটকীয়া দুজন জামিনদাৰ দিবলৈ হুকুম দিলে। জামিনদাৰ দিবলৈ অস্বীকাৰ কৰাত আৰু এবছৰৰ কাৰাবাসৰ হুকুম দিলে। (কিমান দিন কাৰবাসত থাকিল সবিশেষ জনা নগ'ল)।

## ৰহমান আজিজুৰ

আজিজুৰ ৰহমানেও (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ আন্দোলনত অংশগ্ৰহণ কৰাৰ অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল।

## ৰাভা কামেশ্বৰ

চৌখাতীৰ কামেশ্বৰ ৰাভায়ো ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক বাহিনীত যোগদান দি গাৱঁত খাদী প্ৰচলন, ভাং-কানি আদি মাদকদ্ৰব্য বৰ্জনৰ প্ৰচাৰ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি পুলিচ থানাৰ পৰা এৰি দিছিল।

## ৰাভা প্ৰভাতচন্দ্ৰ

লোহাৰঘাটৰ প্ৰভাত চন্দ্ৰ ৰাভাই ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীত যোগদান কৰি গুৱাহাটীত প্ৰশিক্ষণ লৈ ফাঁচীবজাৰৰ বিলাতী বস্ত্ৰ বেচা দোকানত ২৮-৯-৩০ আৰু ৩০-৯-৩০ তাৰিখে পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত দুই মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## ৰাভা পুষ্পৰাম

বকো অঞ্চলৰ পুষ্পৰাম ৰাভাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে যোগ দি খাজনা বন্ধৰ প্ৰচাৰ কাৰ্য্য চলাই থকা ছমৰীয়া সত্ৰত ২১-৩-৩১ তাৰিখে গ্ৰেপ্তাৰ হয় আৰু ৯ দিন জে'ল-হাজোতত থকাৰ পিছত খালাচ পালে।

# ৰাভা লান্দুৰা

**পিতৃ ঃ স্বৰ্গীয় সম্বাক ৰাভা**

**জন্ম ঃ ১৯০১ চনৰ ৪ মাৰ্চত**

**জন্মস্থান ঃ বোন্দাপাৰা, বকো**

১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত গাঁৱে গাঁৱে অসহযোগৰ বাণী প্ৰচাৰৰ লগে লগে সেনাবাহিনীৰ খাদ্য যোগানত বাধাৰ সৃষ্টি কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠায়। জে'লত তিনি মাহ থকাৰ পিছত বিচাৰত ৬ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। গতিকে এইজন স্বাধীনতা সেনানিয়ে ৯ মাহ কাল কাৰাৰুদ্ধ হৈ থাকিব লগা হৈছিল।

# ৰাভা খৰ্গৰাম

বকোৰ খৰ্গৰাম ৰাভাই বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ৯-৯-৪২ তাৰিখে বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিয়ে। তিনি মাহ হাজোতত থকাৰ পিছত বিচাৰত কেৱল এদিনৰ কাৰাদণ্ডৰ হুকুম দিলে।

# ৰাভা নন্দৰাম

বকোৰ এইজন স্বাধীনতা সংগ্ৰামী নন্দৰামে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কাৰ্য্যত লিপ্ত হৈ থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি ২৯-৯-৪২ তাৰিখে জে'ললৈ নিক্ষেপ কৰিলে। প্ৰায় আঢ়ৈ মাহ জে'ল-হাজোতত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ডৰ হুকুম হ'ল।

# ৰাভা কমলাকান্ত

বকো অঞ্চলৰ কমলাকান্ত ৰাভাই ১৯৪২ চনৰ গণ আন্দোলনত স্কুল ত্যাগ কৰি শান্তি সেনা দলত যোগদান দি সভা-শোভাযাত্ৰা, পিকেটিং আদিত অংশগ্ৰহণ কৰাত বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি ১৯-৯-৪২ তাৰিখে গুৱাহাটী জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। প্ৰায় তিনি মাহ জে'লত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ডৰ হুকুম হ'ল।

# ৰাভা কাতিৰাম (১)

বকো অঞ্চলৰ কেন্দুগুৰি গাৱঁৰ কাতিৰাম ৰাভাই হাইস্কুলৰ শিক্ষা ত্যাগ কৰি বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত জঁপিয়াই পৰিল আৰু আন্দোলনৰ বিভিন্ন

কাৰ্য্যসূচীত যোগ দিয়াৰ বাবদ পুলিচে গ্ৰেপ্তাৰ কৰি নানা অত্যাচাৰ কৰি ১৩-৯-৪২ তাৰিখে জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে।

প্ৰায় তিনি মাহ জে'লত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে।

## ৰাভা ভান্দোৰাম

সাতেকণা গাৱঁৰ শশী ৰাভাৰ পুত্ৰ ভান্দোৰামে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগৰে পৰা কংগ্ৰেছৰ শান্তি সেনা দলত নামভৰ্তি কৰি প্ৰশিক্ষণ লৈ গণ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰি থাকোতে ৯-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰৰ কাৰণে জে'ললৈ পঠালে। আঢ়ৈ মাহ জে'ল-হাজোতত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে।

## ৰাভা প্ৰামেশ্বৰ

বকো অঞ্চলৰ প্ৰামেশ্বৰ ৰাভাই ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত গাঁওবিলাকত মদ-কানি বৰ্জনৰ আৰু খাজানা বন্ধৰ প্ৰচাৰ কৰি ফুৰোতে পুলিচে গ্ৰেপ্তাৰ কৰি ২১/১/৩১ তাৰিখে জেললৈ পঠালে। ৭-দিন জেলত থকাৰ পিছত বিচাৰত খালাছ পালে।

## ৰাভা পেস্কাৰ

পলাশবাৰীৰ পেস্কাৰ ৰাভাই আইন অমান্য আন্দোলনত যোগ দিছিল যদিও গ্ৰেপ্তাৰ হোৱা নাছিল। ১৯৪১ চনত সত্যাগ্ৰহ কৰি যুদ্ধত চৰকাৰক সহায় সহযোগ কৰাৰ বিৰুদ্ধে প্ৰচাৰ চলাইছিল। ১৯৪১ চনৰ ভাৰত ত্যাগ আন্দোলনত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিছিল।

## ৰাভা বিদুৰ

১৯২১ চনৰ অসহযোগ আন্দোলনত বিদুৰ ৰাভাই কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰতীয় দণ্ডবিধি আইনৰ ১৫১ ধাৰাত বিচাৰৰ বাবে প্ৰেৰণ কৰে। বিচাৰত তিনিমাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## ৰাভা কালিচৰণ

কালিচৰণ ৰাভাই ১৯২১ চনৰ অসহযোগ আন্দোলনত মাদক দ্ৰব্য বৰ্জনৰ কাৰ্য্যসূচীমতে কানিৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জেলৰ পৰা ওলোৱাৰ পিছতো কালিচৰণে গাঁওসমূহত সমাজ সেৱাৰ কামত আত্ম-নিয়োগ কৰিলে।

## ৰাভা পেটাই

স্বদেশ প্ৰেমত উদ্বুদ্ধ হৈ ১৯২১ চনৰ গান্ধীজীৰ আহ্বানত আৰম্ভ হোৱা অসহযোগ আন্দোলনৰ নিষ্ঠাবান কৰ্মী হিচাপে পেটাই ৰাভাই কানিৰ দোকানত পিকেটিং কৰাৰ মাজতে ৮/১/২২ তাৰিখে এজন কানিয়াই মনে মনে কানি কিনি আনোতে তেওঁৰ হাতৰ পৰা কানিখিনি কাঢ়ি লোৱাত পুলিচে ভাৰতীয় দণ্ডবিধি আইনৰ ৩৭১ ধাৰাত গোচৰ ৰুজু কৰিলে। বিচাৰত এমাহৰ কাৰাদণ্ড ভুগিলে।

## ৰাভা ৰাজাৰাম

বকো অঞ্চলৰ চক্ৰপানি গাৱঁৰ ৰাজাৰামে ১৯৪২ চনৰ গণ আন্দোলনত শান্তি সেনা বাবিনীত যোগদান কৰি, আইন ভঙ্গ কৰি শোভাযাত্ৰা কৰাত ৯/৯/৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি, মাৰ-পিত কৰি জেল হাজোতলৈ পঠালে। ২১/১১/৪২ তাৰিখে বিচাৰত তেওঁক এদিনৰ কাৰাদণ্ড বিহিলে। মুঠতে ২-মাহ ১১-দিন জেলত থাকিব লগা হ'ল।

## ৰাভা শিশুৰাম

বকো অঞ্চলৰে শিশুৰাম ৰাভাইও  ৰাজাৰামৰ লগত একেদিনাই গ্ৰেপ্তাৰ হৈ ২ মাহ ১১ দিন জেলত কটাব লগা হ'ল।

## ৰাভা শৈলেন

এইজন শৈলেন ৰাভাই ১৯২১ চনৰ অসহযোগ আন্দোলনৰ কাৰ্য্যসূচী গাঁৱে গাঁৱে প্ৰচাৰ কৰি ফুঁৰোতে পুলিচৰ হাতত যথেষ্ট নিৰ্য্যাতন ভোগ কৰিব লগা হ'ল।

## ৰাভা চন্দ্ৰৰাম

বকো অঞ্চৰ স্বৰ্গীয় পসুৱা ৰাভাৰ পুত্ৰ চন্দ্ৰৰাম ৰাভাই কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে শোভাযাত্ৰা, হাটবজাৰত পিকেটিং; আদি কৰাত পুলিচে কেবাবাৰো ধৰি নিৰ্য্যাতন চলাই এৰি দিছিল।

## ৰাভা গোবিন্দ

বকোৰ নদীয়াপাৰা গাঁৱৰ লালসিং ৰাভাৰ পুত্ৰ গোবিন্দই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে প্ৰশিক্ষণ লৈ গাঁৱে গাঁৱে প্ৰচাৰ কাৰ্য্য চলোৱাৰ কাৰণে বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি দিনটো থানাত আবদ্ধ কৰি মাৰ-পিট কৰি এৰি দিছিল।

## ৰাভা কাতিৰাম (২)

বকো অঞ্চলৰ বৰখিল গাঁৱৰ কাতিৰাম ৰাভাই শান্তি সেনা হিচাপে ভাৰত ত্যাগ আন্দোলনত অংশ গ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ন কৰি থকা অৱস্থাত পুলিচে ৯/৯/৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ পঠালে। জেলত ২ মাহ ১১ দিন থকাৰ পিছত বিচাৰত ভাৰত ৰক্ষা আইনৰ ৩৮ (ক) ধাৰাত এদিনৰ কাৰাদণ্ড বিহিলে।

## ৰাভা উদয়চন্দ্ৰ

বকোৰ উদয়চন্দ্ৰ ৰাভাই গান্ধীজীৰ অসহযোগৰ বাণীত উদ্বুদ্ধ হৈ জনজাতি বসতিপূৰ্ণ গাঁৱত মাদক দ্ৰব্য বৰ্জনৰ কাৰণে একান্তমনে প্ৰচাৰ কৰি থকা অৱস্থাত বকোৰ পুলিচে গ্ৰেপ্তাৰ কৰি ভালেমান নিৰ্য্যাতন কৰি জেললৈ প্ৰেৰণ কৰিলে। বিচাৰত ৪-মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতে ৰাভাই আত্মগোপন কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ন কৰি ফুৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

## ৰাভা চন্দ্ৰ

ছয়গাওঁ অঞ্চলৰ এইজন ডেকা চন্দ্ৰ ৰাভাই ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে ছয়গাওঁ বজাৰৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি জেল হাজোতলৈ চালান দিলে যদিও বিচাৰত খালাচ পালে।

## ৰাভা দেৱান

অসহযোগ আন্দোলনত কাৰ্য্যসূচী ৰূপায়ন কৰাৰ অপৰাধত দেৱান ৰাভাক ১৫১ ধাৰাত তিনিমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে ১৯২২ চনত।

## ৰাভা গন্ধু

১৯২১ চনত অসহযোগ আন্দোলনত কেন্দুগুৰিৰ গন্ধু ৰাভাই চৰকাৰী ফৰেষ্ট গাৰ্ডৰ চাকৰি ইস্তাফা দি গাঁৱে গাঁৱে গান্ধীজীৰ অসহযোগৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। কেবাবাৰো পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিছিল।

## ৰাভা নিদানচন্দ্ৰ

বকো অঞ্চলৰ জনজাতি ডেকা নিদানচন্দ্ৰ ৰাভাই ১৯২১ চনৰ অসহযোগ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ন কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি নিৰ্য্যাতন চলাইছিল।

# লহকৰ শান্তিৰাম

**পিতৃৰ নাম- কীৰ্ত্তিৰাম লহকৰ**

**জন্মৰ স্থান- ৰঙ্গিয়া অঞ্চলৰ গুৰুকুছি গাওঁ**

**জন্মৰ তাৰিখ- ১৮৯২ চনৰ ৮ আগষ্ট**

১৮৯৪ চনৰ ৰঙিয়া ৰায়ত-মেলৰ নেতৃস্থানীয় ব্যক্তি কীৰ্ত্তিৰাম লহকৰৰ পুত্ৰ শান্তিৰাম লহকৰেই নহয়, তেওঁৰ পৰা দেশ-প্ৰেমত উদ্বুদ্ধ হৈ ব্ৰিটিছ বিৰোধী মনোবৃত্তি গঢ় লৈ উঠিছিল। সেয়েহে ১৯২১ চনত গান্ধীজীয়ে আৰম্ভ কৰা প্ৰথম অসহযোগ আন্দোলনত লহকৰে জপিয়াই পৰি ৰাইজৰ মাজত মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন, খাদী প্ৰচলনৰ বাহিৰেও চৰকাৰক দিব লগা খাজনা বন্ধ, কৰ-কাটল বন্ধ কৰাৰ প্ৰচাৰ কাৰ্য্যও লোৱাত তেওঁৰ ওপৰত গ্ৰেপ্তাৰী পাৰোৱানা জাৰি কৰিলে। কিন্তু পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। কিন্তু ১৯২২ চনত পুলিচৰ হাতত তেওঁ ধৰা পৰিল।

জেলত তিনিমাহ থকাৰ পিছত বিচাৰত তেওঁক ২৫ টকা জৰিমনা কৰিলে। সেই জৰিমনা আদায় কৰিবলৈ ঘৰত ক্ৰোক কৰি ভালেমান বস্তু পুলিচে লৈ গ'ল।

শান্তিৰাম লহকৰে ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ মহাসভাৰ অধিবেশনত দেহে-কেহে খাটিব লগা হৈছিল। আকৌ ১৯৩৪ চনত গান্ধীজীয়ে হৰিজন উন্নয়নৰ কাৰণে বাৰ্দ্ধাৰি পৰা ৰেলত আহি ৰঙ্গিয়াত ৰেল বদলি কৰি তেজপুৰলৈ যোৱাৰ সময়ত লহকৰে দলে বলে গান্ধীজীক ৰঙ্গিয়া জংচনত সম্বৰ্দ্ধনা জনাইছিল আৰু হৰিজন ফাণ্ডলৈ দান সংগ্ৰহ কৰি আগবঢ়াইছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত আকৌ সক্ৰিয় ভুমিকা গ্ৰহণ কৰি বিভিন্ন কাৰ্য্যপন্থা ৰূপায়ন কৰি থকা অৱস্থাত ৭/১/৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি ভাৰত প্ৰতিৰক্ষা আইনৰ ২৬ (১) (বি) ধাৰাত নিৰাপত্তা বন্দী হিচাপে কাৰাৰুদ্ধ কৰিলে আৰু চিলেট জেললৈ বদলি কৰিলে। ১৯৪৩ চনৰ ১০ জুলাই তাৰিখে মুক্তি দি ৰঙ্গিয়াৰ ঘৰত গৃহবন্দী কৰি ১৯৪৫ চনলৈকে ৰাখিলে।

স্বাধীনতাৰ পিছতে দেশপ্ৰেমিক লহকৰে কৃষক বিপ্লৱত জড়িত হৈ পৰিছিল। বিভিন্ন সামাজিক কামত ব্যস্ত হৈ থকাৰ মাজতে ১৯৭৮ চনৰ ১৯ চেপ্টেম্বৰ তাৰিখে তেওঁ ইহলীলা সম্বৰণ কৰিলে।

# লহকৰ লোহিত চন্দ্ৰ



পিতৃ- প্ৰয়াত পচণ্ড লহকৰ
জন্ম- ১৯২০ চনৰ ৩ চেপ্টেম্বৰ তাৰিখে
নলবাৰী জিলাৰ দেহাৰকুছি গাঁৱত

সৰু কালৰে পৰা খেলা-ধূলাত পাৰ্গত সামাজিক কামত আগৰণুৱা লোহিত চন্দ্ৰ লহকৰ ১৯৪০-৪১ চনত কটন কলেজৰ ছাত্ৰ আছিল। ২য় মহাসমৰ আৰম্ভৰ লগে লগে ব্ৰিটিছ চৰকাৰে সেইখন যুদ্ধত ভাৰতবাসীক ধনে জনে সহায়ৰ আহ্বান জনোৱাত গান্ধীজীয়ে যুদ্ধ বিৰোধী স্থিতি গ্ৰহণ কৰি not a person not a pie to this Imperialist War বুলি সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিলে। স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীসকলেও যুদ্ধৰ বিৰুদ্ধে বিভিন্ন কাৰ্য্যসূচী গ্ৰহণ কৰিলে। যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্যত গুৱাহাটীৰ ছাত্ৰ সকলে ১৯৪১ চনৰ ৬ ডিচেম্বৰত শোভাযাত্ৰা কৰাত বহুতো ছাত্ৰ পুলিচৰ লাঠি চাৰ্জত ঘুনীয়া হ'ল। লহকৰেও পুলিচৰ মাৰ খালে। সেই সময়ত লহকৰ আৰ-চি-পি-আইৰ সদস্য আছিল।

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত লহকৰেও আন ভালেমান ছাত্ৰৰ লগতে কলেজীয়া শিক্ষা বৰ্জন কৰি আন্দোলন শক্তিশালী কৰিবৰ কাৰণে গাঁৱে-ভুঞে সোমাই পৰিল। প্ৰথম ছোৱাত মুকলিকৈ কাম কৰিছিল যদিও, ব্ৰিটিছক দেশৰ পৰা খেদাৰ স্বাৰ্থত লহকৰেও আত্মগোপন কৰি অনেক দুখ-কষ্ট সহ্য কৰি বিভিন্ন কূটাঘাটমূলক কামত লিপ্ত হ'ল; সেনা বাহিনীৰ শিবিৰত খাদ্যবস্তু যোগানত বাধাৰ সৃষ্টি কৰিলে। এবছৰৰ ওপৰ কাল পুলিচেও গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

আন্দোলন শাম কটাৰ পিছত বিপ্লৱী কমিউনিষ্টৰ সদস্য হিচাপে কলেজলৈ উভতি নগৈ গঠনমূলক কামত আত্মনিয়োগ কৰিলে। কিন্তু স্বাধীনতাৰ পিছত কৃষক বিদ্ৰোহত নামি কিছুমাহ কাৰাগাৰত থাকিব লগা হ'ল।

এইজন আজীৱন দেশকৰ্মীয়ে ২০/৫/২০০৩ তাৰিখে গুৱাহাটীৰ ঘৰত নশ্বৰ দেহ ত্যাগ কৰিলে।

## লহকৰ কৃষ্ণকান্ত



পিতা- স্বৰ্গীয় ৰামমল লহকৰ

জন্ম- ১৯২৮ চনৰ ৬ ফেব্ৰুৱাৰী

জন্মস্থান- চাপনীয়া, ৰঙিয়া, কামৰূপ

১৯৪২ চনত হাইস্কুলৰ পঞ্চমমান শ্ৰেণীৰ ছাত্ৰ শ্ৰীকৃষ্ণকান্ত লহকৰে ভাৰত ত্যাগ আন্দোলনত অন্যান্য ছাত্ৰসকলৰ লগতে স্কুল বৰ্জন কৰি আন্দোলনত অংশ গ্ৰহণ কৰে। স্বেচ্ছাসেৱক দলত যোগ দিয়েই তেখেতে ইঠাইৰ পৰা সিঠাইলৈ গোপন চিঠি-পত্ৰ অনা নিয়া কামত নিয়োজিত হোৱাৰ উপৰিও শিবিৰসমূহলৈ ৰচদ যোগান আৰু বিভিন্নজনে নিয়মীয়াকৈ দিয়া দানৰ ধন সংগ্ৰহ কৰি জমা দিয়া কামতো লিপ্ত হৈ থাকে।

ৰঙিয়া ৰেল ষ্টেচনৰ পৰা যাত্ৰা কৰা ৰেলগাড়ী বগৰোৱাৰ বাবে ৰেলৰ চিৰি তুলি দিয়া কামত শ্ৰীকামিনীমোহন শৰ্মা, মোহন শৰ্মা আৰু পদ্ম কলিতাক সহায় কৰিবলৈ গোপন বাৰ্তা সংগ্ৰহৰ কামটো ব্যস্ত আছিল শ্ৰীকৃষ্ণকান্ত লহকৰ।

## লহকৰ ভূমিধৰ

**ৰঙিয়া**

১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয়ভাবে অংশ গ্ৰহণকাৰী ৰঙিয়াৰ ভূমিধৰ লহকৰে পঢ়াশালীৰ পৰা ওলাই আহিল। তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল আৰু বিচাৰত ১০ (দহ) টকা জৰিমনা হ'ল। মুঠতে ৩৯-দিন বন্দী অৱস্থাত থকাৰ পিছতহে তেওঁ মুক্তি লাভ কৰে।

## লহকৰ কেশৱ চন্দ্ৰ

**ৰঙিয়া**

১৯২১ চনৰ পঢ়াশালীৰ শিক্ষা বৰ্জন কৰি ৰঙিয়াৰ কেশৱ চন্দ্ৰ লহকৰে অসহযোগ আন্দোলনত জপিয়াই পৰে। পুলিচে বহুত গোপনীয়ভাৱে কেশৱ চন্দ্ৰৰ গতিবিধি লক্ষ্য কৰি থাকি এদিন তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিলে। তেওঁক ৪-মাহ কাল বিচাৰাধীন বন্দী হিচাপে ৰাখি অৱশেষত মুক্তি দিলে।

## লহকৰ মথুৰা নাথ

**পিতা- সোণাৰাম লহকৰ**

**শালপাৰা, বকো**

১৯৪২ চনৰ 'ভাৰত ত্যাগ আন্দোলন'ত জপিয়াই পৰা বকোৰ শালপাৰা গাওঁৰ মথুৰা নাথ লহকৰক পুলিচে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭ নং ধাৰাত অধীনত গ্ৰেপ্তাৰ কৰিলে। তেওঁক তিনিমাহ কাল বিচাৰাধীন কয়দী হিচাপে ৰাখি ১৩/১২/৪২ তাৰিখে বিচাৰত এদিনৰ কাৰাদণ্ড বিহিলে। কাৰাগাৰৰ পৰা ওলাই অহাৰ পিছত মথুৰানাথক কিছুমান গোপনীয় কাকত-পত্ৰ ৰখাৰ অপৰাধত পুলিচে ৫ জুন (১৯৪২) তাৰিখে পুনৰ গ্ৰেপ্তাৰ কৰিলে। বিচাৰত আকৌ তেওঁৰ ৬-মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## লহকৰ সুৰেন্দ্ৰ নাথ

**ৰঙিয়া**

ৰঙিয়াৰ এজন দেশপ্ৰাণ যুৱক সুৰেন্দ্ৰ নাথে এদিন পুলিচৰ অত্যাচাৰৰ কথা সহিব নোৱাৰি এজন পুলিচক মাৰধৰ কৰাৰ উপৰিও পুলিচে গ্ৰেপ্তাৰ কৰা এজন লোকক উদ্ধাৰ কৰি লৈ গৈছিল। পুলিচে তেওঁক ভাৰতীয় দণ্ডবিধিৰ ১৪৭/২২৫/৩৭৯/৩৫৩ নং ধাৰাৰ অধীনত গ্ৰেপ্তাৰ কৰে যদিও তেওঁ পুনৰ আন্দোলনত সক্ৰিয় অংশ নলয় বুলি লিখি দিয়াত তেওঁক মুক্ত কৰি দিলে।

## লাহিড়ী শ্যামকান্ত

এইজনা দেশপ্ৰেমিকে ১৯৩২ চনত ভাৰত মুক্তি আন্দোলনত জপিয়াই পৰিছিল বুলি জনা গৈছে। ইয়াতকৈ অতিৰিক্ত তথ্য পোৱা হোৱা নাই।

## লাহিড়ী কিৰণময়

**পিতা- নিবাৰণ চন্দ্ৰ লাহিড়ী**

**হাতলিটাৰী, পশ্চিম ছমৰীয়া, বকো**

১৯৩০ চনত দেশৰ স্বাধীনতা সংগ্ৰামত অৱতীৰ্ণ হোৱা বকোৰ পশ্চিম-চমৰীয়াৰ কিৰণময় লাহিড়ীয়ে ১৯৩০ চনৰ ৬ আগষ্ট তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে ৫নং অৰ্ডিনেঞ্চ (ঘোষণা পত্ৰ)ৰ ৪নং ধাৰাত গ্ৰেপ্তাৰ কৰিলে।

বিচাৰত তেওঁৰ ৩ মাহ কাৰাদণ্ডৰ হুকুম হ'ল।

# শইকীয়ানী চন্দ্ৰপ্ৰভা



১৯০১ চনত কামৰূপৰ দৈশিঙ্গৰী গাৱঁত এটা সাধাৰণ কৃষক পৰিয়ালত জন্মগ্ৰহণ কৰা চন্দ্ৰপ্ৰভা দুৰ্দান্ত সাহসী ছোৱালী আছিল। নিজৰ অধ্যৱসায়ৰ চেষ্টাত নগাওঁ মিছন স্কুলৰ পৰা এম ই পাছ কৰাৰ পিছত যোৰহাটত নৰ্মাল পাছ কৰি শিক্ষকতা কৰাৰ লগে লগে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি অস্পৃশ্যতা বৰ্জন, মাদক দ্ৰব্য বৰ্জন আদি গান্ধীজীৰ নীতি-আদৰ্শ প্ৰচাৰত আত্মনিয়োগ কৰিলে।

চন্দ্ৰপ্ৰভাই নাৰী মুক্তিৰ কাৰণে পুৰুষপ্ৰধান সমাজত বিদ্ৰোহৰ সৃষ্টি কৰিলে। অসহযোগ আন্দোলনত চন্দ্ৰপ্ৰভা জে'ললৈ যাব লগা নহ'ল যদিও ১৯৩০ চনৰ আইন অমান্য আন্দোলত সক্ৰিয়ভাৱে প্ৰচাৰ কাৰ্য্য চলোৱাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'লত ভৰালে। বিচাৰত ৩-১-৩১ তাৰিখে এটা গোচৰত তিনি মাহ আৰু আন এটা গোচৰত এবছৰৰ কাৰাদণ্ড বিহিলে যদিও গান্ধী আৰউইন চুক্তিমতে ৭-৩-৩১ তাৰিখে কাৰাগাৰৰ পৰা মুক্তিলাভ কৰিলে।

শইকীয়ানীয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো উদাত্ত কণ্ঠেৰে বক্তৃতা দি পুৰুষ-মহিলাক ব্ৰিটিছৰ বিৰুদ্ধে আৰম্ভ হোৱা শেষ ৰণত অংশ ল'বলৈ জনোৱা আহ্বানত কাৰাৰুদ্ধ হ'বলগীয়া হ'ল আৰু একে সময়তে তেওঁৰ পুত্ৰ অতুল শইকীয়াও কাৰাৰুদ্ধ হ'ল।

আজীৱন বিদ্ৰোহী এইগৰাকী নাৰীয়ে ১৯৭২ চনৰ ১৬ মাৰ্চ তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

# শইকীয়া ভবেন্দ্ৰকুমাৰ



পিতৃৰ নাম ঃ স্বৰ্গীয় গুণাৰাম শইকীয়া
জন্মস্থান ঃ নগাওঁ জিলাৰ ভোটাইগাওঁ
জন্মৰ তাৰিখ ঃ ২৬ নৱেম্বৰ ১৯২০ চন

এলাহাবাদত হিন্দী শিক্ষা লৈ থকা অৱস্থাতে ১৯৪০ চনত দ্বিতীয় মহাসমৰৰ বিৰুদ্ধে গান্ধীজীয়ে অহিংস প্ৰতিৰোধ হিচাপে সত্যাগ্ৰহৰ সূচনা কৰিলে আৰু তেতিয়াই ভবেন্দ্ৰকুমাৰে অসমলৈ ঘূৰি আহি গুৱাহাটী জিলা কংগ্ৰেছৰ কাৰ্য্যালয়ৰ কামত ব্যস্ত হ'ল। ১৯৪০ চনৰ ডিচেম্বৰত উত্তৰ গুৱাহাটীত নীতি-নিয়মৰ মাজেৰে প্ৰথম সত্যাগ্ৰহ কৰিলে। অৱশ্যে পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪১ চনৰ

ফেব্ৰুৱাৰী মাহত হৰেশ্বৰ গোস্বামীৰ লগত যুটীয়াভাবে পলাশবাৰী, ৰামপুৰ, কুকুৰমৰা আদিত সত্যাগ্ৰহ কৰাৰ পিছত নগাৱঁলৈ ঘূৰি গ'ল। তাত নৈ আৰু বেবেজিয়াত সত্যাগ্ৰহ কৰাত গ্ৰেপ্তাৰ হৈ তিনি মাহৰ কাৰাবাস খাটিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত জিলাৰ নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ পিছত শইকীয়াক প্ৰচাৰ সম্পাদকৰ দায়িত্ব দিলে। হিন্দীতে যুদ্ধবিৰোধী প্ৰচাৰ-পত্ৰ লিখি সেনা শিবিৰবোৰত কৰা প্ৰচাৰ কাৰ্য্যই ব্ৰিটিছ প্ৰশাসনক কঁপাই তুলিলে যদিও আত্ম-গোপন কৰি প্ৰচাৰ কাৰ্য্যত ব্যস্ত হৈ থাকোতেই ১৫-১০-৪২ তাৰিখে পুলিচৰ হাতত ধৰা পৰিল। বিচাৰত চাৰি বছৰৰ সশ্ৰম কাৰাদণ্ড আৰু ১০০০ টকা জৰিমনা, অনাদায়ে আৰু এবছৰৰ কাৰাদণ্ডৰ হুকুম হ'ল। ১৯৪৫ চনৰ ছেপ্টেম্বৰত অসমৰ ৪/৫ খন জে'লত ঘূৰাই মুক্তি দিলে।

উল্লেখযোগ্য যে একে সময়তে শইকীয়াৰ দেউতাক, ভায়েক আৰু নিজে জে'লত থাকিব লগা হৈছিল।

স্বাধীনতাৰ পিছত শইকীয়াই সমাজবাদী আন্দোলনত অংশীদাৰ হৈ আকৌ সংগ্ৰামী জীৱনত ব্ৰতী হ'ল। ১৯৮০ চনৰ পৰা এইজন সংগ্ৰামীয়ে পুত্ৰৰ লগত গুৱাহাটীত বসবাস কৰি আছে।

## শইকীয়া ৰামপ্ৰসাদ

শিবসাগৰৰ আমগুৰিৰ প্ৰয়াত দুৰ্লভ শইকীয়াৰ পুত্ৰ ৰামপ্ৰসাদ শইকীয়াই ১৯৪০ চনতে শান্তি সেনাৰ প্ৰশিক্ষণ লৈ যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত নামে আৰু কংগ্ৰেছ অনুষ্ঠানৰ সাংগঠনিক কামত আত্মনিয়োগ কৰে। বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে ডিচেম্বৰত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতত ৰাখিলে। পিছত চৰকাৰৰ নিৰ্দেশত নিৰাপত্তা বন্দী কৰি যোৰহাট জে'ললৈ বদলি কৰি পঠালে।

দুবছৰৰ ওপৰ কাল যোৰহাট জে'লত থকাৰ পিছত ১৯৪৫ চনত জে'লৰ পৰা মুক্তি দি গৃহবন্দী কৰি আৰু প্ৰায় এবছৰকাল ৰাখিলে।

পৰৱৰ্তী কালত শইকীয়াই অসম প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদকৰ দায়িত্ব কেইবাবছৰো বহন কৰি বিভিন্ন ধৰণৰ দেশ সেৱাত ব্ৰতী হৈ থাকিল।

# শইকীয়া চন্দ্ৰপ্ৰসাদ

**পিতৃৰ নাম ঃ দুৰ্লভ চন্দ্ৰ শইকীয়া**

**জন্মৰ তাৰিখ ঃ ৬-৮-১৯২৬**

**জন্মস্থান ঃ আমগুৰি, শিৱসাগৰ**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত স্কুলীয়া ছাত্ৰ হিচাপে চন্দ্ৰপ্ৰসাদে জঁপিয়াই পৰিল, ব্ৰিটিছক ভাৰত ত্যাগৰ দাবী জনাই সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰিলে; ঠায়ে ঠায়ে হৰতাল কৰিলে, সেনাবাহিনীক খাদ্য যোগানত বাধা প্ৰদান কৰিলে। ফলত পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল আৰু ১০-১১-৪২ তাৰিখৰ পৰা ১২-২-৪৩ তাৰিখলৈ চাৰি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

জে'লৰ পৰা খালাচ পাই স্কুললৈ উভতি নগৈ আকৌ আন্দোলনৰ কামত লাগি থাকোতে ২৫-৭-৪৩ তাৰিখে পুলিচৰ হাতত ধৰা পৰিল আৰু এইবাৰ বিচাৰত ৯ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। ১৪-৯-৪৩ তাৰিখে তেওঁক যোৰহাট জে'ললৈ বদলি কৰিলে। ২৫-৪-৪৪ তাৰিখে জে'লৰ পৰা খালাচ পালে।

গুৱাহাটী আৰু কলিকতাত শিক্ষা লাভ কৰি গুৱাহাটীত স্থায়ীভাৱে বসবাস কৰি সাংবাদিকতা আৰু সাহিত্য চৰ্চা কৰি ভালেমান মূল্যবান কিতাপ লিখি অসম সাহিত্য সভাৰ সভাপতিৰ আসন শুৱনি কৰি শইকীয়াই ইহলীলা সম্বৰণ কৰিলে।

# শইকীয়া প্ৰদীপ



নগাওঁ জিলাৰ হয়বৰগাৱঁত ১৯২৫ চনত জন্মগ্ৰহণ কৰা প্ৰদীপ শইকীয়া ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত নগাওঁ চৰকাৰী বিদ্যালয়ৰ ছাত্ৰ আছিল। নগাওঁ জিলাত ১১ আগষ্টৰ দিনা প্ৰথম বিৰাট গণ সমাৱেশ হ'ল। সেইদিনা নগাওঁ জিলাৰ সকলোবোৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীয়েও স্কুলৰ পৰা ওলাই শোভাযাত্ৰা কৰি সেই সমাৱেশত যোগ দিলে। প্ৰদীপ শইকীয়াও তাৰে এজন। সেই সমাৱেশৰ পিছতে জিলা কংগ্ৰেছৰ নেতাসকলক গ্ৰেপ্তাৰ কৰি কাৰাগাৰলৈ নিক্ষেপ কৰিলে। শান্তিপূৰ্ণ শোভাযাত্ৰা ভংগ কৰিবলৈ পুলিচ আৰু সেনাই জধে-মধে লাঠীচালনা কৰি ডেকা, বুঢ়া, মহিলা, ছাত্ৰ-ছাত্ৰীৰ বহুতকে আহত কৰিলে। ইতিমধ্যে একাংশ জনতাই পুলিচ, সেনা বাহিনীৰ অহা-যোৱা কৰা পথ বন্ধ কৰিবলৈ পথত থকা দলং ধ্বংস

কৰিবলৈ, ৰে'ল লাইনৰ ফিচ-প্লেট খুলি ৰে'ল বগৰোৱা কামত লাগি পৰিল।

২৪ আগষ্টৰ নিশা জোঙাল বলহু গড়ত ট্ৰাঙ্কৰোডৰ ওপৰৰ দলংখন ধ্বংস কৰি থকা অৱস্থাত সেনাই গুলী কৰি হেমৰাম পাটৰ আৰু গুণাভি বৰদলৈক হত্যা কৰিলে। পিছদিনা বেবেজিয়াত সমৱেত হোৱা জনতাৰ ওপৰত বেবেজীয়া দলঙৰ তলত লুকাই থকা সেনাই অধে-মধে গুলীচালনা কৰাত হেমৰাম বৰা আৰু কলাই কোঁচ থিতাতে নিহত হ'ল আৰু ভালেমান লোকৰ গাত গুলী লাগি যেনি-তেনি ছিটিকি পৰিল। তাৰ ভিতৰতে স্কুলীয়া ছাত্ৰ প্ৰদীপ শইকীয়াও। তেওঁ পথৰ কাষত এটা খাৱৈত পৰি তেজে তুমৰালি দি থকা অৱস্থাত শান্তি সেনাৰ দলে উদ্ধাৰ কৰি হাস্পতালত ভৰ্তি কৰিলে।

সেইজন শইকীয়াৰ ডিঙিৰ কাষত গুলী লগাত ভাগ্যক্ৰমে বাচি গ'ল আৰু প্ৰায় এবছৰ হাস্পতালত পৰি থাকি আৰোগ্য লাভ কৰিলে। চাকৰিৰ পৰা অৱসৰ লৈ শইকীয়া বৰ্তমান চানমাৰিৰ বাসিন্দা।

## শইকীয়া অতুলচন্দ্ৰ

**জন্ম : ১৯২৫ চনৰ ১৮ আগষ্ট**

অসমৰ বিদ্ৰোহী স্বাধীনতা সেনানী চন্দ্ৰপ্ৰভা শইকীয়ানীৰ সুযোগ্য পুত্ৰ অতুল শইকীয়াও ছাত্ৰ অৱস্থাৰে পৰা স্বাধীনতা আন্দোলনৰ সৈনিক আছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শইকীয়াই সক্ৰিয় অংশগ্ৰহণ কৰি স্কুলত পিকেটিং কৰাৰ অপৰাধত ২৩-৯-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ আগত হাজিৰ কৰায়। বিচাৰত ভাৰত প্ৰতিৰক্ষা আইন মতে অতুল শইকীয়াক ছয় মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

জে'লৰ পৰা ওলোৱাৰ পিছত শইকীয়াই বনুৱা আন্দোলনত অংশগ্ৰহণ কৰিলে। দুবাৰ অসম বিধানসভাৰ বিধায়কো হ'ল। এইজন দেশ-কৰ্মীৰ ১৯৮২ চনৰ ৯ জুন তাৰিখে মৃত্যু হ'ল।

## শইকীয়া বৃহস্পতি

গোৰেশ্বৰৰ স্বৰ্গীয় পূৰ্ণ শইকীয়াৰ পুত্ৰ বৃহস্পতিয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে আন্দোলনৰ কাম কৰি থকা অৱস্থাত পুলিচে ৯-১০-৪২ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। জে'লত পাঁচ মাহ বিচাৰাধীন বন্দী হিচাপে কটোৱাৰ পিছত কেৱল এদিনৰ জে'ল দি খালাচ দিলে।

# শইকীয়া ৰেণুপ্ৰভা



পিতৃ ঃ স্বৰ্গীয় খোদাইনাথ শইকীয়া
মাতৃ ঃ স্বৰ্গীয়া তিলেশ্বৰী দেৱী
জন্ম ঃ ১৯২৭ চনৰ ছেপ্টেম্বৰ মাহত
শিৱসাগৰ জিলাৰ চাৰিং তেলিয়াল গাৱঁত

ৰেণুপ্ৰভা শইকীয়াৰ ঘৰখন স্বাধীনতা সংগ্ৰামীসকলৰ অস্থায়ী শিবিৰৰ দৰে আছিল। ৰেণুপ্ৰভা সৰুৰে পৰা তেওঁলোকৰ সান্নিধ্যলৈ আহি তেওঁলোকৰ কথা-বতৰা শুনি শিশু-অন্তৰত দেশপ্ৰেমৰ বীজ অংকুৰিত হৈছিল। সেয়েহে বিয়াল্লিশৰ আন্দোলনৰ সময়ত গাৱঁৰ ছোৱালী, বোৱাৰীক সংগঠিত কৰি ৰেণুপ্ৰভাই হাতত ত্ৰিৰংগ পতাকা লৈ স্বৰাজৰ গীত গাই শোভাযাত্ৰা কৰি ৰাইজক সজাগ কৰি তুলিছিল। আত্মগোপনকাৰী বিপ্লৱী শংকৰ বৰুৱাই দলে-বলে আহি মাজে মাজে তেওঁলোকৰ ঘৰতে আশ্ৰয় লৈছিল আৰু ৰেণুপ্ৰভাই তেওঁলোকক ৰান্ধি-বাঢ়ি খুৱাইছিল আৰু তেওঁলোক থকাৰ সময়ত লগৰ ভলণ্টিয়াৰ লৈ গাৱঁৰ মূৰত পহৰা দিছিল।

আন্দোলন শাম কটাৰ পিছত ৰেণুপ্ৰভাই অমলপ্ৰভা দাসৰ সান্নিধ্য লাভ কৰিলে আৰু অমলপ্ৰভাৰ আদৰ্শত অনুপ্ৰাণিত হৈ সামাজিক আৰু গঠনমূলক কামত আত্ম-নিয়োগ কৰিলে। যোৰহাট আৰু শিৱসাগৰৰ খাদী কেন্দ্ৰত কাম কৰি থকা অৱস্থাতে আনজন গান্ধী বিচাৰধাৰাৰ গঠনমূলক কৰ্মী মাণিক শইকীয়াৰ লগত বিবাহ-পাশত আবদ্ধ হৈ শংকৰ বৰুৱা আৰু নীলমণি ফুকনৰ নিৰ্দেশত দুয়ো নিৰক্ষৰ লোকসকলৰ মাজত শিক্ষাদান, ৰাষ্ট্ৰভাষা প্ৰচাৰ, খাদী প্ৰচলন আদি কামত ব্যস্ত হৈ পৰিল। পিছত বিনোবাজীৰ লগত ভূদান আন্দোলনত কেইবাবছৰো পদব্ৰজে ভ্ৰমণ কৰিলে আৰু পিছলৈও সৰ্বোদয়ৰ কামত নিজৰ জীৱন উছৰ্গা কৰিলে।

# শইকীয়া মাধৱচন্দ্ৰ

পশ্চিম বৰিগোগ মৌজাৰ স্বৰ্গীয় চেনিৰাম শইকীয়াৰ পুত্ৰ মাধৱ শইকীয়াৰ জন্ম হৈছিল ১৯১৬ চনত। ১৯৩১ চনৰ আইন অমান্য আন্দোলনত যোগ দি গাঁৱে গাঁৱে আইন অমান্য, খাজনা আৰু কৰ-কাতল বন্ধ, মাদক দ্ৰব্য বৰ্জন আদি প্ৰচাৰ কৰি ফুৰোতে ৰঙিয়াৰ পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি থানাৰ পৰা এৰি দিলে।

পিছৰ আন্দোলনৰ সময়তো শইকীয়াই সংগঠনৰ কাম, আন্দোলনৰ প্রচাৰ কাৰ্য্য চলাই গৈছিল। কেইবামাহো আত্ম-গোপন কৰিছিল বুলি শইকীয়াই জনাইছে।

## শইকীয়া নবীন চন্দ্র

দদৰাৰ নবীন চন্দ্র শইকীয়াক অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে ডিব্রুগড়লৈ প্রেৰণ কৰিলে। শইকীয়াই তাত ডুমডুমা কোম্পানীৰ মদৰ দোকানত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ কাৰাবাস খাটিব লগা হ'ল।

## শইকীয়া পূর্ণচন্দ্র



গোৰেশ্বৰৰ পূর্ণচন্দ্র শইকীয়াই সৰু কালতে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্রহণ কৰি গান্ধীজীৰ বাণী প্রচাৰ আৰু কংগ্রেছ সংগঠনৰ কাম কৰি থকা অৱস্থাত পুলিচে গ্রেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে আৰু হাজোততে তিনি মাহ ৰখাৰ পিছত বিচাৰত খালাচ দিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো শইকীয়াই সক্রিয় অংশগ্রহণ কৰাত পুলিচে গ্রেপ্তাৰ কৰি হাজোতলৈ পঠালে। এইবাৰো শইকীয়াক তিনিমাহ হাজোতত ৰখাৰ পিছত মাত্র এদিনৰ কাৰাদণ্ড বিহিলে। এইবাৰ পুলিচৰ গোচৰ আছিল আছামীয়ে সেনাবাহিনীৰ খাদ্য যোগানদ বাধাৰ সৃষ্টি কৰিছিল।

## শইকীয়া মণিকান্ত

গোৰেশ্বৰ বেঙেনাহাটীৰ মণিকান্ত শইকীয়াই পুনা সত্যাগ্রহলৈ যাবলৈ ওলোৱাত ৯-৮-৪৩ তাৰিখে পুলিচে গ্রেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। প্রায় পাঁচ মাহ হাজোতত থকাৰ পিছত বিচাৰ কৰি চাৰি মাহৰ সশ্রম কাৰাদণ্ড বিহিলে। সেয়ে মণিকান্তই ৯ মাহ কাৰাৰুদ্ধ হৈ থাকিব লগা হ'ল।

---

*খং আৰু অসহিষ্ণুতা হৈছে জ্ঞান লাভৰ প্রধান শত্রু।*

—মহাত্মা গান্ধী

---

# শইকীয়া নন্দ



নগাওঁ জিলাৰ কামপুৰ অঞ্চলৰ কপিলীপৰীয়া ডেকা নন্দ শইকীয়াৰ জন্ম ১৯২৬ চনত। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত কামপুৰীয়া ৰাইজক অতিকৈ উদ্বেগিত কৰাৰ সময়ত কামপুৰ হাইস্কুলৰ ছাত্ৰ নন্দ শইকীয়াও আন্দোলনত জঁপিয়াই পৰিল। শান্তি সেনাৰ শোভাযাত্ৰাত অংশগ্ৰহণ কৰি পুলিচৰ মাৰ খালে। সৰু ল'ৰা কাৰণে কামপুৰৰে বিপ্লৱী লক্ষ্মীপ্ৰসাদ গোস্বামীয়ে স্বাধীনতা সেনানিসকললৈ লিখা চিঠি-পত্ৰ আদান-প্ৰদান কৰিলে যদিও পুলিচৰ হাতত ধৰা নপৰাকৈ সাৰিলে। ১৯৪৫ চনত গঠন হোৱা ছাত্ৰ ইউনিয়নৰ (পিছলৈ ছাত্ৰ-কংগ্ৰেছৰ) কামপুৰৰ আঞ্চলিক সম্পাদকৰ দায়িত্ব কেইবাবছৰো গ্ৰহণ কৰিছিল।

পৰৱৰ্তী কালত গুৱাহাটীলৈ আহি শইকীয়াই কামৰূপ একাডেমীত শিক্ষকতা কৰি সাহিত্য চৰ্চাত লাগি কেইবাখনো গ্ৰন্থ ৰচনা কৰিলে। শইকীয়াই বিশেষকৈ শিশু-সাহিত্য ৰচনাত বিশেষভাৱে ব্যুৎপত্তি লাভ কৰিলে। এইজন স্বাধীনতা সংগ্ৰামীয়ে ১৯৮৭ চনৰ ফেব্ৰুৱাৰীৰ ২১ তাৰিখে ইহ-সংসাৰৰ পৰা মেলানি মাগিলে।

# শৰ্মা চন্দ্ৰনাথ



**পিতৃ ঃ স্বৰ্গীয় চণ্ডীনাথ শৰ্মা**

**জন্মস্থান ঃ তেজপুৰৰ বিহগুৰি**

১৮৭৯ চনত অতি দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰা চন্দ্ৰনাথ শৰ্মা সৰুৰে পৰা আছিল অতি তীক্ষ্ণধী, অতি মেধাৱী। সেয়েহে স্কুলীয়া কালৰ পৰা চন্দ্ৰনাথ অসম ছাত্ৰ সন্মিলন, অসম এছ'চিয়েছন অসম সাহিত্য সভা— সকলোতে ওতঃপ্ৰোতভাৱে জড়িত। সৰু কালৰে পৰা পৃথিৱীৰ ইতিহাস অধ্যয়ন কৰি, বিভিন্ন দেশৰ স্বাধীনতা সংগ্ৰামৰ ঘটনাসমূহত উদ্বুদ্ধ হৈ ছাত্ৰ সন্মিলনৰ সদস্যসকলৰ অন্তৰত স্বাধীনতাৰ বীজ ৰোপণ কৰিলে; অসম এছ'চিয়েচনক অসম কংগ্ৰেছলৈ ৰূপান্তৰিত কৰিলে; অসহযোগ আন্দোলনৰ আগে আগে প্ৰথম শৰ্মাই ওকালতি ত্যাগ কৰি কংগ্ৰেছ সংগঠনৰ অসমত পত্তন ঘটালে।

চন্দ্ৰনাথ শৰ্মাই অসহযোগ আন্দোলনৰ লগে লগে গান্ধীজীক অসমলৈ নিমন্ত্ৰণ কৰি আনিলে, অথচ ইতিমধ্যে তেওঁৰ নিজৰে শৰীৰ অসুস্থ হোৱাৰ

কাৰণে তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈক গান্ধীজীৰ লগত অসম ভ্ৰমণত পঠালে। শৰ্মাই নৰীয়া গাৰেই জনোৱা আহ্বানত আৰু গান্ধীজীৰ বাণী সাৰোগত কৰি অসমত ভালেমান ছাত্ৰই স্কুল-কলেজ ত্যাগ কৰি উকীলে ওকালতি এৰিলে; কিছুসংখ্যক চৰকাৰী কৰ্মচাৰীয়ে চাকৰি আৰু কৰি জে'ললৈ গ'ল। অসমত অসহযোগ আন্দোলনে পূৰ্ণ পৰ্য্যায় লাভ কৰিলে।

এইজন দেশপ্ৰেমিক চন্দ্ৰনাথ শৰ্মাই শৰীৰত জ্বৰ, বুকুত কাহ লৈ ৰ'দে-বৰষুণে শুদা ভৰিৰে ঘূৰি ঘূৰি মৃত্যুৰ মুখলৈ আগবাঢ়ি গ'ল। যক্ষ্মা ৰোগত কেৱল ৩২ বছৰ বয়সতে শ্বিলঙৰ গিৰীশ চৌধুৰীৰ গৃহত ১৯২২ চনৰ ২০ জুলাই তাৰিখে এইজন মহান দেশপ্ৰেমিকৰ মহাপ্ৰয়াণ ঘটিল।

## শৰ্মা বেণুধৰ



অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰীস্বৰূপ বেণুধৰ শৰ্মাৰ জন্ম ১৮৯৫ চনৰ ১৫ নৱেম্বৰ তাৰিখে শিৱসাগৰ জিলাৰ চাৰিঙত। স্কুল-কলেজত পঢ়ি থকা দিনৰে পৰা অসম বুৰঞ্জীৰ উইঁ বুটলি তলৌ তলৌকৈ ঘূৰি ফুৰা শৰ্মাই গান্ধীজীয়ে ভাৰতৰ ৰাজনীতিত অহিংস আৰু সত্যাগ্ৰহৰ পন্থা গ্ৰহণ কৰাৰ কথা শুনাৰ পৰা গান্ধীজীৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ পৰিল। সেয়েহে ১৯২১ চনৰ গান্ধীজীয়ে আৰম্ভ কৰা অসহযোগ আন্দোলনত শৰ্মাই অংশগ্ৰহণ কৰি গান্ধীজীৰ বাণী প্ৰচাৰ, চৰকাৰৰ লগত অসহযোগিতা, মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন, খাদীৰ প্ৰচলন আদি কাৰ্য্যসূচীত আন্তৰিকতাৰে নামি পৰিল; স্কুলে, নামঘৰে সভা-সমিতি পাতি পিছপৰা ৰাইজক উদ্বুদ্ধ কৰি তুলিলে।

২৬-১-১৯২২ তাৰিখে শৰ্মাৰ কাৰ্য্যকলাপৰ প্ৰতি লক্ষ্য ৰাখি পুলিচে গ্ৰেপ্তাৰ কৰি শিৱসাগৰ জে'ল-হাজোতলৈ পঠালে। পিছদিনা বিচাৰত শৰ্মাৰ তিনি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু তিনিশ টকা জৰিমনা অনাদায়ে আৰু তিনি মাহৰ কাৰাদণ্ড বিহিলে। মুঠ ছয় মাহ কাৰাবাস খাটি শৰ্মা মুক্ত হৈ সক্ৰিয় ৰাজনীতি বাদ দি 'কংগ্ৰেছৰ কাঁচিয়ালি ৰ'দত' লিখি পিছত সাহিত্য একাডেমী বঁটা লাভ কৰিলে। লগে লগে বুৰঞ্জীৰ সমল খুচৰি 'মণিৰাম দেৱান' লিখিলে। তাৰ বাদেও বহুত কিতাপ তেখেতে ৰচণা কৰি গ'ল।

গুৱাহাটীত বসতি স্থাপন কৰি কমলাকান্ত ভট্টাচাৰ্য্য, অম্বিকাগিৰি ৰায়চৌধুৰী, মহেন্দ্ৰনাথ ডেকা ফুকনৰ লগ লাগি অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিলে।

গুৱাহাটীৰ চোলাপাৰাৰ ঘৰত শৰ্মাই ২৬-২-৮১ তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা সিদ্ধিনাথ



**পিতৃৰ নাম ঃ স্বৰ্গীয় চণ্ডী শৰ্মা**

**জন্মস্থান ঃ ৰঙিয়াৰ বৰকুৰিহা গাওঁ**

স্বদেশ-প্ৰেমৰ অদম্য স্পৃহা দমন কৰিব নোৱাৰি গান্ধীজীৰ আহ্বানত ১৯২১ চনতে দেৰাদুনৰ ফৰেষ্ট কলেজৰ শিক্ষা আধাতে সামৰি অসহযোগ আন্দোলনত নামি পৰিলহি আৰু অশেষ পুলিচী নিৰ্য্যাতন ভোগ কৰিও স্বৰাজৰ কামত আশাশুধিয়াকৈ আত্মনিয়োগ কৰে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত ২০-৯-১৯৩০ তাৰিখে গ্ৰেপ্তাৰ কৰি এমাহৰ পিছত তেখেতক মোকোলাই দিলে। ১৩-৪-৩২ তাৰিখে জুবিলী ফিল্ডত জালিৱালাবাগ দিৱস পালনৰ কাৰণে আন ৩৫-জন কৰ্মীৰ সৈতে গ্ৰেপ্তাৰ কৰি দিনটো থানাত বন্দী কৰি ৰাখে। ১৯৪০ চনৰ যুদ্ধবিৰোধী সত্যাগ্ৰহতো ছয় মাহ কাৰাবাস খাটে।

১৯৪২ চনৰ ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণৰ বোম্বে কংগ্ৰেছৰ পৰা গোপীনাথ বৰদলৈৰ লগত ঘূৰি আহোতে ১১-৮-৪২ তাৰিখে ধুবুৰীত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু ১৯৪৫ চনলৈকে নিৰাপত্তা বন্দী হিচাপে গুৱাহাটী আৰু যোৰহাট জে'লত আৱদ্ধ কৰি ৰাখে।

১৯২৬ চনৰ পৰা ১৯৩৫ চনলৈ জিলা কংগ্ৰেছৰ সম্পাদক, ১৯৩৫ চনৰ পৰা ১৯৪০ চনলৈ প্ৰদেশ কংগ্ৰেছৰ সম্পাদক আৰু স্বাধীনতা পিছত কেইবাবছৰো প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ দায়িত্বৰ উপৰি ১৯৫২ চনৰ পৰা ১৯৫৬ চনলৈ অসম মন্ত্ৰীসভাৰ সদস্যও আছিল।

১৯৬৬ চনৰ ১৮ মে' তাৰিখে এইজন দেশপ্ৰেমিকে ইহলীলা সম্বৰণ কৰিলে।

---

***মানুহৰ বিকাশৰ বাবে যিদৰে জীৱন প্ৰয়োজন সেইদৰে মৃত্যুও প্ৰয়োজন।***

**—মহাত্মা গান্ধী**

---

## শৰ্মা পবিন্দ্ৰনাথ

জন্ম ঃ ১৯০৯ চনত বঙিয়াৰ বৰকুৰিহা গাবঁত

আইনৰ স্নাতক হোৱাৰ পিছতেই গুৱাহাটীৰ বাৰোবাৰীত নিগাজীকৈ বসতি স্থাপন কৰি ওকালতি আৰম্ভ কৰিলে যদিও ১৯২৯ চনৰ পৰা কংগ্ৰেছ সংগঠনত ব্ৰতী হয়। ১৯৩১ চনত ওকালতি ত্যাগ কৰি সত্যাগ্ৰহ কৰে। সত্যাগ্ৰহ কৰাৰ বাবে অৱশ্যে পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ গাওঁ অঞ্চলত প্ৰচাৰ কাৰ্য্য চলাই থাকোতে ৩-১০-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে ৪-৩-৪৪ তাৰিখলৈকে কাৰাগাৰত আবদ্ধ কৰি ৰাখে। জে'লৰ পৰা মুক্তি লাভ কৰাৰ পিছতো ৩১-১২-৪৪ তাৰিখলৈকে তেখেতক গুৱাহাটীৰ ঘৰত গৃহবন্দী কৰি ৰাখিলে।

শৰ্মা গান্ধী দৰ্শনৰ একান্ত ভক্ত আছিল আৰু সেয়েহে শিহুৰ বয়সত 'গান্ধীজীৰ অৰ্থনৈতিক দৰ্শন' নামৰ কিতাপ এখন লিখি প্ৰকাশ কৰি থৈ গৈছে। লগতে স্বাধীনতা আন্দোলনত তেওঁৰ অবদান সম্পৰ্কে 'মুক্তি যোদ্ধাৰ জীৱন-যুদ্ধ' গ্ৰন্থও ৰচনা কৰি নিজৰ জীৱনৰ লগতে সাময়িক ঘটনাৱলী লিপিবদ্ধ হৈছে।

সুদীৰ্ঘ কাল ওকালতি কৰি ৩-৯-২০০৪ তাৰিখে এইজন জীৱন-যোদ্ধাই ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা ডাঃ ৰুদ্ৰ

কামৰূপৰ হাজোত জন্মগ্ৰহণ কৰা ৰুদ্ৰ শৰ্মাই তেজপুৰত পঢ়ি থকা অৱস্থাতে ১৯২১ চনৰ অসহযোগ আন্দোলন আৰম্ভ হয় আৰু দেশপ্ৰেমিক শৰ্মাই সেই আন্দোলনত জঁপিয়াই পৰিল। বিদেশী বস্ত্ৰ বৰ্জন, মাদক দ্ৰব্য বৰ্জন, খাদী প্ৰচলন আদি কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে ভাৰতীয় দণ্ডবিধি আইনৰ ১০৮ ধাৰাত গ্ৰেপ্তাৰ কৰি ১৭-১২-১৯২১ তাৰিখে জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। বিচাৰত শৰ্মাক এবছৰৰ বিনাশ্ৰম কাৰাদণ্ড বিহিলে আৰু শ্ৰীহট্ট জে'ললৈ বদলি কৰি পঠালে।

পৰৱৰ্তী কালত হোমিওপেথিক ডাক্তৰ হিচাপে গুৱাহাটীৰ উজান বজাৰত বাসস্থান কৰি বহু বছৰ সেৱা আগবঢ়ালে।

## শৰ্মা কামাখ্যানাথ

বাঁহজানি অঞ্চলৰ কামাখ্যানাথ শৰ্মাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ স্কুলীয়া শিক্ষা ত্যাগ কৰি সভা-শোভাযাত্ৰাত অংশগ্ৰহণ কৰি ঘূৰি-ফুৰোতে এদিন পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কেইদিনমানৰ পিছত বিচাৰত মুক্তি দিলে।

পিছত গুৱাহাটীৰ জ্যোতিনগৰত বসবাস আৰম্ভ কৰিলে। ১৯৯৫ চনৰ ৫ মাৰ্চত গুৱাহাটীৰ ঘৰত তেওঁৰ মৃত্যু হ'ল।

## শৰ্মা প্ৰভাতচন্দ্ৰ



**পিতৃ ঃ ৺ৰুদ্ৰনাথ শৰ্মা**

**জন্ম ঃ নলবাৰীৰ ককয়াগাওঁত ১৯১৬ চনৰ ১৭ ছেপ্টেম্বৰত**

বাল্যকালৰ পৰা প্ৰখৰ বুদ্ধিসম্পন্ন, স্বদেশপ্ৰেমিক প্ৰভাত চন্দ্ৰ শৰ্মা ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত বেনাৰস হিন্দু বিদ্যালয়ৰ চূড়ান্ত বৰ্ষৰ ছাত্ৰ আছিল। সেইখন বিশ্ববিদ্যালয়ৰ .ছাত্ৰসকলেই আছিল ভাৰত ত্যাগ আন্দোলনৰ জ্বলন্ত শিখা। ব্ৰিটিছ চৰকাৰৰ হেঁচাত ছাত্ৰাবাসবিলাক বন্ধ কৰি দিলে। সেইটো পৰিস্থিতিত প্ৰভাত শৰ্মাৰ লগত আৰু দুজন ছাত্ৰই জেপত ৰে'ল ভাড়া নথকাত পদব্ৰজে উত্তৰ প্ৰদেশ, বিহাৰ, বংগদেশ পাৰ হৈ আন্দোলনৰ ৰেহৰূপ চাই চাই অসম সোমাই নলবাৰী পালেহি।

আন্দোলনৰ ভৰপকৰ সময়ত প্ৰভাত শৰ্মা ঘৰ পায়েই সংগঠনৰ কামত লাগি পৰিল। আত্মগোপন কৰি কৰ্মীসকলক কৰ্মঠ কৰি তুলিলে; লগে লগে গুপ্ত আন্দোলনৰ প্ৰস্তুতি চলালে। সেই সময়তে শৰ্মাৰ সহযোগতে ৰঙিয়াৰ ওচৰত সেনাৰ ৰচদ কঢ়িয়াই অহা এখন মালবাহী ৰে'লগাড়ী লাইনচ্যুত কৰি বগৰাই পেলালে; কেন্দুকোণাৰ ওচৰত সেনাৰ কেম্প জ্বলোৱা হ'ল আৰু আন ভালেমান কূটাঘাতমূলক কাম অনুষ্ঠিত হ'ল। এইবোৰ কামৰ বাবে প্ৰভাত শৰ্মাসহ আন কেইবাজনকো পুলিচে সন্দেহ কৰি ধৰপাকৰ আৰম্ভ কৰিলে।

প্ৰভাত শৰ্মাক ১৯৪৩ চনৰ ২০ এপ্ৰিলত পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতত বন্দী কৰিলে। বিচাৰত প্ৰভাত শৰ্মাৰ ওপৰত দুখন আইনৰ অধীনত ক্ৰমে ছয় মাহ আৰু ৯ মাহৰ মুঠ ১৫ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম

হ'ল। জে'ল কর্তৃপক্ষৰ অন্যায়ৰ প্ৰতিবাদ কৰাত শৰ্মাক কিছুদিনৰ পিছত যোৰহাট জে'ললৈ বদলি কৰিলে।

জে'লৰ পৰা মুক্তি লাভ কৰাৰ পিছত প্ৰভাত শৰ্মা বেনাৰসলৈ উভতি গৈ এম এ ডিগ্ৰী লাভ কৰিলে। স্বাধীনতাৰ পিছত বিলাতলৈ গৈ কেইবাটাও শিক্ষা বিভাগত উচ্চ পদ গ্ৰহণ কৰি ১৯৭৭ চনত অৱসৰ ল'লে আৰু কিতাপ-পত্ৰ লিখা, সমাজ সেৱাৰ কামত লিপ্ত হ'ল।

এইজন স্বদেশপ্ৰেমিকে ২০০০ চনৰ ১০ জানুৱাৰীত গুৱাহাটীৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা প্ৰিয়নাথ



**পিতৃৰ নাম ঃ ভুৱনেশ্বৰ দেৱশৰ্মা**

**জন্মস্থান ঃ বজালী অঞ্চলৰ ভোগপুৰ গাৱঁত**

**জন্মৰ তাৰিখ ঃ ১৯১২ চনৰ মাৰ্চ মাহ**

১৯৩০ চনৰ কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুলীয়া জীৱন ত্যাগ কৰি আইন অমান্য আন্দোলনত জঁপিয়াই পৰিল। কংগ্ৰেছ কমিটিৰ নিৰ্দেশত তেওঁ গুৱাহাটীলৈ আহি উজান বজাৰৰ স্বেচ্ছাসেৱকৰ শিবিৰত থাকি ভাং, কানি আৰু বিলাতী কাপোৰ বেচা দোকানত পাল পাতি পিকেটিং কৰে। পুলিচে এদিন গ্ৰেপ্তাৰ কৰি তেওঁক বিচাৰকৰ ওচৰত হাজিৰ কৰিলে আৰু বিচাৰকে তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলাই শৰ্মাই কংগ্ৰেছ সংগঠনৰ কাম কৰি থাকোতেই ১৯৪০ চনত সত্যাগ্ৰহ কৰোতে ৬-মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। ইয়াৰ পিছত ডিব্ৰুগড়লৈ গৈ তাতো সত্যাগ্ৰহ কৰিলে। কিন্তু পুলিচে গ্ৰেপ্তাৰ কৰি ১২-৮-৪১ তাৰিখে ডিব্ৰুগড়ৰ পৰা বহিষ্কাৰ কৰি পঠালে।

শৰ্মাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত কিছুদিন আত্ম-গোপন কৰি কাৰ্য্য চলাই থাকোতেই পুলিচৰ হাতত ৭-৯-৪২ তাৰিখে গ্ৰেপ্তাৰ হ'ল আৰু বিচাৰত চিকিউৰিটি বন্দী হিচাপে গুৱাহাটী, তেজপুৰ, চিলেট আৰু যোৰহাট জে'লত ২৭ মাহ ঘূৰাই ১৯৪৪ চনৰ শেষ ভাগত মুক্তি দিয়ে।

জে'লৰ পৰা ওলোৱাৰ পিছত মহেন্দ্ৰমোহন চৌধুৰীৰ পৰামৰ্শত সৰভোগৰ ওচৰৰ জনজাতি অধ্যুষিত অঞ্চল 'কমাৰগাওঁ সেৱাশ্ৰম' প্ৰতিষ্ঠিত কৰি জনজাতিৰ মাজত বিভিন্ন ধৰণৰ গঠনমূলক কামত আত্মনিয়োগ কৰিলে। ইয়াৰ মাজতে গুৱাহাটীত স্থায়ীভাৱে বসতি আৰম্ভ কৰিলে।

এইজন দেশপ্ৰেমিক তথা গান্ধীবাদী গঠনমূলক কৰ্মীয়ে ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা দেৱেন্দ্ৰনাথ



সৰু কালৰ পৰা স্বাধীনতা আন্দোলনৰ প্ৰতি আকৃষ্ট হোৱা দেৱেন্দ্ৰনাথ শৰ্মাই ১৯৩১ চনত আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি, গাঁৱে-ভূঞে সভা-সমিতিত বক্তৃতা দি আইন অমান্যৰ প্ৰতি মানুহক উত্তেজিত কৰি তুলিছিল। ছাত্ৰসকলকো সংগঠিত কৰি তেওঁলোকৰ মাজত ৰাজনীতিৰ বীজ সুমুৱাবলৈ চেষ্টা কৰিছিল। নিজে কানিৰ দোকান, গাঞ্জাৰ দোকানত পিকেটিং কৰি ধুমুহাৰ দৰে পুলিচৰ চকুত ধূলি মাৰি কাম কৰি ফুৰিছিল। কিন্তু ২৩-২-৩২ তাৰিখে চামতা শিবিৰৰ পৰা এখন সভালৈ গৈ থকা অৱস্থাত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ সক্ষম হ'ল। বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড আৰু দুশ টকা, অনাদায়ে আৰু দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। দুদিনমানৰ পিছতে শৰ্মাক শিলচৰ জে'ললৈ বদলি কৰিলে।

এসময়ত শৰ্মা নেতাজী সুভাষ বসুৰ ফৰৱাৰ্ড ব্লকৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে সংগঠন গঢ়ি তুলিছিল। স্বাধীনতাৰ পিছত কংগ্ৰেছলৈ ঘূৰি গৈ এবাৰ সংবাদ সেৱা, এবাৰ বিধানভাৰ বিধায়ক আৰু এবাৰ গুৱাহাটী পৌৰ সভাৰ চেয়াৰমেন হৈ সেৱা আগবঢ়াইছিল।

## শৰ্মা ধৰ্মকান্ত



তেতিয়াৰ নলবাৰী মহকুমাৰ দেহাৰকুছি গাৱঁৰ আয়ুৰ্বেদশাস্ত্ৰী স্বৰ্গীয় ভৱকান্ত শৰ্মাৰ পুত্ৰ ধৰ্মকান্ত শৰ্মাৰ জন্ম ১৯০২ চনৰ ৩০ জানুৱাৰীত। সৰুৰে পৰা মেধাৱী আৰু সাহসী ধৰ্মকান্তই গৌৰীপুৰত শিক্ষা গ্ৰহণ কৰি থকা অৱস্থাতে ১৯২১ চনত গান্ধীজীৰ অসহযোগ আন্দোলন আৰম্ভ হ'ল। শৰ্মাই শিক্ষা জীৱন ত্যাগ কৰি নলবাৰীলৈ ঘূৰি আহি সক্ৰিয়ভাৱে আন্দোলনত যোগদান দিলে। কিছুদিন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰত ৬-১২-২১ তাৰিখৰ পৰা ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। আন্দোলন শাম কটাৰ পিছত শিক্ষা জীৱন আৰম্ভ কৰিলে যদিও ১৯৩০ চনৰ কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে শিক্ষা অনুষ্ঠান ত্যাগ কৰি ছাত্ৰৰ মাজত এই চাৰ্কুলাৰৰ বিৰুদ্ধে আৰু গাওঁ অঞ্চলত আইন

অমান্যৰ সপক্ষে সভা-সমিতি পাতি প্ৰচাৰ কৰি ফুৰিলে। সেইবাৰ পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ১৪-৫-৩২ তাৰিখে বিচাৰত শৰ্মাক ৯ মাহৰ সশ্ৰম কাৰাদণ্ড আৰু দুশ টকা জৰিমনা, অনাদায়ে আৰু চাৰি মাহৰ কাৰাদণ্ডৰ হুকুম হ'ল। দুদিন পিছতে গুৱাহাটী জে'লে যোৰহাট জে'ললৈ বদলি কৰি পঠালে। ৬-মাহৰ পিছত জে'লৰ পৰা খালাচ দি ঘৰ ক্ৰোক কৰি জৰিমনাৰ টকা আদায় কৰিলে।

ধৰ্মকান্ত শৰ্মাই ১৯৪১ চনত সত্যাগ্ৰহ কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি আছিল; কিন্তু পুলিচে গ্ৰেপ্তাৰ কৰিব পৰা নাছিল। ইতিমধ্যে কংগ্ৰেছ কমিটীৰ দ্বাৰা এটা দল পুণা সত্যাগ্ৰহলৰ কাৰণে ধৰ্মকান্ত শৰ্মাৰ নেতৃত্বত পুনালৈ যাত্ৰা কৰিলে ২-৮-৪৩ তাৰিখে। ৯-৮-৪৩ তাৰিখে দাদৰ ষ্টেচনত নামোতেই পুলিচে গ্ৰেপ্তাৰ কৰি দহ দিন বাৰ্লি কেম্প জে'লত বন্দী কৰি ৰাখিলে। তাৰ পৰা খালাচ হৈ পুনা ষ্টেনত নামোতেই পুলিচে গ্ৰেপ্তাৰ কৰি য়াৰৱাদা জে'লত সাত দিন বন্দী কৰি ৰাখিলে। তাৰ পৰা অসমৰ দলটোক পুলিচ পহৰাৰ মাজত গুৱাহাটীলৈ পঠাই দিলে। কিন্তু কল্যাণ ষ্টেচনত ধাৰেশ্বৰ শৰ্মাৰ সৈতে ৰে'লৰ পৰা নামি বোম্বে পালেগৈ। তেওঁলোক দুজন আৰু ভৈৰব শৰ্মা আকৌ পুনা পালেগৈ। ধৰ্ম শৰ্মাই বাকী দুজনৰ লগত আগা খা পেলেচৰ সমুখত ৯-৯-৪৩ তাৰিখে সত্যাগ্ৰহ কৰি ফলৱতী হ'ল। পুনাৰ পুলিচে তিনিওজনক গ্ৰেপ্তাৰ কৰি সাতদিন থানাৰ লক-আপত ৰাখি জে'ললৈ পঠালে। বিচাৰত তেওঁলোকক তিনি মাহকৈ কাৰাদণ্ড বিহিলে। ২৮-১২-৪৩ তাৰিখে জে'লৰ পৰা খালাচ হোৱাত পুলিচ পহৰাৰ মাজত গুৱাহাটীত নমাই দিলেহি।

আন্দোলন শাম কটাৰ পিছত শৰ্মাক বাইহাটা গান্ধী আশ্ৰমৰ পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰিলে। তেখেতৰ আন্তৰিক প্ৰচেষ্টাত বাইহাটা আশ্ৰম খাদী চেণ্টাৰ হিচাপেও সুন্দৰকৈ গঢ় লৈ উঠিল। লগে লগে শৰ্মাই ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কামতো একাণপতীয়াকৈ লাগিল।

এইজন নিঃস্বাৰ্থ স্বাধীনতা সেনানিয়ে বিনোবাজীৰ ভূ-দান আন্দোলন, সৰ্বোদয় আন্দোলনতো আন্তৰিকতাৰে সেৱা আগবঢ়াইছিল।

অক্লান্ত দেশ-কৰ্মী ধৰ্মকান্ত শৰ্মাই ১৯৮৩ চনৰ চাৰি আগষ্ট তাৰিখে ইহ-সংসাৰৰ পৰা বিদায় ল'লে।

# শৰ্মা কামিনীমোহন



পূব বড়িগোগ মৌজাৰ ডোৰকগাৱঁৰ স্বৰ্গীয় পদ্মনাথ শৰ্মাৰ পুত্ৰ কামিনী মোহন শৰ্মাৰ জন্ম ১৯১৫ চনৰ সাত নৱেম্বৰ তাৰিখে। ১৯২১ চনৰ অসহযোগ আন্দোলনত ৰঙিয়া অঞ্চলত বিদেশী বস্ত্ৰ দাহন কৰা এটি অনুষ্ঠানত ৬-বছৰীয়া কামিনী শৰ্মাই পিন্ধি থকা চোলা-পেণ্ট জুইলৈ দলিয়াই দিয়াৰ দিন ধৰি ব্ৰিটিছবিৰোধী মনোভাব গাঢ় হৈ উঠে। ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে হোৱা শোভাযাত্ৰাত কামিনীমোহনে অংশ লোৱাত পুলিচৰ মাৰ খালে। ১৯৪০ চনৰ একক সত্যাগ্ৰহৰ সময়ত গুৱাহাটী জিলা কংগ্ৰেছৰ কাৰ্য্যালয়ৰ লগত জড়িত হৈ পৰে।

১৯৪২ চনত ৮ আগষ্টত বোম্বে কংগ্ৰেছ বহাৰ আগতে কামিনী শৰ্মাই নিজৰ পৈত্ৰিক মাটি-সম্পত্তি বিক্ৰী কৰি কংগ্ৰেছ ফাণ্ডত জমা দি তেওঁৰো গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাৰ লগত বোম্বেলৈ যাত্ৰা কৰি ভাৰত ত্যাগ প্ৰস্তাৱৰ গ্ৰহণৰ ঐতিহাসিক কংগ্ৰেছত উপস্থিত আছিল। বৰদলৈ, শৰ্মাৰ লগত ৰে'লত কামিনীমোহনো ঘূৰি আহোঁতে অসমত সোমোৱাৰ পিছতে তেওঁলোকক পুলিচে গ্ৰেপ্তাৰ কৰিলে। বোম্বে কংগ্ৰেছৰ সকলো কাগজ-পত্ৰ আগতীয়াকৈ শৰ্মাক দি থৈছিল। কামিনী শৰ্মাই সেই কাগজ-পত্ৰ কৌশলৰে লুকুৱাই আনি হেম বৰুৱাক জমা দিলেহি আৰু নিজেও ৰঙিয়ালৈ ঘূৰি গৈ আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত লিপ্ত হৈ পৰিল।

কামিনী শৰ্মাৰ নেতৃত্বতে ৰে'ল বগৰোৱা, সেনাৰ ছাউনি পুৰি ধ্বংস কৰা, চৰকাৰী কাৰ্য্যালয় আদি ধ্বংস কৰা অদি অপৰাধত পুলিচে ২৫-২-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। সাক্ষী প্ৰমাণৰ অভাৱত বিচাৰত খালাচ পালে। আকৌ শৰ্মাক ২১-৪-৪৩ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। সেইবাৰ বিচাৰত ৮ মাহৰ কাৰাদণ্ড বিহিলে।

পৰৱৰ্তী কালত কামিনীমোহন শৰ্মাই বাম ৰাজনীতিত সোমাই কৃষক আন্দোলন কৰাৰ বাবে কেইবাবাৰো কাৰাবাস খাটিছিল।

# শৰ্মা বিশ্বেশ্বৰ



**পিতৃৰ নাম ঃ স্বৰ্গীয় সদানন্দ শৰ্মা**
**জন্ম স্থান ঃ পাটাছাৰকুছি**
**জন্মৰ তাৰিখ ঃ ১৯১৮ চনৰ ১৯ মাৰ্চ**

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভণিতে সম্পূৰ্ণ অহিংস নীতিৰেই চলিছিল যদিও ব্ৰিটিছ চৰকাৰৰ পুলিচ, মিলিটেৰীয়ে অহিংস আন্দোলনকাৰীসকলৰ ওপৰত চলোৱা অমানুষিক নিৰ্য্যাতনে স্বাধীনতা সংগ্ৰামীসকলৰ এচামক হিংসাৰ পথলৈ আকৃষ্ট কৰিলে; আৰু এই পথৰ সন্ধান দিলে কংগ্ৰেছৰ ভিতৰতে থকা ছ'চিয়েলিষ্টসকলে। অসমতো ৯ আগষ্টৰ ২/৩ মাহৰ পিছৰে পৰা চৰকাৰী ঘৰ-দুৱাৰ জ্বলাই ধ্বংস কৰা, ৰে'ল লাইনৰ ফিচপ্লেট খুলি মালবাহী ৰে'ল আৰু সেনাবাহিনী কঢ়িওৱা ৰে'ল বগৰোৱা, দলং পুৰি সেনাবাহিনীৰ গাড়ী চলোৱাত বাধা দিয়া কাৰ্য্য চলিবলৈ ধৰিলে।

ডুমুনীৰ ওচৰত থকা বন বিভাগৰ কাৰ্যালয় এটা জ্বলাই ধ্বংস কৰাৰ অপৰাধত স্বাধীনতা সংগ্ৰামী বিশ্বেশ্বৰ শৰ্মাক ২২-৩-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতলৈ প্ৰেৰণ কৰিলে। ৬-মাহ বিচাৰাধীন হৈ বন্দী হৈ থকাৰ পিছত নতুনকৈ গঠন কৰা স্পেচিয়েল ক'ৰ্টৰ দ্বাৰা বিচাৰত ৭-বছৰৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ৭ বছৰৰ দীঘলীয়া কাৰাবাস দিয়া এইটোৱেই প্ৰথম ঘটনা। উচ্চ ন্যায়ালয়ত কৰা আপীলত স্পেচিয়েল ক'ৰ্টক বে-আইনী ঘোষণা কৰিলে যদিও সাধাৰণ ক'ৰ্টে কাৰাদণ্ডৰ ম্যাদ চাৰি বছৰলৈ হ্ৰাস কৰিলে। ফলত শৰ্মাই ১৯৪৬ চনৰ ফেব্ৰুৱাৰীতহে মুক্তি লাভ কৰে।

স্বাধীনতাৰ পিছত শৰ্মাই ব্যৱসায়-বাণিজ্য কৰি ৰিহাবাৰীত স্থায়ীভাৱে বসতি আৰম্ভ কৰিলে। তেওঁ অধ্যাত্ম বিষয়ক কিতাপ ৰচনা কৰি গৈছে।

এইজনা স্বাধীনতা সংগ্ৰামীয়ে ২০০৬ চনৰ ২৯ আগষ্ট তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

---

*মানুহৰ মহানতা প্ৰকাশ পায় নিজৰ মনটোত।*

—প্লেটো

---

# শৰ্মা উপেন্দ্ৰনাথ



**পিতৃ ঃ যোগেশ্বৰ শৰ্মা**

**জন্ম ঃ ৰঙিয়া অঞ্চলৰ বামুণগাৱঁত,**

**১৯২১ চনৰ এক মাৰ্চ তাৰিখে**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত উপেন্দ্ৰনাথ শৰ্মাই পুথিমাৰী হাইস্কুলৰ শিক্ষা জীৱন ত্যাগ কৰি কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে প্ৰথমে আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলায়; কিন্তু পিছলৈ মৃত্যু বাহিনীৰ লগতে কূটাঘাতমূলক কাৰ্য্যতো লিপ্ত হয়। সেই সময়ত উপেন্দ্ৰ শৰ্মাৰ দলে কেন্দুকোণাত ৰে'ল বগৰোৱা, সেনাৰ ছাউনিত জুই দিয়া, চৰকাৰী কাৰ্য্যালয় ধ্বংস কৰা আদি কাৰ্য্যৰ বাহিৰেও সেনাৰ শিবিৰত খাদ্য যোগানত বাধাৰ সৃষ্টি কৰা কামত আত্মনিয়োগ কৰিছিল। আত্ম-গোপন কৰি ফুৰাৰ বাবে পুলিচৰ জালত নপৰিল।

শৰ্মাই এটা শিক্ষা বছৰ হেৰুৱাই আকৌ শিক্ষা গ্ৰহণ কৰি পৰৱৰ্তী কালত শিক্ষকতা আৰু সামাজিক কামত ব্যস্ত হৈ আছে।

# শৰ্মা ৰাজেন্দ্ৰনাথ



**জন্ম ঃ ১৯২৬ চনৰ ১ জানুৱাৰীত**

**পিতৃৰ নাম ঃ স্বৰ্গীয় ৰমানাথ শৰ্মা**

কামৰূপ জিলাৰ পুঠিমৰীৰ ওচৰৰ বামুণগাৱঁত জন্মগ্ৰহণ কৰা শ্ৰীৰাজেন্দ্ৰনাথ শৰ্মাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত যোগদান কৰিয়েই আত্ম-গোপন কৰি নেতৃবৰ্গৰ নিৰ্দেশত স্বেচ্ছাসেৱকৰূপে কামৰূপ জিলাৰ বিভিন্ন অঞ্চলত সভা-সমিতি পতা, নিৰ্দেশাৱলী শিবিৰে শিবিৰে বিতৰণ কৰা, স্বেচ্ছাসেৱকসকললৈ ৰচদ-পাতি যোগান ধৰা ইত্যাদি কামত দেহ্-মন অৰ্পণ কৰিছিল। ইয়াৰ ভিতৰতে কমলপুৰ থানাৰ পুলিচে দুবাৰো গ্ৰেপ্তাৰ কৰি নি বয়সত কোমল হৈ থকাৰ বাবে এৰি দিছিল।

শিবিৰবোৰৰ মাজত সংযোগ স্থাপন আৰু কৰ্মস্থলীত নিয়োজনৰ ক্ষেত্ৰত তেখেতে শ্ৰীকামিনীমোহন শৰ্মা, স্বৰ্গীয় চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, স্বৰ্গীয় নৰেন চৌধুৰী প্ৰভৃতি নেতাসকলৰ সান্নিধ্য লাভ কৰিছিল।

# শৰ্মা ধাৰেশ্বৰ



এইজনা স্বাধীনতা সংগ্ৰামীয়ে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত বিভিন্ন ঠাইত পিকেটিং কৰি থকা অৱস্থাত পুলিচে কম বয়সীয়া কাৰণে মাৰপিট কৰি এৰি দিলে। সংগঠনৰ কামত লাগি থাকি তেওঁ ১৯৪০-৪১ চনত সত্যাগ্ৰহত অংশগ্ৰহণ কৰে। ৩০-১-৪১ তাৰিখে শৰ্মাই বাহৰঘাটত সত্যাগ্ৰহ কৰিলে যদিও তেওঁক গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত আত্ম-গোপন কৰি গুপ্ত আন্দোলনত অংশগ্ৰহণ কৰিছিল।

২-৮-৪৩ তাৰিখে অসমৰ এটা শান্তি সেনা দলৰ লগত পুনা যাত্ৰাৰ কাৰণে ৰে'লত উঠিল। দাদৰ ৰে'ল ষ্টেচনত ধৰ্ম শৰ্মাৰ লগত পুলিচে গ্ৰেপ্তাৰ কৰি ৱৰ্লি কেম্প জে'লত দহ দিন বন্দী কৰি ৰাখিলে। ১৩-৮-৪৩ তাৰিখে পুনা ষ্টেচনত ৰে'লৰ পৰা নামোতেই আকৌ তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি ইয়াৰ্বাদা জে'লত সাত দিন বন্দী কৰি থ'লে। তাৰ পৰা খালাচ পাই তেওঁ বোম্বে পালেগৈ। বোম্বেৰ পৰা পুলিচৰ চকুত ধূলি মাৰি আকৌ পুনা পাই ৯-৯-৪৩ তাৰিখে আগা-খাঁ পেলেচৰ সমুখত গান্ধীজীৰ মুক্তিৰ দাবীৰে তেওঁ সত্যাগ্ৰহ কৰিলে।

পুলিচে গ্ৰেপ্তাৰ কৰি শৰ্মাক জে'ল-হাজোতত বন্দী কৰিলে। বিচাৰত ২৯-৯-৪৩ তাৰিখে ধৰ্ম শৰ্মাৰ লগত তিনি মাহৰ কাৰাদণ্ড বিহিলে। তিনি মাহৰ পিছত ২৮-১২-৪৩ তাৰিখে পুনাৰ পুলিচে ৰে'লত আনি গুৱাহাটী ষ্টেচনত নমাই থৈ ঘূৰি গ'ল।

# শৰ্মা পণ্ডিত কৃষ্ণকান্ত



পিতৃ ঃ স্বৰ্গীৰ পুৰোহিত লোকনাথ দেৱশৰ্মা

মাতৃ ঃ স্বৰ্গীয় মধুপ্ৰিয়া দেৱী

জন্ম ঃ ১৯০৩ চনৰ ২২ জুলাই

জন্মস্থান ঃ নলবাৰী জিলাৰ গামেৰিমূৰী গাৱঁত

১৯২১ চনৰ অসহযোগ আন্দোলনত গান্ধীজীৰ স্বাধীনতাৰ আহ্বানত উদ্বুদ্ধ হৈ গাঁৱে গাঁৱে কানি-ভাঙৰ দোকানত পিকেটিং কৰি আৰু স্বেচ্ছাসেৱক হিচাপে গুৱাহাটীৰ দোকানতো পিকেটিং কৰাত পুলিচে তেওঁ গ্ৰেপ্তাৰ কৰি জে'ললৈ নিক্ষেপ কৰে। বিচাৰত

৯-মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল। গুৱাহাটী জে'লত শৰ্মাৰ লগৰীয়া আছিল অম্বিকাগিৰি ৰায়চৌধুৰী, জয়চন্দ্ৰ চৌধুৰী, মহেন্দ্ৰনাথ ডেকা, গৌৰীকান্ত তালুকদাৰ আদি।

আন্দোলনৰ পিছত শিক্ষা জীৱন সম্পূৰ্ণ কৰি শিক্ষকতা কৰি জীৱন অতিবাহিত কৰিছিল।

এইজন স্বাধীনতা সংগ্ৰামী আৰু সংস্কৃত পণ্ডিতৰ ১৯৫৮ চনৰ ৯ ডিচেম্বৰ তাৰিখে জীৱন বন্তি নিৰ্বাপিত হ'ল।

## শৰ্মা তীৰ্থনাথ



১৯৩০ চনত গান্ধীজীৰ আইন অমান্য আন্দোলনৰ পৰিপ্ৰেক্ষিতত আৰু কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ অসমৰ ছাত্ৰসকলৰ মাজত দেশপ্ৰেমৰ জাগৰণ মূৰ দাঙি উঠিল। কটন কলেজৰ সংগ্ৰামী ছাত্ৰ বিজয় ভাগৱতীৰ নেতৃত্বত ভালেমান ছাত্ৰই কলেজীয়া শিক্ষা ত্যাগ কৰি আইন অমান্য আন্দোলনত জঁপিয়াই পৰিল, তাৰ ভিতৰতে তীৰ্থনাথ শৰ্মাও অন্যতম। তেওঁক আন আন সহযোগীৰ লগত ১২-৯-৩০ তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে। এমাহ কাল জে'ল-হাজোতত ৰাখি ১১-১০-৩০ তাৰিখে খালাচ দিলে। আকৌ ২১-১-৩১ তাৰিখে শৰ্মাক ছমৰীয়াত এখন সভাত যোগ দিয়াৰ বাবদ গ্ৰেপ্তাৰ কৰিলে যদিও ২৯-১-৩১ তাৰিখে বিচাৰত মুক্তি দিলে।

## শৰ্মা আনন্দিৰাম

কনিহাৰ আনন্দিৰাম শৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাতে পুলিচৰ হাতত ধৰা পৰে আৰু কিছুদিন জে'ল-হাজোতত থকাৰ পিছত বিচাৰত শৰ্মাক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। জে'লৰ পৰা ওলোৱাৰ পিছত শৰ্মাই আয়ুৰ্বেদ শিক্ষা লাভ কৰি চিকিৎসা সেৱাত ব্ৰতী হৈ ৬৪ বছৰ বয়সত ইহলীলা সম্বৰণ কৰিলে।

---

*তুমি যে একো নাজানা সেইটো জনাই হ'ল প্ৰকৃত জ্ঞান।*

—ছক্ৰেটিছ

---

## শৰ্মা হিতেশ্বৰ

ৰঙিয়া অঞ্চলৰ ইচ্ছাদঘৰীয়া গাৱঁত ১৯২৫ চনৰ ৩১ ডিচেম্বৰত জন্ম-গ্ৰহণ কৰা হিতেশ্বৰ শৰ্মাই সৰু কালৰ পৰা গাৱঁৰ দুজনমান দেশপ্ৰেমিকৰ সান্নিধ্য লাভ কৰি স্বাধীনতা আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। সেয়েহে ১৯৪০ চনত কটন কলেজিয়েট স্কুলৰ ছাত্ৰ হিচাপে, ছাত্ৰসকলৰ যুদ্ধবিৰোধী আন্দোলন দেখা পাই শৰ্মাইও স্কুলৰ পৰা আন এদল ছাত্ৰৰ লগতে ওলাই শোভাযাত্ৰাত যোগ দিয়াত পুলিচৰ হাতত মাৰপিট খাব লগাত পৰিল।

১৯৪২ চনত তেওঁলোকৰ স্কুল ঘৰটো সেনাবাহিনীয়ে দখল কৰাত হিতেশ্বৰ শৰ্মাও গাৱঁলৈ গৈ শান্তি সেনা দলত যোগদান কৰি প্ৰশিক্ষণ ল'সে আৰু গাঁৱে গাঁৱে আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলোৱাত লিপ্ত হৈ পৰিল। পুলিচৰ নিৰ্য্যাতন বৃদ্ধি হোৱাত শৰ্মাইও আত্মগোপন কৰি কাৰ্য্যসূচী চলাই গ'ল, আনকি কেন্দুকোণাৰ সেনাৰ ছাউনিবোৰ ভস্মীভূত কৰা কামতো অংশগ্ৰহণ কৰিছিল। শৰ্মাক অৱশ্যে পুলিচে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

পিছৰ কালত হিতেশ্বৰ শৰ্মাই গাৱঁৰ বাহিৰেও গুৱাহাটীৰে অনুষ্ঠান-প্ৰতিষ্ঠান স্থাপন আৰু পৰিচালনাৰ কাৰ্য্যত লিপ্ত হৈ থকাৰ মাজতে ২০০৫ চনৰ ২৭ জানুৱাৰীত ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা হংসনাথ

ৰামদিয়া অঞ্চলৰ স্বৰ্গীয় জয়দেৱ শৰ্মাৰ পুত্ৰ হংসনাথ শৰ্মাৰ জন্ম ১৯২০ চনৰ ২০ ছেপ্টেম্বৰ তাৰিখে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগে আগে শৰ্মাই শান্তি সেনা বাহিনীৰ সদস্য হৈ প্ৰশিক্ষণ ল'লে আৰু কংগ্ৰেছ কমিটিয়ে সেই অঞ্চলৰ শান্তি সেনাবাহিনীৰ নায়ক দায়িত্ব ল'লে। আন্দোলন আৰম্ভৰ লগে লগে হংসনাথ শৰ্মাই গাঁৱে গাঁৱে ঘূৰি আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত লিপ্ত হ'ল। মহিলাসকলকো সংগঠিত কৰি সূতা কটা, কাপোৰ বোৱা কামৰ প্ৰশিক্ষণ দিছিল আৰু সভা-শোভাযাত্ৰালৈ উলিয়াই আনিছিল।

আন্দোলন জীয়াই ৰখাৰ স্বাৰ্থত শৰ্মাই আত্ম-গোপন কৰি অনেক কষ্ট সহ্য কৰিছিল। পুলিচৰ হাতত এবাৰ ধৰা পৰিছিল যদিও, কিছুদিন জে'লত থকাৰ পিছত বিচাৰত খালাচ পাইছিল।

স্বাধীনতাৰ পিছতো শৰ্মাই গঠনমূলক কামত নিজকে ব্যস্ত ৰাখিছে।

## শৰ্মা সোণেশ্বৰ

বামুন্দী অঞ্চলৰ সোণেশ্বৰ শৰ্মাই ভাৰত-ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে ২৪-৯-৪২ তাৰিখে ছাব-ডেপুটি কালেক্টৰৰ অফিচত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি থানালৈ নি মাৰপিট কৰি নিৰ্য্যাতন চলাই এৰি দিছিল।

## শৰ্মা জনাৰ্দন



১৯২৪ চনৰ ৭ জানুৱাৰীত ছমৰীয়াত জন্মগ্ৰহণ। ছয়গাওঁ হাইস্কুলৰ নৱমমান শ্ৰেণী পঢ়ি থাকোঁতেই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত যোগদান দি আন্দোলনৰ কামত ব্যস্ত হৈ পুনৰ আৰু স্কুললৈ ঘূৰি নগ'ল। একে গাৱঁৰে আন দুজন স্বাধীনতা সংগ্ৰামী নবীন কলিতা আৰু ৰামহৰি দাসৰ লগত গুৱাহাটী জিলা কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰে। ১৯৪৩ চনৰ মে' মাহত আন্দোলনৰ প্ৰচাৰ পত্ৰিকা, পোষ্টাৰ আদি গুৱাহাটী নগৰত ঠায়ে ঠায়ে আঁৰি থাকোঁতে পুলিচৰ হাতত ধৰা পৰে। পুলিচে মাৰপিট কৰি এৰাতি থানাৰ লক-আপত ৰাখি পিছদিনা কাছাৰিত হাজিৰ কৰিলে। বিচাৰত তেওঁৰ এবছৰৰ সশ্ৰম কাৰাদণ্ড হ'ল।

এবছৰৰ মূৰত জে'লৰ পৰা ওলাই আহি, নিজে স্কুল প্ৰতিষ্ঠা কৰি শিক্ষকতা কৰি সামাজিক কামতে তেওঁ চিৰকুমাৰ হৈ থাকি জীৱনটো অতিবাহিত কৰিলে।

এইজন দেশপ্ৰেমিকৰ ২০০৪ চনৰ গান্ধী জয়ন্তীৰ দিনা পৰলোক-প্ৰাপ্তি ঘটে।

## শৰ্মা বৈকুণ্ঠনাথ

**পিতৃৰ নাম ঃ ˚সোণেশ্বৰ শৰ্মা**

**জন্মস্থান ঃ বানাগাওঁ, পূব চমৰীয়া**

**জন্মৰ তাৰিখ ঃ ১৩ জুন, ১৯০০**

১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে গাৱেঁ-ভূঞে মাদক দ্ৰব্য বৰ্জন, খাজনা বন্ধ আদিৰ প্ৰচাৰ কাৰ্য্য চলাই থাকোঁতে পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি এৰি দিলে। আকৌ ১৯৪১ চনৰ সত্যাগ্ৰহ আন্দোলনত ২২-১-৪১, ২৮-১-৪১ আৰু ১৮-৩-৪১ তাৰিখে বিভিন্ন গাৱঁত

সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

সংগঠনৰ কামত লাগি থাকোঁতেই পুনা সত্যাগ্ৰহত যোগ দিবলৈ এদল স্বেচ্ছাসেৱকৰ লগত ৰে'লত যাওঁতে বোম্বাইত গ্ৰেপ্তাৰ কৰি কেইদিনমানৰ পিছত মুক্তি দিলে। কিন্তু অসমলৈ ঘূৰি আহোতে পুলিচে আটক কৰি কিছুদিন বিনা বিচাৰে জে'লত আটক কৰি ৰাখিছিল।

এইজন স্বাধীনতা সংগ্ৰামীয়ে ১৯৭০ চনত ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা নবীন



**পিতৃ ঃ স্বৰ্গীয় বলৰাম শৰ্মা, ভালুকঘাটা, বকো**

**জন্ম ঃ ১৯২০ চনৰ ১২ জানুৱাৰী**

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি নবীন শৰ্মাই বকো অঞ্চলৰ বিভিন্ন ঠাইত পৰিভ্ৰমণ কৰি আন্দোলন শক্তিশালী কৰি গঢ়ি তুলিছিল। ফলত সেনা ছাউনিত খাদ্যৰ অভাৱ ঘটিছিল; জনতা ঘোৰ ব্ৰিটিছ বিৰোধী হৈ উঠিছিল। আগষ্ট আন্দোলন আৰম্ভ হোৱাৰ প্ৰায় এবছৰ পিছত ২২-৭-৪৩ তাৰিখে শৰ্মাক পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ চালান দিলে। বিচাৰত তেওঁক ৯ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## শৰ্মা নবীনচন্দ্ৰ



**পিতৃ ঃ স্বৰ্গীয় গেজেশ্বৰ শৰ্মা**

**জন্ম ঃ ১৯২৩ চনৰ ১ জুলাই**

**জন্মস্থান ঃ কনিহা (বাইহাটা)**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে প্ৰথমে মুকলিকৈ, পিছত আত্ম-গোপন কৰি কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে ১৯৪৩ চনৰ ২৪ মাৰ্চ তাৰিখে গ্ৰেপ্তাৰ কৰি জে'ললৈ চালান দিলে। কিন্তু বিচাৰত ৩৫-দিনৰ পিছত খালাচ পালে। নবীন চন্দ্ৰ শৰ্মাই আত্ম-গোপন কৰি থকা অৱস্থাত তেওঁৰ ঘৰ খানাতালচ কৰি পুলিচে অনেক হাৰাশাস্তি কৰিছিল।

---

*আমি আমাৰ দেশখনক কঠোৰ পৰিশ্ৰমেৰে গঢ়িব পাৰিম; শ্লোগানেৰে নহয়।*

—ড° ৰাধাকৃষ্ণণ

---

# শৰ্মা উপেন্দ্ৰনাথ



পিতৃ ঃ স্বৰ্গীয় দেৱীনাথ শৰ্মা
জন্ম ঃ ১৯১০ চনত তেজপুৰত।
আচল ঘৰ পলাশবাৰীৰ মাজিৰগাওঁ
বৰ্তমানৰ ঠিকনা ঃ গুৱাহাটী শান্তিপুৰত

১৯২৯-৩০ চনত দেশপ্ৰেমত মতলীয়া হোৱা উপেন্দ্ৰনাথ শৰ্মাই নগাওঁ চৰকাৰী হাইস্কুলত পঢ়ি থকা অৱস্থাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে স্কুলত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। কটন কলেজত পঢ়ি থকা অৱস্থাতে চৰকাৰৰ ৰোষত পৰাত কলিকতালৈ গৈ তাত এখন বে-চৰকাৰী জাতীয় কলেজত শিক্ষা গ্ৰহণ কৰি থকাৰ সময়ত শৰ্মাই বিপ্লৱী কমিউনিষ্টৰ আদৰ্শ গ্ৰহণ কৰিলে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগতেই শৰ্মাই যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত লগাৰ কাৰণে ১৯৪০ চনৰ ৩ ডিচেম্বৰৰ পৰা গুৱাহাটীৰ ঘৰত গৃহবন্দী কৰি ৰাখিলে। কিন্তু ৯ আগষ্টৰ পিছত শৰ্মাই প্ৰথমে গোপনে আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণত আত্মনিয়োগ কৰিলে। পিছত ২৫-১১-৪২ তাৰিখে তেওঁ মুকলিকৈ গৃহবন্দিত্ব ভংগ কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি কাৰাগাৰত আবদ্ধ কৰিলে। তিনি মাহৰ পিছত কাৰাগাৰৰ পৰা মুক্তি দি গৃহন্দী কৰি ৰাখিলে। ডেপুটি কমিছনাৰে ৯-২-৪৫ তাৰিখেহে গৃহ বন্দিত্বৰ হুকুম উঠাই লোৱাতহে মুক্ত হ'ল যদিও স্বাধীনতাৰ পিছত বিপ্লৱী কমিউনিষ্টৰ কৰ্মী হিচাপে কৃষক বনুৱাৰ আন্দোলনত অংশ গ্ৰহণ কৰি পুলিচী নিৰ্য্যাতন ভোগ কৰিব লগা হ'ল। অৱশ্যে, পিছলৈ শৰ্মাই সক্ৰিয় ৰাজনীতি বাদ দি ওকালতি কৰি থাকোতেই ১৯৯৬ চনৰ ২৫ ফেব্ৰুৱাৰীত ইহলীলা সম্বৰণ কৰিলে।

# শৰ্মা ৰমেশচন্দ্ৰ



১৯২৯ চনৰ ২০ অক্টোবৰ তাৰিখে নলবাৰী জিলাৰ বাঁহজানি মৌজাৰ বুদ্ৰকুছি গাৱঁত জন্মগ্ৰহণ কৰা ৰমেশ শৰ্মাই বিয়াল্লিশৰ গণ আন্দোলত অতি কম বয়সতে কংগ্ৰেছ স্বেচ্ছা-সেৱকসকলৰ লগত সভা-শোভাযাত্ৰাত যোগ দি ঘূৰি ফুৰোতে পুলিচৰ মাৰ-কিল খাই ঘূণীয়া হৈছিল যদিও পৃষ্ঠভংগ নিদি ইটো শিবিৰৰ পৰা সিটো শিবিৰলৈ চিঠি-পত্ৰ অনা-নিয়া কৰা, শিবিৰত থকা স্বেচ্ছাসেৱকসকলৰ খোৱা বস্তু যোগান ধৰা

আদি কামত ব্যস্ত আছিল। অৱশ্যে কম বয়সীয়া কাৰণেই পুলিচৰ চকুত ধৰা নপৰিল।

পৰৱৰ্তী কালত ৰমেশ শৰ্মাই বাঁহজানি আশ্ৰমত যোগদান কৰিয়েই গান্ধীজীৰ গঠনমূলক কামত আত্মনিয়োগ কৰিলে। ১৯৫৬ চনত বাৰ্ধা আশ্ৰমত বুনিয়াদী শিক্ষা গ্ৰহণৰ লগতে যোগ আৰু প্ৰাকৃতিক চিকিৎসাৰ প্ৰশিক্ষণ লৈ অসমৰ বিভিন্ন ঠাইত ভূ-দান, গ্ৰামদানৰ কামত আৰু পিছত বিনোবাজীৰ লগত পদব্ৰজে অসম ভ্ৰমণ কৰে। পিছত শৰ্মাই ভূ-দান বৰ্ডৰ অধ্যক্ষ হিচাপে আৰু বৰ্তমানে সৰ্বোদয় মণ্ডলৰ অধ্যক্ষ হিচাপে সেৱা আগবঢ়াই আহিছে। শৰ্মাই বৰ্তমান বৰসজাই সৰ্বোদয় নগৰত স্থায়ীভাৱে বসতি কৰি আছে।

## শৰ্মা উত্তমচন্দ্ৰ

**পিতৃ ঃ স্বৰ্গীয় সত্যনাথ শৰ্মা**

**জন্মস্থান ঃ বামুন্দী**

**জন্মৰ তাৰিখ ঃ ১৩৩০ শকৰ ৮ আহিন**

১৯৪২ চনৰ ৮ আগষ্টৰ নিশা বোম্বে কংগ্ৰেছে ভাৰত-ত্যাগ প্ৰস্তাৱ গ্ৰহণৰ পিছতে ব্ৰিটিছ চৰকাৰে গান্ধীজী প্ৰমুখ্যে নেতাসকলক ৰাতিয়েই গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদত পিছদিনাৰ পৰা সদৌ ভাৰত জুৰি বিপ্লৱৰ বহ্নি শিখা দাউ দাউকৈ জ্বলি উঠিল। দেশ সেৱকসকলৰ লগতে গাৱেঁ গাৱেঁ ডেকা ল'ৰাসকলে সভা-শোভাযাত্ৰা কৰি জনতাক জাগ্ৰত কৰি তুলিলে। কংগ্ৰেছে ঠায়ে ঠায়ে পতা শান্তি সেনাৰ শিবিৰবোৰত প্ৰশিক্ষণ চলিল। উত্তম শৰ্মায়ো ষষ্ঠমানত পঢ়ি থকা অৱস্থাতে পঢ়া বাদ দি কোনো এটা শিবিৰত প্ৰশিক্ষণ লৈ আঞ্চলিক নেতৃত্বৰ নিৰ্দেশত আন্দোলনৰ প্ৰচাৰ কাৰ্য্যত আৰু আন আন সংগ্ৰামী কাৰ্য্যত আত্ম-নিয়োগ কৰিলে আৰু কমাণ্ডাৰৰ নিৰ্দেশমতে পুলিচৰ চকুত ধৰা নিদি গাৱেঁ গাৱেঁ প্ৰচাৰ কাৰ্য্যত লাগি থাকিল। অৱশ্যে, পুলিচৰ মাজত ধৰাও নপৰিল; জে'ললৈও যাবলগীয়া নহ'ল।

শৰ্মাই এতিয়াও সমাজ উন্নয়নৰ কামত ব্যস্ত হৈ আছে।

---

*আত্মশক্তিৰে আত্মৰক্ষা নকৰিলে আন কোনেও আপোনাক ৰক্ষা কৰাতো অসম্ভৱ।*

—অম্বিকাগিৰী ৰায়চৌধুৰী

---

# শৰ্মা পীতাম্বৰ



পিতৃ ঃ স্বৰ্গীয় পশুপতি শৰ্মা
জন্মস্থান ঃ গণকগাওঁ, পাঠশালা, বৰপেটা
বৰ্তমান বাসস্থান ঃ গান্ধীবস্তি, গুৱাহাটী-৩

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে হাইস্কুলৰ ছাত্ৰ পীতাম্বৰ শৰ্মাই স্কুলীয়া শিক্ষা বৰ্জন কৰি আন্দোলনত জঁপিয়াই পৰিল। প্ৰথমে সভা-শোভাযাত্ৰা কৰি গাৱেঁ গাৱেঁ যুদ্ধ বিৰোধী প্ৰচাৰ অভিযানত লাগিল। খাজনা বন্ধ কৰা, পাটাছাৰকুছি অঞ্চলত সেনাবাহিনীয়ে প্ৰতিষ্ঠা কৰা শিবিৰকেইটাত খাদ্য সামগ্ৰী যোগান দিয়া কাৰ্য্যত বাধা প্ৰদান কৰা অপৰাধত শৰ্মাক পুলিচে ১৪-৯-৪২ তাৰিখে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত আৰু প্ৰতিৰক্ষা আইনৰ ৩৮(পি) ধাৰাত গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতলৈ চালান দিলে। গুৱাহাটী কাৰাগাৰত চাৰি মাহৰ ওপৰ কাল ইউ টি পি হিচাপে থকাৰ পিছত বিচাৰত ১৯-১-৪৩ তাৰিখে খালাচ দিলে।

আন্দোলনৰ পিছত শিক্ষা জীৱন আৰম্ভ কৰি স্বাধীনতাৰ পিছত কনিষ্ঠ অভিযন্তা হিচাপে চাকৰিত ভৰ্তি হৈ, চাকৰিৰ পৰা অৱসৰ লৈ বিভিন্ন সামাজিক কামত আত্মনিয়োগ কৰিলে। ৰাজ্যিক মুক্তিযুঁজাৰু সন্মিলনৰ সভাপতি ৰবীন কাকতিৰ দিনত ৰূপনগৰত নিৰ্মাণ কৰা জিৰণিঘৰৰ কামত অভিযন্তা হিচাপে সেৱা আগবঢ়াইছিল।

এইজনা স্বাধীনতা সেনানিয়ে ২০০১ চনৰ ৭ জুলাই তাৰিখে গান্ধীবস্তিৰ নিজৰ ঘৰত ইহলীলা সম্বৰণ কৰিলে।

# শৰ্মা উমাকান্ত

গান্ধীজী আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে দ্বিতীয় মহাসমৰত ভাৰতবাসীয়ে সাহায্য নকৰাৰ সিদ্ধান্ত অনুসৰি সত্যাগ্ৰহ কৰাৰ পৰিপ্ৰেক্ষিতত ব্ৰিটিছ চৰকাৰে যুদ্ধৰ পুঁজি সংগ্ৰহৰ উদ্দেশ্যে গুৱাহাটীত পতা প্ৰদৰ্শনীৰ বিৰুদ্ধে কটন কলেজৰ আৰু আন শিক্ষানুষ্ঠানৰ ছাত্ৰ-ছাত্ৰীসকলে প্ৰতিবাদ কৰি ৬-১২-৪১ তাৰিখে গুৱাহাটীত উলিওৱা শোভাযাত্ৰাত নেতৃত্ব দিয়াসকলৰ ভিতৰত আছিল উপেন্দ্ৰনাথ শৰ্মাও।

শৰ্মাক সেইদিনা পুলিচে গ্ৰেপ্তাৰ কৰি, বিচাৰত ছয় সপ্তাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। পিছত ভাৰত ত্যাগ আন্দোলনত শৰ্মাই ২৪-১০-৪২ তাৰিখে শ্বিলং-

গুৱাহাটী বাছষ্টেশুৰ সমুখত ইণ্টাৰনেন্ট অডাৰ ভংগ কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। বিচাৰত শৰ্মাৰ দহ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল।

জে'লৰ পৰা ওলাই শৰ্মাই শিক্ষা জীৱন সমাপ্ত কৰি গুৱাহাটীত ওকালতি কৰি আৰু চি পি আই কৰ্মী হিচাপে ৰাজনীতি কৰিলে।

## শৰ্মা উমানাথ

১৮৯৩ চনত কমলপুৰ অঞ্চলৰ বামুণগাৱঁত জন্মগ্ৰহণ কৰা উমানাথ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অংশগ্ৰহণ কৰি চৰকাৰ বিৰোধী প্ৰচাৰ কাৰ্য্য চলাইছিল যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। অথচ শৰ্মাৰ ঘৰখনেই আছিল গুপ্ত আন্দোলনৰ কৰ্মীসকলৰ ঘাটি। স্বাধীনতাৰ পিছত শৰ্মাই গঠনমূলক কামতে ওৰে জীৱন পাত কৰিলে।

এইজন দেশপ্ৰেমিকে ১৯৬২ চনতে সংসাৰৰ পৰা মেলানি মাগিলে।

## দেৱশৰ্মা প্ৰাণকান্ত



**পিতৃ ঃ স্বৰ্গীয় হৰকান্ত দেৱ শৰ্মা**

**জন্ম ঃ ১৯০০ চনৰ ৯ মাৰ্চত**

**টিহু মৌজাৰ মথুৰাপুৰ গাৱঁত**

১৯২১ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ ছাত্ৰ হিচাপে দেৱ শৰ্মাই অসহযোগ আন্দোলনত যোগদান দি বিলাতী বস্ত্ৰ বৰ্জন, মাদক দ্ৰব্য নিবাৰণ, স্কুল-কলেজ বৰ্জন, খাজনা বন্ধ আদি কাৰ্য্যত আত্মনিয়োগ কৰে। আনকি ১৯২১ চনৰ তৰুণৰাম ফুকনৰ বাসভৱনৰ সমুখত গান্ধীজীৰ উপস্থিতিত বিলাতী বস্ত্ৰৰ অগ্নিদাহত উপস্থিত থাকি নিজৰ গাৰ চোলাও অগ্নিত সমৰ্পণ কৰিছিল। কানিৰ দোকানত পিকেটিং কৰাত তিনি মাহৰ কাৰাদণ্ডও ভোগ কৰিছিল।

দেৱশৰ্মাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰি কষ্ট ভোগ কৰিছিল।

এইজন স্বাধীনতা সেনানিয়ে ১৯৯১ চনৰ ১৯ জুলাই তাৰিখে ইহলীলা সম্বৰণ কৰে।

# দেৱশৰ্মা কামাখ্যানাথ



পিতা ঃ অভিমান্য দেৱশৰ্মা, মাতা ঃ গোপালপ্ৰিয়া দেৱী

জন্ম ঃ ১৯২৫ চনৰ ৫ আগষ্ট

১৯৪২ চনত নলবাৰী গঙ্গাপুখুৰী হাইস্কুলৰ অষ্টমমান শ্ৰেণীৰ ছাত্ৰ কামাখ্যা নাথ শৰ্মাই কংগ্ৰেছ দলত যোগদান কৰিয়েই বিপ্লৱত নামি পৰে। বাঁহজানি শিবিৰত কাম কৰাৰ উপৰি ৰামদিয়া শিবিৰত চাৰি মাহ থাকি ব্ৰিটিছ সৈন্যবাহিনীক খাদ্য যোগান বন্ধ কৰা, পিকেটিং কৰা আদি কাম কৰি ব্ৰিটিছ চৰকাৰক ব্যতিব্যস্ত কৰি তুলিছিল। ইয়াৰ ভিতৰতে শৰ্মাৰ ঘৰ খানাতালাচ কৰি বহুত বিপৰ্য্যস্ত নমাই আনিছিল। আত্ম-গোপন কৰি কাম কৰি থাকোঁতে তেখেতক গ্ৰেপ্তাৰ কৰি নি থানাতে অকথ্য শাৰীৰিক নিৰ্য্যাতন দি মুকলি কৰি দিছিল।

গুৱাহাটীৰ জ্যোতি নগৰৰ স্থায়ী বাসিন্দা হৈ থকা অৱস্থাত ১৯৯৪ চনৰ আগষ্টৰ পাঁচ তাৰিখে শৰ্মাৰ মৃত্যু হয়।

# শৰ্মা ভৰতচন্দ্ৰ



পিতৃ ঃ স্বৰ্গীয় লক্ষ্মীকান্ত শৰ্মা

জন্ম ঃ ১৯২২ চনৰ ১৯ আহিন

ঠিকনা ঃ গাওঁ- শালমাৰা, বেজেৰা

১৯৪০ চনত স্কুলীয়া শিক্ষা সাং কৰি শান্তি সেনাৰ প্ৰশিক্ষণ লৈ সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰে। ১৪-২-৪১ তাৰিখে সত্যাগ্ৰহৰ নীতি-নিৰ্দেশনা পালন কৰি হহৰাত সত্যাগ্ৰহ কৰে, কিন্তু পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত শান্তি সেনাৰ নায়ক হিচাপে গাওঁ অঞ্চলত সংগঠন আৰু যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্যত ব্যস্ত হৈ পৰিল। আত্ম-গোপন কৰি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী তীব্ৰতৰ কৰি থকাৰ মাজতে ডাঃ হৰিকৃষ্ণ দাসৰ ঘৰত গুপ্ত কাৰ্য্যালয় পাতি কংগ্ৰেছৰ নিৰ্দেশ মতে বিভিন্ন ঠাইলৈ চিঠি-পত্ৰ লিখি আৰু সৰবৰাহ কৰি থকা অৱস্থাত ১২-৫-৪৩ তাৰিখে ডাঃ দাসৰ ঘৰ ঘেৰাও কৰি ভৰতচন্দ্ৰৰ লগতে আৰু দুজন শান্তি সেনাক পুলিচে কৰায়ত্ত কৰি গুৱাহাটী জে'লত বন্দী কৰিলে। ২৭-৭-৪৩ তাৰিখে বিচাৰত শৰ্মাক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। মুঠতে সাত মাহৰ ওপৰ কাল শৰ্মাই কাৰাগাৰত জীৱন কটালে।

কাৰাগাৰৰ পৰা ওলাই শৰ্মাই পিছৰ জীৱনত শিক্ষকতা কৰি বিভিন্ন গঠনমূলক কামত জড়িত হৈ পৰিল।

## শৰ্মা প্ৰাণেশ্বৰ

পিতৃ ঃ স্বৰ্গীয় যোগেশ্বৰ শৰ্মা

জন্ম ঃ ১৯২০ চনৰ ১৯ অক্টোবৰ

জন্মস্থান ঃ কনিহাৰ ইচাদৰবীয়া

বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনত শান্তি সেনা হিচাপে প্ৰশিক্ষণ লৈ গাৱেঁ-ভূঞে যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলোৱাৰ উপৰি সেনাৰ কেম্পবোৰত খাদ্য সামগ্ৰী যোগানত বাধা প্ৰদান কৰিছিল। লগে লগে শৰ্মাই খাদী প্ৰচলনৰ কামতো আত্ম-নিৱেশ কৰিছিল।

স্বাধীনোত্তৰ কামত প্ৰাণেশ্বৰ শৰ্মাই গঠনমূলক কামত ব্ৰতী হৈছিল আৰু সাহিত্য সংস্কৃতিৰ কামতো জড়িত হৈ পৰিছিল।

এইজন দেশসেৱকে ১৯৫০ চনৰ ৩০ ছেপ্টেম্বৰ তাৰিখে ইহ-সংসাৰৰ পৰা বিদায় ল'লে।

## দেৱশৰ্মা পঞ্চানন

নলবাৰী জিলাৰ পশ্চিম চামতা গাৱঁৰ স্বৰ্গীয় ভুবনেশ্বৰ শৰ্মাৰ পুত্ৰ পঞ্চানন দেৱশৰ্মাৰ জন্ম ১৯১৬ চনৰ ১ ছেপ্টেম্বৰত। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে নলবাৰী শিবিৰত প্ৰশিক্ষণ লৈ উত্তৰ কামৰূপৰ বিভিন্ন অঞ্চলত যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলাই থকাৰ পিছত আত্ম-গোপন কৰি পথৰ দলং ভঙা, টেলিগ্ৰাফৰ তাঁৰ কটা, চৰকাৰী ঘৰ জ্বলোৱা আদি কূটাঘাতমূলক কামত জড়িত হৈ পৰিল।

দেৱশৰ্মাক ৩-৩-৪৩ তাৰিখে ভাৰতীয় দণ্ডবিধি আইনৰ ৩৯৫ ধাৰাত পুলিচে গ্ৰেপ্তাৰ কৰি গুৱাহাটী জে'ল-হাজোতত ৰাখিলে। কিছুদিন জে'লত বন্দী হৈ থকাৰ পিছত বিচাৰত সাক্ষী-প্ৰমাণ নোপোৱাত খালাচ দিলে।

পৰৱৰ্তী কালত দেৱশৰ্মাই কিছুদিন শিক্ষকতা কৰাৰ পিছত, পঞ্চায়তৰ বিষয়ববীয়া হৈ বিভিন্ন গঠনমূলক কামত মৃত্যুৰ আগলৈকে ব্যস্ত আছিল। তেখেতে ২০০১ চনৰ ১৪ ডিচেম্বৰ তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

## শৰ্মা কৃষ্ণকান্ত

শিঙৰাপাৰাৰ কৃষ্ণ শৰ্মাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ বিভিন্ন ঠাইত শান্তি সেনাৰ শিবিৰ প্ৰতিষ্ঠা কৰি আন্দোলনৰ কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ১০-৬-৪৩ তাৰিখে বিচাৰ কৰি শৰ্মাক পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ১২-৮-৪৩ তাৰিখে বিচাৰত চাৰি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে। শৰ্মাই মুঠতে ছয় মাহ জে'লত থাকি ১১-১২-৪৩ তাৰিখে মুক্তি লাভ কৰিলে।

## শৰ্মা সত্যনাথ

বৰগাৱঁৰ সত্যনাথ শৰ্মাই ১৯৪২ চনৰ গণ আন্দোলনত শান্তি সেনা হিচাপে যোগ দি বিভিন্ন কাৰ্য্যসূচীত অংশগ্ৰহণ কৰি থাকোতে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত সত্য নাথক তিনি মাহৰ কাৰাদণ্ড বিহিলে।

## শৰ্মা শশীনাথ

ৰামদিয়াৰ জয়দেৱ শৰ্মাৰ পুত্ৰ শশীনাথ শৰ্মাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত যোগ দি আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই থাকোতে ৬-১০-৪২ তাৰিখেঁই পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে। ৮-১-৪৩ তাৰিখে বিচাৰত শৰ্মাক এদিনৰ কাৰাদণ্ড বিহিলে। তথাপি তেওঁ আঢ়ৈ মাহ কাল কাৰাগাৰত কটাব লগা হ'ল।

## শৰ্মা নগেন্দ্ৰনাথ

গুৱাহাটী হেপীভিলাৰ থানেশ্বৰ শৰ্মাৰ পুত্ৰ নগেন্দ্ৰ নাথে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত গুৱাহাটীৰ বিলাতী বস্ত্ৰ বিক্ৰী কৰা দোকানত পিকেটিং কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ চালান দিলে। কেইদিনমান জে'লত থকাৰ পিছত বিচাৰত তেওঁক খালাচ দিলে।

## শৰ্মা মহীকান্ত

ভৱকান্ত শৰ্মাৰ পুত্ৰ মহীকান্তই ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি আন্দোলনৰ কাৰ্য্যসূচী মতে ভাং, কানিৰ দোকানত পিকেটিং কৰি থকাৰ দোষত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। দুমাহমান হাজোতত থকাৰ পিছত বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ফলত শৰ্মাই প্ৰায় পাঁচ মাহ কাৰাবাস খাটিবলগীয়া হ'ল।

## দেৱশৰ্মা নৰেশ্বৰ

১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে যোগদান কৰি দোকান-বজাৰত পিকেটিং কৰি ফুৰিছিল। ৩-৪-৩২ তাৰিখে স্বৰাজৰ পতাকা লৈ এদল স্বেচ্ছাসেৱকৰ লগত ফাঁচী বজাৰেদি শোভাযাত্ৰা কৰি যাওঁতে পতাকাখন বাজেয়াপ্ত কৰি পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠালে।

বিচাৰত তেওঁ এমাহৰ কাৰাদণ্ড ভোগ কৰিলে।

## শৰ্মা থানেশ্বৰ (১)

কৰবাৰ থানেশ্বৰ শৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত কটন কলেজৰ পঢ়া ত্যাগ কৰি দেশৰ স্বাধীনতা যুঁজত জঁপিয়াই পৰিল। আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে শৰ্মাক গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। বিচাৰত শৰ্মাই ৯ মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। জে'লৰ পৰা ওলোৱাৰ পিছত আয়ুৰ্বেদ শাস্ত্ৰ অধ্যয়ন কৰি আন্দোলনৰ লগে লগে কবিৰাজী চিকিৎসাও কৰি ফুৰিছিল।

এইজন সংগ্ৰামীয়ে ১৯৪১ চনত সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনতো কৰ্মীসকলক আত্ম-গোপন কৰি শৰ্মাই নেতৃত্ব দান কৰিছিল।

## শৰ্মা থানেশ্বৰ (২)

১৯২২ চনত কনিহা গাৱঁত জন্মগ্ৰহণ কৰা এইজন থানেশ্বৰ শৰ্মাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত শোভাযাত্ৰাবিলাকত বিপ্লৱী গান গাই ৰাইজক উৎসাহ যোগাইছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ গানৰ বাদেও তেওঁ নিজে স্বদেশ-প্ৰেমমূলক গান ৰচনা কৰি, সুৰ দি সভা-শোভাযাত্ৰা, পতাকা উত্তোলন আদিত পৰিৱেশন কৰিছিল।

স্বাধীনতাৰ পিছত শৰ্মাই অসম চৰকাৰৰ উন্নয়ন বিষয়া পদত যোগ দি ৰাইজৰ সেৱা কৰি থাকোতেই মৃত্যুমুখত পৰিল।

## শৰ্মা বলোৰাম

বকো অঞ্চলৰ বেকেনি গাৱঁৰ বলোৰাম শৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে মাদক দ্ৰব্য বৰ্জন আৰু আন আন কাৰ্য্য ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি অকথ্য নিৰ্য্যাতন চলাইছিল।

## শৰ্মা জীৱনেশ্বৰ

দেহাৰকুছি গাৱঁৰ স্বৰ্গীয় সিদ্ধেশ্বৰ শৰ্মাৰ পুত্ৰ জীৱনেশ্বৰে স্কুলীয়া ছাত্ৰ হিচাপে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে বিভিন্ন কাৰ্য্যত ব্ৰতী হৈছিল যদিও তেওঁৰ কাৰাৰুদ্ধ হোৱাৰ তথ্য পোৱা নগ'ল।

## শৰ্মা হৰিনাথ

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত হৰিনাথ শৰ্মাই বি এ পঢ়ি থকা অৱস্থাতে কলেজ বৰ্জন কৰি আন্দোলনত জঁপিয়াই পৰিল। আত্ম-গোপন কৰি বিভিন্ন কাৰ্য্য সংগঠিত কৰিছিল যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

এটা শিক্ষা বছৰ হেৰুৱাই পিছৰ বছৰতহে স্নাতক ডিগ্ৰী লাভ কৰিলে।

## শৰ্মা দলৈ ধৰণীধৰ

গোপেশ্বৰ দেৱালয়ৰ প্ৰয়াত চক্ৰেশ্বৰ শৰ্মাৰ পুত্ৰ ধৰণীধৰ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলত পিকেটিং কৰাৰ অপৰাধত তিনি মাহৰ কাৰাবাস খাটে। আকৌ ১৯৩২ চনত আইন অমান্য কৰি শোভাযাত্ৰাত অংশ লোৱাত আৰু তিনিমাহৰ কাৰাদণ্ড ভোগ কৰিবলগীয়া হ'ল।

## শৰ্মা গোপীকান্ত

কেন্দুৱা গাৱঁৰ গোপীকান্ত শৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশ-গ্ৰহণ কৰি মদ, ভাঙৰ উপৰি কানিৰ দোকানত পিকেটিং কৰাৰ উপৰি খাজনা বন্ধৰ কাৰণে ৰাইজৰ মাজত প্ৰচাৰ কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰি ৮-২-২২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে।

বিচাৰত শৰ্মাৰ ছয় মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

## শৰ্মা গোপীনাথ

কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে গোপীনাথ শৰ্মাই স্কুলৰ শিক্ষা ত্যাগ কৰি কটন কলেজিয়েট স্কুলত ২-৮-৩০ তাৰিখে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি আবেলি থানাৰ পৰা এৰি দিলে।

## দেৱ শৰ্মা প্ৰিয়নাথ

১৯২১ চনৰ অসহযোগ আন্দোলনত প্ৰিয়নাথ দেৱশৰ্মাই অংশ-গ্ৰহণ কৰি পিকেটিং কৰা অপৰাধত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড আৰু ত্ৰিশ টকা জৰিমনা বিহে।

## শৰ্মা বিষ্ণু দেৱ

প্ৰিয়নাথ দেৱ শৰ্মাৰ লগতে পিকেটিং কৰাৰ অপৰাধত বিষ্ণুদেৱ শৰ্মাৰ তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু ত্ৰিশ টকা জৰিমনা হ'ল।

## শৰ্মা পৰেশচন্দ্ৰ

প্ৰিয়নাথ শৰ্মাৰ লগতে পিকেটিং কৰা অপৰাধত পৰেশচন্দ্ৰ শৰ্মাইও তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰে আৰু ত্ৰিশ টকা জৰিমনা আদায় দিলে।

## শৰ্মা দেৱকুমাৰ

অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কাৰ্য্যসূচী ৰূপায়ণ কৰাৰ অপৰাধত দেৱকুমাৰ শৰ্মাক পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ আগত হাজিৰ কৰে। বিচাৰত তেওঁৰ দুমাহৰ সশ্ৰম কাৰাদণ্ড আৰু পঞ্চাশ টকা জৰিমনা হ'ল।

## শৰ্মা তাৰকচন্দ্ৰ

১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে তাৰক চন্দ্ৰ শৰ্মাই অংশগ্ৰহণ কৰি পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰলৈ পঠালে। বিচাৰত শৰ্মাক দুমাহ সশ্ৰম কাৰাদণ্ড আৰু পঞ্চাশ টকা জৰিমনা হ'ল। ইয়াৰ বাহিৰে আৰু আন তথ্য পোৱা নগ'ল।

## শৰ্মা পীতাম্বৰ

এইজন পীতাম্বৰ শৰ্মাই তাৰক শৰ্মাৰ লগতে একেলগে গ্ৰেপ্তাৰ হৈছিল আৰু এওঁৰো দুমাহ কাৰাদণ্ড আৰু পঞ্চাশ টকা জৰিমনা হ'ল। আন তথ্য পোৱা নগ'ল।

## শৰ্মা গিৰীশচন্দ্ৰ

১৯২১ চনৰ অসহযোগ আন্দোলন গিৰীশ চন্দ্ৰ শৰ্মাই (এওঁৰ ঠিকনা জনা নগ'ল) স্বেচ্ছাসেৱক হিচাপে অসহযোগৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত এওঁৰ

ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত তিনি মাহ সশ্ৰম কাৰাদণ্ড আৰু পঞ্চাশ টকা জৰিমনা আৰু ৫০৪ ধাৰাত তিনি মাহ সশ্ৰম কাৰাদণ্ড হ'ল।

## শৰ্মা গোলোকচন্দ্ৰ,
## শৰ্মা সিদ্ধেশ্বৰ,
## শৰ্মা দুৰ্গাদেৱ,
## শৰ্মা মুকুন্দ,

ওপৰোক্ত চাৰিজন অসহযোগ আন্দোলনকাৰী স্বেচ্ছাসেৱকৰ ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(১) ধাৰাত প্ৰত্যেককে ৩০ টকাকৈ জৰিমনা বিহিছিল। অৱশ্যে, এওঁলোকৰ ঠিকনা আৰু আন তথ্য একো পোৱা নগ'ল।

## শৰ্মা বৰদা

শুৱালকুছিৰ বৰদা শৰ্মাই ভাৰত-ত্যাগ আন্দালনত সক্ৰিয় অংশগ্ৰহণ কৰি দলং ভঙা, টেলিগ্ৰাফৰ তাঁৰ কটা আদি কাম আত্ম-গোপন কৰি চলাইছিল যদিও পুলিচে তেওঁক ধৰিব নোৱাৰিলে।

## শৰ্মা লক্ষী

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি বিভিন্ন কাৰ্য্য ৰূপায়ণ কৰিছিল। তাৰ বাদে আন তথ্য জনা নগ'ল।

## শৰ্মা ধৈৰ্য্যনাথ

এইজনা স্বাধীনতা সংগ্ৰামী ধৈৰ্য্যনাথ শৰ্মা বৰডেকপৰ গাৱঁৰ। এখেতেও ১৯৩১ চনত আইন অমান্য আন্দোলনত অংশ-গ্ৰহণ কৰি প্ৰথমে শান্তি-সেনাৰ প্ৰশিক্ষণ ল'লে আৰু কানিৰ দোকানত পিকেটিং কৰি পুলিচৰ হাতত মাৰ খালে।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত যুদ্ধবিৰোধী প্ৰচাৰ কাৰ্য্য চলাই পুলিচী নিৰ্য্যাতন ভোগ কৰিলে।

## শৰ্মা গোপীকান্ত

শিংৰাপাৰাৰ কেন্দুগাৱঁৰ গোপীকান্ত শৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি, গাৱেঁ গাৱেঁ অসহযোগৰ বাণী প্ৰচাৰ কৰি ৰায়তক টেক্স, খাজনা দিয়া বন্ধ কৰিবলৈ আহ্বান জনাই থকাৰ সময়তে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। কিছুদিনৰ পিছত বিচাৰত ৬-মাহৰ সশ্ৰম

কাৰাদণ্ড হ'ল। ফলত ৬-মাহৰ ওপৰ কাল কাৰাগাৰত থাকি অশেষ নিৰ্য্যাতনৰ সন্মুখীন হ'ল।

## দেৱশৰ্মা গোবিন্দ

পলাশবাৰীৰ গোবিন্দই স্কুলীয়া শিক্ষা ত্যাগ কৰি ১৯৩০ চনত স্বৰাজৰ আন্দোলনত জঁপিয়াই পৰিল। কানিৰ দোকানত পিকেটিং কৰাৰ ফলত তিনি মাহৰ কাৰাদণ্ড ভোগ কৰিলে।

## দেৱশৰ্মা চক্ৰেশ্বৰ

হাজোৰ চক্ৰেশ্বৰ দেৱ শৰ্মাই দেশপ্ৰেমত উদ্বুদ্ধ হৈ ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্বেচ্ছাসেৱক হিচাপে অংশগ্ৰহণ কৰি গুৱাহাটীৰ বিদেশী মাল বেচা দোকানত ২৪-৮-৩০ তাৰিখৰ পৰা কেইবাদিনো পিকেটিং কৰে। প্ৰতি দিনেই পুলিচে গ্ৰেপ্তাৰ কৰি পুলিচ থানাত ৰাখি তেওঁক মাৰপিট কৰি সন্ধ্যা এৰি দিয়ে।

১৯৩২ চনত কানিৰ দোকানত পিকেটিং কৰা অৱস্থাত গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠাই দিলে। কেইদিনমানৰ পিছত বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিলে।

## শৰ্মা দেৱেন্দ্ৰ প্ৰসাদ

পানীটেমা অঞ্চলৰ চেপ্তি গাৱঁৰ দেৱেন্দ্ৰ প্ৰসাদ শৰ্মাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ-গ্ৰহণ কৰি বিপ্লৱী কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ২৮-৫-৪৩ তাৰিখে পুলিচৰ হাতত ধৰা পৰে আৰু বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাবাস খাটিলে।

## শৰ্মা ধৰণী

গুৱালকুছি অঞ্চলৰ আদাবাৰী গাৱঁৰ স্বৰ্গীয় উমানাথ শৰ্মাৰ পুত্ৰ ধৰণী শৰ্মাই ভাৰত-ত্যাগ আন্দোলনত প্ৰথমে শান্তি সেনা হিচাপে আৰু পিছত মৃত্যু বাহিনীৰ সদস্য হিচাপে বিভিন্ন কাৰ্য্যত লিপ্ত থকাৰ অপৰাধত ১৬-৬-৪৩ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে আৰু নিৰাপত্তা বন্দী হিচাপে ২৬-২-৪৪ তাৰিখলৈ জে'লত ৰাখি ১-২-৪৫ তাৰিখলৈকে গৃহবন্দী কৰি ৰাখিলে। শৰ্মাই প্ৰায় তিনিবছৰ কাল নিৰ্য্যাতন ভোগ কৰিলে।

# শৰ্মা ধৰণীধৰ (১)

সোণেশ্বৰ অঞ্চলৰ কুসুমপুৰ গাৱঁৰ ধৰণীধৰ শৰ্মাই ১৯৪০ চনত কংগ্ৰেছ অনুষ্ঠানত যোগদান দি ১৯৪০ চনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ গাৱেঁ গাৱেঁ শান্তি সেনাৰে শোভাযাত্ৰা কৰি জনতাৰ মাজত উদ্দীপনাৰ সৃষ্টি কৰে। ১৯৪১ চনত সত্যাগ্ৰহ কৰি যুদ্ধবিৰোধী প্ৰচাৰ চলায় যদিও তেওঁক পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

১৯৪২ চনত ভাৰত-ত্যাগ আন্দোলনত প্ৰথমছোৱাত মুকলিভাৱে আৰু পুলিচৰ ধৰ-পাকৰ আৰম্ভ হোৱাৰ পিছত আত্ম-গোপন কৰি বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি আন্দোলন সজীৱ কৰি ৰাখিছিল।

# শৰ্মা ধৰণীধৰ (২)

দেওদুৱাৰৰ দলৈ ধৰণীধৰ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি বিলাতী মাল বেচা দোকানত পিকেটিং কৰাৰ অপৰাধত তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তিনি মাহৰ কাৰাদণ্ড হ'ল তেওঁৰ। জে'লৰ পৰা ওলোৱাৰ পিছত আকৌ আইন অমান্যৰ প্ৰচাৰ কাৰ্য্য চলাই থকাৰ কাৰণে তেওঁক ১৯৩২ চনত তিনি মাহৰ কাৰাদণ্ড দিয়া হ'ল।

# শৰ্মা অতুলচন্দ্ৰ

উত্তৰ গুৱাহাটীৰ ৰংমহলৰ অতুলচন্দ্ৰ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি স্কুলত পিকেটিং কৰাৰ অপৰাধত গ্ৰেপ্তাৰ হ'ল আৰু বিচাৰত তেওঁ দুমাহৰ কাৰাদণ্ড ভোগ কৰিলে। জে'লৰ পৰা ওলোৱাৰ পিছত আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলোৱাত আকৌ ১২-৯-৩০ তাৰিখে জে'ল-হাজোতত এমাহ বন্দী হৈ থাকিল।

# শৰ্মা নৰেশ্বৰ

বাৰ্তাৰিৰ নৰেশ্বৰ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি আন স্বেচ্ছাসেৱকৰ লগত বিভিন্ন ঠাইত কানিৰ দোকান, ভাঙৰ দোকান, বিদেশী বস্তু বিক্ৰী কৰি দোকান আদিত পিকেটিং কৰে।

কোনোবা এদিন পুলিচে পিকেটিং কৰা অৱস্থাত গ্ৰেপ্তাৰ কৰি তেওঁক আদালতলৈ পঠায়। বিচাৰত তেওঁক শাস্তি হিচাপে ছয় বেত দিয়াৰ হুকুম দিলে।

## দেৱশৰ্মা নৰপতি

গুৱালকুছিৰ অৰবিন্দ শৰ্মাৰ পুত্ৰ নৰপতি দেৱশৰ্মাই স্কুলীয়া ছাত্ৰ হিচাপে ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি অসহযোগৰ প্ৰচাৰ কাৰ্য্য চলোৱাৰ অপৰাধত ছয় বেত খাব লগা হ'ল। তেতিয়াৰ পৰা তেওঁ সংগ্ৰামৰ কামতে লাগি থাকি ১৯৪১ চনত কোনো এঠাইত জিলা কংগ্ৰেছৰ নিৰ্দেশ মতে সত্যাগ্ৰহো কৰিলে যদিও গ্ৰেপ্তাৰ নহ'ল।

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাত ৪-১-৪৩ তাৰিখে পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ল আৰু জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। ১৬-২-৪৩ তাৰিখে বিচাৰত ভাৰতীয় দণ্ডবিধি আইনৰ ৩৯(১) (ক) আৰু (খ) ধাৰাত ১০ মাহ আৰু ৩৮(১)(৫) ধাৰাত ৮ মাহৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম হ'ল। দুয়োটা শাস্তি একেলগে চলাৰ ফলত তেওঁ ১৬-১২-৪৩ তাৰিখে কাৰাগাৰৰ পৰা মুক্তি লাভ কৰিলে।

## শৰ্মা নগেন্দ্ৰনাথ

ৰামদিয়া কুমাৰটোলৰ গৌৰীকান্ত শৰ্মাৰ পুত্ৰ নগেন্দ্ৰনাথ শৰ্মাই আইন অমান্য আন্দোলনত স্কুল ত্যাগ কৰি ৩-৮-৩০ তাৰিখে কলেজিয়েট স্কুলত পিকেটিং কৰা অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি তেওঁক জে'ল-হাজোতলৈ পঠালে।

বিচাৰত তেওঁক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## শৰ্মা বৰুৱা নীলকান্ত

উত্তৰ গুৱাহাটীৰ নীলকান্ত শৰ্মা বৰুৱাই ১৯২১ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলনত স্কুল ত্যাগ কৰি গুৱাহাটীৰ কংগ্ৰেছ কৰ্মীসকলৰ লগত সভা-শোভাযাত্ৰা, পিকেটিং কৰি ফুৰিছিল। এদিন পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে।

বিচাৰত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## শৰ্মা প্ৰমোদচন্দ্ৰ

পাঠশালাৰ প্ৰমোদ চন্দ্ৰ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে গুৱাহাটীৰ নবীন বৰদলৈ ঘৰৰ শিবিৰত থাকি কানিৰ দোকানত পিকেটিং কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰলৈ পঠালে।

বিচাৰত তেওঁ তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## শৰ্মা পৰশুৰাম

বজালীৰ পৰশুৰাম শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে গুৱাহাটীলৈ আহি নবীন বৰদলৈৰ গৃহ-প্ৰাংগণত থকা শিবিৰত থাকি পিকেটিং কৰাত ১১-৯-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। এমাহ জে'লত থকাৰ পিছত বিচাৰত শৰ্মাক খালাচ দিলে। আকৌ ২১-১-৩১ তাৰিখে ছমৰীয়াত গ্ৰেপ্তাৰ কৰি এসপ্তাহৰ পিছত তেওঁক খালাচ দিলে।

## শৰ্মা ৰমাকান্ত

কৰৰাৰ দয়ানাথ শৰ্মাৰ পুত্ৰ ৰমাকান্ত শৰ্মা স্কুলীয়া কালৰ পৰা বিদ্ৰোহী। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুল ত্যাগ কৰি কৰ্মবীৰ নবীন বৰদলৈৰ গৃহ-প্ৰাংগণত থকা শিবিৰত প্ৰশিক্ষণ লৈ কটন কলেজ আৰু বিলাতী বস্তু বেচা দোকানত পিকেটিং কৰি থকা অৱস্থাত ২১-১-৩১ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি কাৰাগাৰলৈ পঠালে। কিন্তু ২৯-১-৩১ তাৰিখে বিচাৰত খালাচ পালে।

১৯৩২ চনত এইজন সংগ্ৰামীয়ে তেজপুৰত ভূমিধৰ বৰদলৈ, গুৱাহাটীৰ পদ্মচন্দ্ৰ গগৈ, প্ৰভাত গোস্বামী আদিৰ আদৰ্শ অনুসৰণ কৰি গুৱাহাটী কাছাৰীৰ বাকৰিত উৰি থকা ইউনিয়ন জেকখন নমাই স্বৰাজৰ পতাকা উত্তোলন কৰাৰ কাৰণে ছয় মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

ৰমাকান্ত শৰ্মাই আৰু চাৰিজন স্বেচ্ছাসেৱকৰ লগত ২৪-৯-৪২ তাৰিখে কাছাৰীত পিকেটিং কৰাৰ কাৰণে এদিনৰ কাৰাবাস খাটিছিল।

## শৰ্মা ধৈৰ্য্যনাথ (১)

**পিতৃৰ নাম ঃ স্বৰ্গীয় মহেশ্বৰ শৰ্মা**

**জন্মৰ স্থান ঃ শালমৰা গাওঁ, বৰবংশৰ মৌজা**

**জন্মৰ তাৰিখ ঃ ২৯ মে', ১৯১৫ চন**

স্কুলীয়া জীৱন ত্যাগ কৰি ১৯৩২ চনৰ আইন অমান্য আন্দোলনত যোগ দি ভাং, কানিৰ দোকানত পিকেটিং কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰে। প্ৰায় তিনি মাহৰ পিছত বিচাৰত খালাচ দিলে।

১৯৩৯ চনত ৰামপুৰত শান্তি সেনাৰ প্ৰশিক্ষণ লৈ তেওঁ গাৱেঁ গাৱেঁ শান্তি সেনাৰ দল গঠন কৰি শৰ্মাই প্ৰশিক্ষণ দিলে। ১৯৪১ চনত সত্যাগ্ৰহ কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। আকৌ ১৯৪২ চনৰ গণ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি এইগৰাকী মুক্তিযোদ্ধাই আত্ম-গোপন কৰি যুদ্ধবিৰোধী কাৰ্য্য চলাই গৈছিল।

স্বাধীনতাৰ পিছত গাওঁ সংগঠন আৰু পঞ্চায়তৰ কামত তেওঁ আত্মনিয়োগ কৰি থাকিল।

## শৰ্মা ধৈৰ্য্যনাথ (২)

এইজন ধৈৰ্য্যনাথ শৰ্মা উত্তৰ গুৱাহাটীৰ। এখেতেও ১৯৪০ চনত শান্তি সেনাৰ প্ৰশিক্ষণ লৈছিল আৰু ১৯৪১ চনত সত্যাগ্ৰহ কৰিছিল যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে।

## শৰ্মা হৰেশ্বৰ

ৰঙিয়া অঞ্চলৰ চেপ্তিৰ পণ্ডিত হৰেশ্বৰ শৰ্মাই ১৯৩০-৩১ চনৰ পৰা ১৯৪২ চনলৈ স্বাধীনতা আন্দোলনৰ নীৰৱ কৰ্মী হিচাপে শিক্ষকতাৰ মাজেৰে সেৱা আগবঢ়াইছিল। এবাৰ লোকেল ব'ৰ্ডৰ নিৰ্বাচিত সদস্য হিচাপেও ভালেমান জনহিতকৰ কাম কৰিছিল।

এইজন শৰ্মাৰ ১৯৮৪ চনত ৭২ বছৰ বয়সতে মৃত্যু ঘটিল।

## শৰ্মা জীৱেশ্বৰ

ডেকপাৰ গাৱঁৰ জীৱেশ্বৰ শৰ্মা পুৱপাৰ কংগ্ৰেছৰ সম্পাদক হিচাপে বিয়াল্লিশৰ গণ আন্দোলনত প্ৰচাৰ কাৰ্য্যৰ দায়িত্বত আছিল।

## শৰ্মা পৰমানন্দ

ডোবক গাৱঁৰ পৰমানন্দ শৰ্মাই সক্ৰিয়ভাৱে আন্দোলনত অংশগ্ৰহণ কৰা নাছিল যদিও আন্দোলনৰ কৰ্মীসকলক নিজৰ ঘৰতে আশ্ৰয় দি, টকা-পইচা দি সভা-সমিতি পাতিবলৈ সহায় কৰিছিল; লগতে অঞ্চলটোত বিভিন্ন গঠনমূলক কামত জড়িত হৈ আছিল।

শৰ্মাৰ ১৯৮৮ চনত মৃত্যু হয়।

## শৰ্মা চন্দ্ৰনাথ

কছৰুৱা গাৱঁৰ চন্দ্ৰনাথ শৰ্মাই ১৯৪২ চনৰ গণ আন্দোলনত স্কুলীয়া শিক্ষা ত্যাগ কৰি আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল যদিও পুলিচৰ হাতত ধৰা নপৰিল।

১৯৮৯ চনত এখেতৰ মৃত্যু হয়।

## শৰ্মা গোপীকান্ত

কনিহাৰ প্ৰখ্যাত পুৰোহিত গোপীকান্ত শৰ্মাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। ১৯৮৪ চনত এইজন স্বাধীনতা সৈনিকৰ মৃত্যু ঘটিল।

## শৰ্মা বিষ্ণুনাথ

পিঙ্গলেশ্বৰ দেৱালয়ৰ বিষ্ণুনাথ শৰ্মাই চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত ১৯২১ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলনত কটন কলেজৰ শিক্ষা বৰ্জন কৰি স্কুল-কলেজত পিকেটিং কৰি চৰকাৰৰ লগত অসহযোগৰ বাণী প্ৰচাৰ কৰি থকা অৱস্থাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। দুমাহৰ অধিক কাল বিচাৰাধীন বন্দী হিচাপে থকাৰ পিছত বিচাৰত খালাচ পালে।

## শৰ্মা ভূৱনেশ্বৰ

কৰৰাৰ ভূৱনেশ্বৰ শৰ্মাই ১৯২১ চনৰ অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে মাদক দ্ৰব্য বৰ্জনৰ কামত প্ৰচাৰ কাৰ্য্য চলাইছিল যদিও গ্ৰেপ্তাৰ নহ'ল। ১৯২১ চনৰ পিছৰ তেওঁৰ কাৰ্য্য-কলাপ সম্পৰ্কে একো তথ্য পোৱা নগ'ল।

## শৰ্মা ৰতিকান্ত

গুৱাহাটী কুমাৰপাৰাৰ ১৯২১ চনৰ অসহযোগ আন্দোলনত কটন কলেজৰ পৰা ওলাই আহি ৰতিকান্ত শৰ্মাই গাওঁ অঞ্চলত অসহযোগৰ প্ৰচাৰ কাৰ্য্য চলায় যদিও পুলিচৰ হাতত গ্ৰেপ্তাৰ নহ'ল। আন্দোলন শাম কটাৰ পিছত শিক্ষা জীৱন পুনৰ আৰম্ভ কৰি চৰকাৰী চাকৰিত সোমাল।

## শৰ্মা যামিনীকান্ত

বামুন্দীৰ যামিনীকান্ত শৰ্মাই কেইজনমান স্বেচ্ছাসেৱকক লগত লৈ ২৪-৯-৪২ তাৰিখে গুৱাহাটী কাছাৰীত পিকেটিং কৰিবলৈ চেষ্টা কৰাত এদল

গোৰ্খা সৈন্যই ঘেৰি ধৰি মাৰধৰ কৰি পাণবজাৰ থানাত চমজাই দিয়ে। পুলিচে দিনটো থানাত আবদ্ধ কৰি ৰাখি সন্ধ্যা তেওঁক মোকলাই দিলে।

## শৰ্মা জগতচন্দ্ৰ

গুৱাহাটীৰ স্বৰ্গীয় ৰাধাচন্দ্ৰ শৰ্মাৰ পুত্ৰ জগতচন্দ্ৰ শৰ্মাই ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে গাওঁে-ভূঞে প্ৰচাৰ চলাই থকা অৱস্থাত ২৫-১০-৪২ তাৰিখে বৰমুৰা গাওঁৰ এখন গোপন সভাত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ললৈ নিক্ষেপ কৰিলে। কেইদিনমানৰ পিছত বিচাৰত তেওঁ খালাচ পালে।

## শৰ্মা খৰ্গেশ্বৰ

১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে ১৩-৪-৩২ তাৰিখে জালিৱানাবাগ দিৱস পালনৰ সভাত যোগ দিয়াত পুলিচে গ্ৰেপ্তাৰ কৰি দিনটো থানাত আৱদ্ধ কৰি সন্ধ্যা আনসকলৰ লগত এৰি দিলে।

## শৰ্মা গুণাভিৰাম

১৯২১ চনৰ অসহযোগ আন্দোলনত কলেজিয়েট স্কুল বৰ্জন কৰি ঠায়ে ঠায়ে পিকেটিং কৰি তেজপুৰলৈ গৈয়ো পিকেটিঙত লাগে। পুলিচে গ্ৰেপ্তাৰ কৰি কাৰাগাৰলৈ পঠায় যদিও বিচাৰত তেওঁ খালাচ পালে।

## শৰ্মা খগপতি

বকো অঞ্চলৰ ভালুকঘাটা গাওঁৰ স্বৰ্গীয় গোবিন্দ শৰ্মাৰ পুত্ৰ খগপতি শৰ্মাই যুদ্ধবিৰোধী সত্যাগ্ৰহ কৰিলে যদিও পুলিচে গ্ৰেপ্তাৰ নকৰিলে। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত বিভিন্ন কাৰ্য্যসূচী ৰূপায়ণ কৰি থকা অৱস্থাত ১০-৯-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। ৩-১২-৪২ তাৰিখৰ বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে। ফলত শৰ্মাই প্ৰায় ছয়-মাহ কাৰাবন্দী হৈ থাকিব লগা হৈছিল।

## শৰ্মা মোহিনীমোহন

১৯৩০ চনৰ আইন অমান্য আন্দোলনত অংশগ্ৰহণ কৰি মোহিনী শৰ্মাই কানি-ভাঙৰ দোকানত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'লত নিক্ষেপ কৰিলে। বিচাৰত তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

## শৰ্মা নগেন্দ্ৰনাথ

শুৱালকুছিৰ গুণনাথ শৰ্মাৰ পুত্ৰ নগেন্দ্ৰনাথ শৰ্মাই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত কটন কলেজৰ শিক্ষা-জীৱন ত্যাগ কৰি মাদক-দ্ৰব্য বৰ্জনৰ কাৰণে বিভিন্ন ঠাইত ভাং, কানিৰ দোকানত পিকেটিং কৰি ফুৰিছিল। ১-১০-৩০ তাৰিখে পলাশবাৰীৰ মদৰ দোকানত পিকেটিং কৰোতে পুলিচে গ্ৰেপ্তাৰ কৰি তেওঁক জে'ল-হাজোতলৈ পঠালে। বিচাৰত শৰ্মাক দুমাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## শৰ্মা নৰেন্দ্ৰনাথ

কটন কলেজিয়েট স্কুলৰ ছাত্ৰ হিচাপে পঢ়ি থাকোতেই ১৯৩০ চনৰ আইন অমান্য আন্দোলনত যোগ দি প্ৰথমে ৩-৮-৩০ তাৰিখে স্কুলত পিকেটিং কৰে। পুলিচে সেইদিনাই তেওঁক গ্ৰেপ্তাৰ কৰি হাজোতলৈ পঠালে। বিচাৰত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

তাৰ পিছত জে'লৰ পৰা ওলাই স্কুললৈ উভতি নগৈ ফাঁচীবজাৰৰ বিদেশী বস্তুৰ দোকানত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি মাৰপিট কৰি পুনৰ জে'ললৈ পঠালে। অৱশ্যে বিচাৰত খালাচ পালে।

## শৰ্মা লক্ষ্মীকান্ত

পলাশবাৰী অঞ্চলৰ কুকুৰীয়া গাৱঁৰ লক্ষ্মী শৰ্মাই ১৯৩০ চনৰ যুদ্ধ-বিৰোধী সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰি কোনো এখন গাৱঁত সত্যাগ্ৰহ কৰিলে যদিও পুলিচে তেওঁক গ্ৰেপ্তাৰ নকৰিলে। তাৰ পিছতে বিভিন্ন অঞ্চলত জিলা কংগ্ৰেছে আয়োজন কৰা শান্তি সেনা শিবিৰত প্ৰশিক্ষণ লৈ গাওঁ অঞ্চলত সংগঠনৰ কামত নিজকে আত্ম-নিয়োগ কৰিলে। ভাৰত-ত্যাগ আন্দোলনত পুলিচৰ চকুত ধূলি মাৰি ইটো শিবিৰৰ পৰা সিটো শিবিৰলৈ খা-খবৰ কঢ়িয়াই আন্দোলন বহুদিনলৈ জীয়াই ৰাখিছিল।

## শৰ্মা কৃষ্ণনাথ



**পিতৃৰ নাম ঃ উমানাথ শৰ্মা, জন্ম স্থান ঃ বামুণ গাওঁ, পুঠিমাৰী**

**জন্মৰ তাৰিখ ঃ ১৯২২ চনৰ পহিলা এপ্ৰিল**

কৃষ্ণ নাথ শৰ্মাৰ ঘৰখন স্বাধীনতা আন্দোলনৰ ঘাটিস্বৰূপ আছিল কাৰণে তেওঁৰ অন্তৰতো শৈশৱতে দেশপ্ৰেম জাগৰিত

হৈ উঠে। সৰুৰে পৰা গাৱঁত হোৱা সভা-শোভাযাত্ৰাত যোগ দি স্বাধীনতা সৈনিক হিচাপে গঢ়ি তুলিছিল ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি কণিহা, ডেকপাৰ, বাহাৰঘাট আদি শান্তি-সেনাৰ শিবিৰবোৰত থাকি, আত্মগোপন কৰি প্ৰথমে কেন্দুকোণা ৰে'ল ষ্টেচনৰ ওচৰৰ সেনাবাহিনীৰ প্ৰকাণ্ড ঘৰবোৰত অগ্নি সংযোগ কৰি ধ্বংস কৰা কাৰ্য্যত কামিনীমোহন শৰ্মাহঁতৰ লগত কৃষ্ণ শৰ্মায়ো অংশ গ্ৰহণ কৰিছিল।

পিছত শৰ্মাই এটা স্বেচ্ছাসেৱকৰ দলৰ লগত ৰে'ল বগৰোৱা, টেলিগ্ৰাফৰ তাঁৰ কটা, দলং জ্বলাই পুলিচ-মিলিটেৰীৰ গাড়ী গাৱঁত প্ৰৱেশ কৰাত বাধা দিয়া, বাইহাটাৰ পোষ্ট অফিচ জ্বলোৱা আদি কাৰ্য্যত লিপ্ত হৈছিল। গাৱঁই ৰাইজৰ মাজত খাজনা বন্ধ, সেনাবাহিনীক ৰেচন যোগোৱা কামত বাধা দিয়া কাৰ্য্যও ১৯৪৩ চনৰ শেষলৈকে চলি আছিল।

কৃষ্ণনাথ শৰ্মাই আন্দোলনৰ পিছত শিক্ষা লাভ কৰি স্বাধীনতাৰ পিছত সমবায় বিভাগত চাকৰিও কৰিলে আৰু গুৱাহাটীৰ কুশল কোঁৱৰ পথত নিজা বাসস্থান প্ৰতিষ্ঠা কৰিলে। অৱসৰৰ পিছত গঠনমূলক কামৰ লগে লগে কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলনৰ কেইবাবছৰো তেওঁ সাধাৰণ সম্পাদকৰ দায়িত্ব পালন কৰিছিল।

## দেৱশৰ্মা লক্ষেশ্বৰ

পলাশবাৰীৰ লক্ষেশ্বৰ দেৱ শৰ্মাই দেশ-প্ৰমত উদ্বুদ্ধ হৈ ১৯৩০ চনৰ আইন অমান্য আন্দোলনত স্কুলীয়া শিক্ষা বিসৰ্জন দি গুৱাহাটীৰ ফাঁচীবজাৰৰ বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰাৰ অপৰাধত ২০-৮-৩০ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি নানা নিৰ্য্যাতন চলাই জে'ল-হাজোতত নিক্ষেপ কৰিলে।

বিচাৰত শৰ্মাই পাঁচ মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিব লগা হ'ল।

## শালৈ ৰজনীকান্ত



পিতা : স্বৰ্গীয় আনন্দৰাম শালৈ,
মাতা : স্বৰ্গীয় গন্ধেশ্বৰী শালৈ
জন্ম : ১৯২১ চন কনিহাৰ ওচৰৰ ভোৰক গাওঁত
বৰ্তমানৰ ঠিকনা : গাওঁ- টটাৰকুছি, ডাকঘৰ- ৰঙিয়া
(কামৰূপ)

১৯৪২ চনত ৰঙিয়া হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্ৰ ৰজনীকান্ত শালৈয়ে স্বৰ্গীয় নীলকান্ত মহন্তৰে সৈতে ভাৰত-ত্যাগ আন্দোলনত যোগদান কৰে।

স্বৰ্গীয় চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ নেতৃত্বত কনিহাত স্বেচ্ছাসেৱক বাহিনীৰ শিবিৰ স্থাপন কৰিলে। তেতিয়া বাৰানসী হিন্দু বিশ্ববিদ্যালয়ত পঢ়ি থকা স্বৰ্গীয় প্ৰভাত শৰ্মাৰ নেতৃত্বত কনিহা শিবিৰৰ পৰা আন্দোলনৰ কামবোৰ চলিছিল। বাহাৰঘাট শিবিৰৰ নেতৃত্বত আছিল স্বৰ্গীয় নৰেন চৌধুৰী। এই দুয়োটা শিবিৰৰ পৰা স্বৰ্গীয় নীলকান্ত মহন্ত আৰু ৰজনীকান্ত শৰ্মাই পদব্ৰজে গুৱাহাটীলৈ গৈ জিলা কংগ্ৰেছৰ সভাপতি স্বৰ্গীয় লক্ষী বৰাৰ লগত দৈনন্দিন যোগাযোগ স্থাপন কৰি আছিল। ইয়াৰ উপৰি আন্দোলনৰ বিভিন্ন কাৰ্য্যসূচীত শ্ৰীৰজনীকান্ত শালৈয়ে সক্ৰিয় অংশগ্ৰহণ কৰি স্বাধীনতা আন্দোলনক সজীৱ কৰি ৰাখিছিল।

## শালৈ দেৱীৰাম

১৯২১ চনৰ অসহযোগ আন্দোলনত দেৱীৰাম শালৈয়ে স্বেচ্ছাসেৱক হিচাপে চৰকাৰৰ বিৰুদ্ধে অসহযোগৰ প্ৰচাৰ কাৰ্য্য চলোৱাত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ সমুখত হাজিৰ কৰালে। বিচাৰকে তেওঁক ১৭(১) ধাৰাত ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

## শ্বেখ সমীৰ

বিহদিয়াৰ সমীৰ শ্বেখে ১৯২১ চনৰ আন্দোলনত স্বেচ্ছাসেৱক হিচাপে কাম কৰাৰ বাবে ১৪৩ ধাৰাৰ অধীনত বিচাৰত ছয় বেত দিয়াৰ হুকুম হৈছিল।

## শ্বেখ চফত

কৰৰা অঞ্চলৰ চফত শ্বেখে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰিছিল। কিন্তু জে'ল জৰিমনা সম্পৰ্কে একো জনা নগ'ল।

## শ্বেখ ভোন্দা

ভোন্দা শ্বেখে অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি পিকেটিং কৰাৰ অপৰাধত ১৯২২ চনত ১৭(২) ধাৰাত তিনি মাহৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## শ্বেখ জাহাল

জাহাল শ্বেখে অসহযোগ আন্দোলনত যোগ দি কানিৰ দোকানত পিকেটিং কৰাৰ বাবে ১৭(১) ধাৰাত চাৰিমাহৰ সশ্ৰম কাৰাদণ্ড খাটিব লগা হৈছিল।

## শ্বেখ খবিৰুদ্দিন

খবিৰুদ্দিন শ্বেখে (ঠিকনা জনা নগ'ল) ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰাৰ বাবে ভাৰতীয় দণ্ডবিধি আইনৰ ১৭(২) ধাৰাত সাত দিনৰ কাৰাবাস খাটিছিল।

*নিম্নলিখিত স্বেচ্ছাসেৱকসকলে অসহযোগ আন্দোলনত ১৯২২ চনৰ কোনোবা এটা বজাৰৰ দিনত বেলতলা বজাৰত পিকেটিং কৰাত পুলিচে গ্ৰেপ্তাৰ কৰি এদিন থানাত ৰাখি মাৰপিট কৰি গধূলি এৰি দিছিল।এওঁলোকৰো ঠিকনা জনা নগ'ল ঃ*

**শ্বেখ নুৰুদ্দিন**

**শ্বেখ ৰহিম**

**শ্বেখ ৰঞ্জন**

**শ্বেখ চামচেৰ**

**শ্বেখ নোমল**

## শ্বেখ জাহাল

শিংৰা অঞ্চলৰ ২নং উত্তৰ চেখদাবী গাৱঁৰ জাহাল শ্বেখে ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি পিকেটিং কৰাৰ অপৰাধত সাত মাহৰ সশ্ৰম কাৰাবাস খাটিব লগা হৈছিল।

## শ্বেখ পামুদ্দিন

বকো অঞ্চলৰ পামুদ্দিন শ্বেখেও অসহযোগ আন্দোলনত যোগদান কৰিছিল। অৱশ্যে তেওঁক পুলিচে গ্ৰেপ্তাৰ নকৰিলে।

## শ্বেখ পাপ্ৰা

বামুণীগাৱঁৰ পাপ্ৰা শ্বেখে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হোৱাৰ বাবে দুমাহৰ সশ্ৰম কাৰাবাস খাটিছিল।

## শ্বেখ আলাহু

পানাৰাৰ আলাহু শ্বেখে অসহযোগ আন্দোলনত স্বেচ্ছাসেৱক হোৱাৰ কাৰণে ১৪৩-ধাৰা অনুসৰি ছয় বেত মাৰ খাইছিল।

# সাও কৃষ্ণৰাম

১৯২১ চনৰ অসহযোগ আন্দোলনত কৃষ্ণৰাম সাওৱে পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ পঠালে। বিচাৰত তেওঁক ৬০ টকা জৰিমনা, অনাদায়ে দুমাহৰ কাৰাদণ্ডৰ হুকুম হ'ল।

তেওঁ দুমাহ জে'লকে খাটিলে।

# সাক্সেনা চন্দ্ৰকান্ত

নগাওঁ জিলাৰ কটন কলেজত পঢ়া ছাত্ৰ চন্দ্ৰকান্তই ১৯৩০ চনত কলেজ ত্যাগ কৰি স্কুল, কলেজত পিকেটিং কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰালে। বিচাৰত তেওঁ কলেজলৈ উভতি নাযায় বুলি দৃঢ়তাৰে কোৱাৰ পিছত তেওঁক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু গুৱাহাটী কাৰাগাৰতে বন্দী হৈ থাকিল।

# সিং সুহাগ

১৯২১ চনৰ অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাপে কাম কৰা সুহাগ সিঙক পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে।

বিচাৰত সিঙক ছয় মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

# সেন শচীন্দ্ৰকুমাৰ

শচীন্দ্ৰকুমাৰে ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনত ঢাকাত গ্ৰেপ্তাৰ হৈ ১১ মাহ সশ্ৰম কাৰাদণ্ড ঢাকা আৰু মৈনসিং জে'লত ভোগ কৰিলে।

আকৌ ঢাকা চহৰত ১৯৩১ চনত ১৪৪ ধাৰা আইন ভংগ কৰাৰ অপৰাধত তিনি মাহৰ কাৰাদণ্ড বিহিলে। এইজন শচীন্দ্ৰ কুমাৰ সেনক আকৌ ১৯৪০-৪১ চনত ১৪-মাহ নিৰাপত্তা বন্দী হিচাপে ঢাকা জে'লত আৱদ্ধ কৰি ৰাখিছিল।

এওঁ স্বাধীনতাৰ পিছত গুৱাহাটীত স্থায়ীভাৱে বসতি স্থাপন কৰিলে।

# সেনগুপ্ত দ্বিজেশচন্দ্ৰ

এইজন দ্বিজেশচন্দ্ৰ সেনগুপ্ত বংগদেশৰ উগ্ৰবাদী দলৰ সদস্য আছিল। এওঁক ১৯৩২ চনৰ ৯ ডিচেম্বৰত গ্ৰেপ্তাৰ কৰি ১৯৩৩ চনৰ জুনলৈকে বিচাৰাধীন বন্দী কৰি ৰাখিছিল। এওঁক আকৌ নিমতলা বোমা মোকৰ্দমাত জুলাই '৩৩ ৰ পৰা ৩৫ চনলৈকে জে'লত আৱদ্ধ কৰি ৰখাৰ পিছত কলিকতাৰ পৰা বহিষ্কাৰ কৰিলে। তাৰ পিছতে তেওঁ গুৱাহাটীলৈ আহি

দানিছ ৰোডত স্থায়ীভবে বসতি স্থাপন কৰিলে। পিছত সেনগুপ্তৰ জীৱনৰ সঠিক খা-খবৰ পোৱা নগ'ল।

## সেন দেৱপ্ৰসাদ

গুৱাহাটীৰ উকীল দেৱপ্ৰসাদ সেনে ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত ওকালতি ত্যাগ কৰি জঁপিয়াই পৰিল, আৰু ফলস্বৰূপে ৯-মাহৰ সশ্ৰম কাৰাদণ্ডৰ দুদিনমান গুৱাহাটী জে'লত আৰু বাকীখিনি চিলেট জে'লত ভোগ কৰিলে।

## সেন নগেন্দ্ৰনাথ

গুৱাহাটীৰ পূব শৰণীয়া নিবাসী নগেন্দ্ৰনাথ সেনে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি বিভিন্ন স্থানত পিকেটিং, খাজনা বন্ধ আদি কাৰ্য্যত লিপ্ত থাকোতে এবাৰ ৯-মাহৰ আৰু পিছৰবাৰ্ষি এবছৰৰ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে।

## সৰুকোচ তিতাৰাম

১৯৪২ চনৰ গণ-আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবে ৯-১০-৪২ তাৰিখে পুলিচে গ্ৰেপ্তাৰ কৰি জে'ল-হাজোতলৈ নিক্ষেপ কৰিলে। প্ৰায় চাৰি মাহ জে'লত থকাৰ পিছত বিচাৰত এদিনৰ কাৰাদণ্ড হ'ল।

---

***Justice consists in the individual's concentration on duties.***

**–Plato**

. . .

***আমি যদি প্ৰকৃতিক ভাল পাওঁ, প্ৰকৃতিয়েও আমাক ভালপোৱাৰে ওপচাই দিব।***

**ৰবীন বেনাৰ্জী**

---

# হাজৰিকা সুবোধ

**জন্ম ঃ ১৯১৪ চনৰ ৬ ছেপ্টেম্বৰত নগাৱঁত**

স্কুলীয়া কালতে নগাৱঁৰ কংগ্ৰেছ নেতা হলধৰ ভূঞাৰ সান্নিধ্যলৈ আহি হাজৰিকাই দেশপ্ৰেমৰ মন্ত্ৰ গ্ৰহণ কৰিলে। ১৯৪২ চনত কলিকতাত পঢ়ি থকা অৱস্থাতে ভাৰত-ত্যাগ আন্দোলন আৰম্ভ হ'ল। সেই সময়ত বিপ্লৱী আন্দোলনৰ অন্যতম নেত্ৰী অৰুণা আচফ আলীৰ সান্নিধ্যলৈ আহি অসমৰ আত্ম-গোপনকাৰী বিপ্লৱীসকলৰ লগত যোগসূত্ৰ স্থাপন কৰি, অৰুণা আচফ আলীক অসমলৈ আনি বিপ্লৱী কাৰ্য্যসূচী ৰূপায়ণত আগভাগ লৈছিল।

সেই সময়তে সুবোধ হাজৰিকাই জয়প্ৰকাশ নাৰায়ণ, ডঃ ৰামমনোহৰ লোহিয়া, অচ্যুৎ পট্টবৰ্ধন, অশোক মেহতা আদিৰ লগতো আলোচনা কৰি গুপ্ত-আন্দোলনৰ নথি-পত্ৰ ভাৰতৰ বিভিন্ন ঠাইলৈ আদান-প্ৰদান কৰি অতি দুঃসাহসিক কামত অংশ লৈছিল। আন্দোলনৰ কালত ইংৰাজৰ পুলিচে বহু চেষ্টা কৰিও তেওঁক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

স্বাধীনতাৰ পিছত তেওঁ গুৱাহাটীতে নিগাজীকৈ থাকি সমাজবাদী আৰু সৰ্বোদয় আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি আছিল।

এইজন স্বাধীনতা সংগ্ৰামীয়ে ২০০১ চনৰ ৫ আগষ্ট তাৰিখে ইহ-সংসাৰৰ পৰা মেলানি মাগিলে।

# হাজৰিকা পদ্ম



**জন্ম ঃ নগাওঁ লিাৰ ৰঙাগড় গাৱঁত**

**১৯২৪ চনৰ ৪ আগষ্টত**

**পিতৃ ঃ প্ৰয়াত কৃষ্ণকান্ত হাজৰিকা**

**বৰ্তমানৰ ঠিকনা ঃ বশিষ্ঠপুৰ-১, গুৱাহাটী-৬**

১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ আগে আগে হাজৰিকা পুৰণিগুদাম হাইস্কুলৰ নৱমানৰ ছাত্ৰ আছিল। ১১ আগষ্টৰ পৰা নগাওঁ জিলাত ছাত্ৰসকলে স্কুল বৰ্জন কৰাত তেওঁ স্কুল বৰ্জন কৰি নগাৱঁৰ গণ-সমাৱেশত এদল ছাত্ৰৰ লগত যোগ দিয়েহি আৰু পিছদিনাৰ পৰা পুৰণিগুদাম, চামগুৰি, চাপানলা, মিছা আদিত আন্দোলনৰ প্ৰচাৰ কাৰ্য্য চলাই সভা-শোভাযাত্ৰা, পিকেটিং আদিত ঘৰ-দুৱাৰ এৰি ব্যস্ত হৈ পৰে।

জিলা কংগ্ৰেছৰ নিৰ্দেশত দুই অক্টোবৰত গান্ধী জয়ন্তীৰ দিনা গাৰঁৰ শান্তি সেনাসকলক লগত লৈ ট্ৰাংক ৰোডৰ কাষতে পুৰা জাতীয় পতাকা উত্তোলন কৰিলে। আবেলি ৰাজহুৱা সভাৰ কাৰণে পতাকাৰ তলত বহি কৰ্মীসকলৰ লগত আলোচনা কৰি থকা অৱস্থাতে এখন গোৰ্খা সেনাৰ গাড়ী আহি দুজন শান্তি সেনাৰ লগত তেওঁক গ্ৰেপ্তাৰ কৰি অকথ্য নিৰ্য্যাতন কৰি চামগুৰি থানাত পেলাই থৈ গ'ল। পিছদিনা বিচাৰত পাঁচ মাহকৈ সশ্ৰম কাৰাদণ্ড বিহি নগাওঁ জে'লত নিক্ষেপ কৰে। দুদিন পিছতে আৰু এদল বন্দীৰ লগত যোৰহাট জে'ললৈ বদলি কৰি পঠালে। পাঁচ মাহৰ শেষতো হাজৰিকাক মুক্তি নিদি নিৰাপত্তা বন্দী হিচাপে আকৌ আটক কৰি থ'লে। যোৰহাট জে'লতে দুমাহ ২৭ দিন থকাৰ পিছত তেওঁক জে'লৰ পৰা মুক্তি দিলে। দুদিনৰ পিছত ঘৰ আহি পোৱাৰ লগে লগে আকৌ অনিৰ্দিষ্ট কাললৈ গৃহবন্দী হৈ থাকিব লগা হ'ল। বহুতো আবেদন-নিবেদন কৰাৰ পিছতো স্কুলত পুনৰ শিক্ষা লাভ কৰিবলৈ চৰকাৰে হুকুম নিদিলে।

শেষত ১৯৪৫ চনৰ মে' মাহৰ শেষত গৃহ বন্দিত্বৰ পৰা মুক্তি লাভ কৰে আৰু তিনিটা শিক্ষা বছৰ হেৰুৱাই পুনৰ শিক্ষা জীৱন আৰম্ভ কৰে। লগে লগে প্ৰথমে ছাত্ৰ আন্দোলনত আৰু ১৯৪৮ চনৰ পৰা সমাজবাদী আন্দোলনত ব্যস্ত হৈ পৰে। পিছত তিনি বছৰ শিক্ষকতা কৰি চৰকাৰী চাকৰি কৰি অৱসৰ লোৱাৰ পিছত স্বাধীনতা আন্দোলনৰ ওপৰত আৰু অন্যান্য সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক বিষয়ৰ ওপৰত বিভিন্ন কাগজ-আলোচনীত লেখা-মেলা কৰি আছে।

## হাজৰিকা তিলক

পিতৃ ঃ ঈশ্বৰ হাজৰিকা

জন্ম ঃ ১৯২১ চনৰ ৩ অক্টোবৰ

জন্মস্থান ঃ কলিয়াবৰৰ সোণাৰিগাওঁ

নগাওঁ জিলাৰ কলিয়াবৰ অঞ্চলটো স্বাধীনতা আন্দোলনৰ প্ৰধান ঘাটি আছিল। ১৯২১ চনৰ পৰা সকলোকেইটা আন্দোলনেই কলিয়াবৰক চোৱাই নিছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আৰম্ভণিতে হাজৰিকাৰ পিতৃ ঈশ্বৰ হাজৰিকাকো গ্ৰেপ্তাৰ কৰি কাৰাদণ্ড বিহি যোৰহাট জে'ললৈ চালান দিছিল। তিলক হাজৰিকায়ো শিক্ষা জীৱন আধৰুৱাতে সামৰি আন্দোলনত জঁপিয়াই পৰিল।

পুলিচৰ হাতত ধৰা নিদি আত্মগোপন কৰি নগাওঁ জিলাৰ বিভিন্ন ঠাইত গুপ্ত-আন্দোলন সংগঠিত কৰিছিল। সেই সময়ত অসমৰ আত্ম-গোপনকাৰী সংগ্ৰামী শংকৰ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, গহন গোস্বামী, লক্ষ্মীপ্ৰসাদ গোস্বামী, মহেন্দ্ৰ হাজৰিকা, সুবোধ হাজৰিকা আদিৰ লগত যোগসূত্ৰ ৰক্ষা কৰি জয়প্ৰকাশ নাৰায়ণৰ গোপন চিঠি বিলি কৰি সমন্বয় ৰক্ষা কৰিছিল; আন্দোলন বহু দিনলৈ সতেজ কৰি ৰাখিছিল।

পৰৱৰ্তী কালত তিলক হাজৰিকাই গুৱাহাটীত স্থায়ীভাৱে থাকিবলৈ লৈ সাংবাদিকতাকে ব্ৰত হিচাপে গ্ৰহণ কৰিলে আৰু গুৱাহাটীৰে কেইবাখনো সাপ্তাহিক, পষেকীয়া, মাহেকীয়া আৰু দৈনিক বাতৰিৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰি জীৱন কটালে। এতিয়াও দুখন কাকতৰ মুখ্য সম্পাদক হিচাপে কৰ্তব্যৰত হৈ আছে। হাস্য-ব্যংগৰ লেখক হিচাপেও তিলক হাজৰিকাৰ স্থান বেজবৰুৱাৰ পিছতে।

## হাজৰিকা গিৰীশচন্দ্ৰ

গুৱাহাটী

১৯৩০ চনত ইংৰাজ চৰকাৰৰ বিৰুদ্ধে চলা ছাত্ৰ আন্দোলনত গিৰীশ চন্দ্ৰ হাজৰিকা আছিল কটন কলেজৰ প্ৰথমটো দলত। ছাত্ৰ-শক্তিক একত্ৰিত কৰি দেশ-মাতৃকাৰ সেৱাত ব্ৰতী কৰাত এইজন সংগ্ৰামীৰ অৱদান আছিল অসীম।

## হাজৰিকা লক্ষীৰাম

১৯৩২ চনত বিদেশী বস্ত্ৰ আৰু মাদক-দ্ৰব্যৰ বিৰুদ্ধে কৰা আন্দোলনত লক্ষীৰাম হাজৰিকাক গ্ৰেপ্তাৰ কৰি ১০৭ ধাৰাৰ অধীনত অভিযুক্ত কৰিলে। কিন্তু জে'লৰ ম্যাদ সম্পৰ্কে জনা নগ'ল।

## হীৰা ধাতুৰাম

সাতপখলি, ৰামপুৰ, কামৰূপ

১৯৩০ চনত পিকেটিং কৰাৰ অপৰাধত ধাতুৰাম হীৰাক পুলিচে ছয়্গাৰঁত গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ তিনিমাহ সশ্ৰম কাৰাদণ্ড হ'ল। তিনি মাহ সশ্ৰম কাৰাবাস খাটি ওলাই অহাৰ পিছত তেওঁ পুনৰ ভাৰত-মাতাৰ স্বাধীনতাৰ কাৰণে উঠিপৰি লাগিল।

## হক নুৰুল

**মাছখোৱা, গুৱাহাটী**

১৯৩২ চনত কলেজ বৰ্জন কৰি খিলাফৎ আন্দোলনত যোগদান কৰি উঠি অসহযোগ আন্দোলনত সক্ৰিয়ভাৱে লাগি পৰিল। তেওঁক পুলিচে ১৯৩২ চনৰ পাঁচ মাৰ্চ তাৰিখে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেওঁৰ ছয় মাহ সশ্ৰম কাৰাদণ্ড হ'ল যদিও লিখা দি কাৰাগাৰৰ পৰা মুক্ত হ'ল।

## হক মুছা

**ইছলামপট্টি, গুৱাহাটী**

মুছা হক আছিল কলিকতাৰ বেলগাছিয়া পশু চিকিৎসা কলেজৰ ছাত্ৰ। তেওঁ অধ্যয়নৰ কাৰণে চৰকাৰী বৃত্তিও লাভ কৰিছিল। দেশৰ স্বাধীনতাৰ কাৰণে তেওঁ কলেজ ত্যাগ কৰিলে ১৯২১ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখে।

কলেজৰ শিক্ষা এৰি মুছা হকে ভাৰত মাতাৰ মুক্তিৰ কাৰণে অসহযোগ আন্দোলনত জঁপিয়াই পৰিল।

## হুছেইন চামছুল

**মাছখোৱা, গুৱাহাটী**

১৯২১ চনৰ অসহযোগ আন্দেলনত জঁপিয়াই পৰি মাছখোৱাৰ চামছুল হুছেইন কেইবাবাৰো গ্ৰেপ্তাৰ হৈছিল। পিছত নিৰাপত্তা আইনৰ ১৭(১) নং ধাৰা অনুসৰি তেওঁক গ্ৰেপ্তাৰ কৰি জে'ললৈ নিক্ষেপ কৰি তেওঁৰ ওপৰত ফৌজদাৰী আইনৰ ৫৬২নং ধাৰাৰে অভিযুক্ত কৰিলে।

## হফিজউল্লা চৈয়দ মহম্মদ

**বৰ্ডিয়া**

১৯২২ চনত বৰ্ডিয়াৰ চৈয়দ হফিজউল্লা মহম্মদক আন্দোলনত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰাৰ অপৰাধত পুলিচে গ্ৰেপ্তাৰ কৰিলে। নিৰাপত্তা আইনৰ ১৭(১) দফা অনুসৰি হোৱা বিচাৰত তেওঁৰ তিনি মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল।

## হানিফ চৈয়দ মহম্মদ

১৯২২ চনত অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰাৰ অপৰাধত নিৰাপত্তা আইনৰ ১৭(১) দফা অনুসৰি তেওঁক তিনি মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে।

# সংযোজন

১৯২১ চনৰ অসহযোগ আন্দোলন, ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলন, ১৯৪০ চনৰ একক সত্যাগ্ৰহত যিমানসকল স্বাধীনতা সেনানিয়ে অংশগ্ৰহণ কৰিছিল তাতকৈ বহু বেছি গুণে অংশগ্ৰহণ কৰিছিল বিয়াল্লিশৰ ভাৰত-ত্যাগ আন্দোলনত। প্ৰকৃতাৰ্থত ভাৰত-ত্যাগ আন্দোলনটো আছিল মুকলি গণ-বিদ্ৰোহ। ১৯৪০-৪১ চনৰ সত্যাগ্ৰহৰ লগে লগে প্ৰতিটো অঞ্চলতে শান্তি সেনা শিবিৰবোৰত হাজাৰ হাজাৰ ডেকা ল'ৰাই প্ৰশিক্ষণ লৈ চূড়ান্ত যুঁজৰ কাৰণে সাজু হৈ আছিল। এই সকলোবোৰ শান্তি সেনাই আছিল স্বাধীনতা সংগ্ৰামী। কিন্তু তেওঁলোকৰ তেওঁলোকৰ নাম-ঠিকনা, কাৰ্য্যাৱলী আদি বিচাৰি পাবলৈ নাই। শিবিৰবোৰত তেওঁলোকৰ নাম-ঠিকনা-বয়স আদি নায়কে যদিও লিপিবদ্ধ কৰিছিল, আন্দোলন আৰম্ভৰ পিছতে কংগ্ৰেছক বে-আইনী ঘোষণা কৰাৰ লগে লগে এই শিবিৰবোৰো পুলিচে বন্ধ কৰি তাত থকা বহি-পত্ৰ বাজেয়াপ্ত কৰি লৈ গৈছিল আৰু সেইবোৰ নষ্ট কৰি পেলাইছিল। যিবোৰ লুকাই-চুৰকৈ কংগ্ৰেছ কৰ্মীসকলে ৰাখিছিলও সেইবোৰো কালক্ৰমত নষ্ট হৈ গ'ল। সেইবোৰ থকা হ'লে আজি যিটো আকাৰত আমি কামৰূপ জিলা মুক্তিযুঁজাৰুৰ জীৱনী কোষখন প্ৰকাশ কৰিছো, আকাৰত হয়তো ইয়াৰ দুগুণ হ'লহেঁতেন।

লক্ষ্মীধৰ বৰা কমিছনৰ কিতাপত থকা নাম আৰু আমি সংগ্ৰহ কৰা জীৱনীবোৰৰ বাহিৰেও আৰু কিছুমান মুক্তিযোদ্ধাৰ নাম আমি বিভিন্ন সূত্ৰৰ পৰা সংগ্ৰহ কৰি ইয়াত সংযোজন কৰিছো। তথাপি আমি উপলব্ধি কৰিছো যে কিছুমান অঞ্চলৰ নাম, যথা— হাজো, শুৱালকুছি, বকো, ছয়গাওঁ, পলাশবাৰী আদি বাদ পৰি থাকিল। যিসকলৰ নাম-ঠিকনা পোৱা গল সেইসকলৰ নাম-ঠিকনা এনেধৰণৰ ঃ

| ক্ৰমিক নং | নাম | ঠিকনা | কোনটো আন্দোলনত জড়িত |
|---|---|---|---|
| ১ | লক্ষ্মীনাথ তামুলী | গুৱাহাটী | সত্যাগ্ৰহত গ্ৰেপ্তাৰ নহ'ল |
| ২ | কেশৱচন্দ্ৰ ডেকা | ছমাৰকুছি | সত্যাগ্ৰহত গ্ৰেপ্তাৰ নহ'ল |
| ৩ | জাতিৰাম দাস | ছয়গাওঁ | সত্যাগ্ৰহত গ্ৰেপ্তাৰ নহ'ল |

| ক্রমিক নং | নাম | ঠিকনা | কোনটো আন্দোলনত জড়িত |
|---|---|---|---|
| ৪ | সহদেৱ গোস্বামী | দেহাৰকুছি | সত্যাগ্ৰহত গ্ৰেপ্তাৰ নহ'ল |
| ৫ | বাণীকিংকৰ গোস্বামী | গুৱাহাটী | ১৯২১ চনৰ অসহযোগ আন্দোলন |
| ৬ | জিতেন্দ্ৰমল্ল বুজৰবৰুৱা | গুৱাহাটী | ১৯৩০ চনত |
| ৭ | ভবানীপ্ৰাণ ডেকা | জনা নগ'ল | ঐ |
| ৮ | চক্ৰেশ্বৰ দেৱশৰ্মা | জনা নগ'ল | ১৯৩০ চনত পিকেটিং |
| ৯ | পৰশুৰাম দেৱশৰ্মা | জনা নগ'ল | ঐ |
| ১০ | চন্দ্ৰধৰ বৰ্মন | জনা নগ'ল | ঐ |
| ১১ | জানুৰাম কৈৱৰ্ত | ছয়গাওঁ | ১৯৩০ চনত ২ মাহ জে'ল |
| ১২ | প্ৰতাপ চক্ৰৱৰ্তী | বিহামপুৰ | ১৯৩০ চনত ২ মাহ জে'ল |
| ১৩ | বালিৰাম হালৈ | দিলোৰা | ১৯৩০ চনত পিকেটিং |
| ১৪ | সুশীল কুমাৰ গুপ্ত | বৰ্ণিয়া | ভাৰত ত্যাগ আন্দোলন |
| ১৫ | সুৰেন্দ্ৰনাথ লহকৰ | বৰ্ণিয়া | ভাৰত ত্যাগ আন্দোলন |
| ১৬ | ভৱেন কলিতা | কৰৰা | ভাৰত ত্যাগ আন্দোলন |
| ১৭ | চানুৰাম কলিতা | কৰৰা | ভাৰত ত্যাগ আন্দোলন |
| ১৮ | ৰজত চন্দ্ৰ ডেকা | পুব চিতৰা | ভাৰত ত্যাগ আন্দোলন |
| ১৯ | লক্ষ্মীদেৱ বৰ্মন | চামতা | ১৯৩০ চনত গুৱাহাটীত পিকেটিং |
| ২০ | ললিত চন্দ্ৰ গোস্বামী | চামতা | ১৯৩০ চনত পতাকা উত্তোলন |
| ২১ | ৰাজেন্দ্ৰ চন্দ্ৰ কলিতা | চামতা | ১৯৩০ চনত |
| ২২ | অন্নদামল্ল ডেকা | চামতা | ১৯৩০ চনত প্ৰভাত ফেৰীত গ্ৰেপ্তাৰ |
| ২৩ | ভবানী ভট্টাচাৰ্য্য | চামতা | ঐ |
| ২৪ | ডম্বৰু বায়ন | চামতা | ঐ |
| ২৫ | ৰামচৰণ হজুৰী | চামতা | ঐ |
| ২৬ | ৰমেশচন্দ্ৰ হজুৰী | চামতা | ঐ |
| ২৭ | উত্তমচন্দ্ৰ কৈৱৰ্ত | ছয়গাওঁ | ১৯২১ চনত গ্ৰেপ্তাৰ |
| ২৮ | মনৰাম কৈৱৰ্ত | ঐ | ঐ |
| ২৯ | বিদুৰ ভৰালী | গোৰেশ্বৰ | ভাৰত-ত্যাগ আন্দোলন |
| ৩০ | গৰ্গনাথ শৰ্মা | বৰ্ণিয়া | ঐ |
| ৩১ | মদন ডেকা | ঐ | ঐ |
| ৩২ | দানীৰাম হালৈ | উত্তৰ পাৰ | ঐ |
| ৩৩ | দক্ষিণাৰঞ্জন মজুমদাৰ | বাৰহাটী | ঐ |

কামৰূপ জিলা মুক্তি-যুঁজাৰুৰ জীৱনী-কোষ/

| ক্ৰমিক নং | নাম | ঠিকনা | কোনটো আন্দোলনত জড়িত |
|---|---|---|---|
| ৩৪ | মহেন্দ্ৰ দাস | উত্তৰ গুৱাহাটী | ঐ (নাবেৰে পলাতক কৰ্মীক ৰাতি ব্ৰহ্মপুত্ৰ পাৰ কৰে) |
| ৩৫ | সূৰ্য্যকান্ত বৈশ্য | ৰামপুৰ | ঐ ৰামপুৰত প্ৰশিক্ষণ |
| ৩৬ | মহেন্দ্ৰনাথ ঠাকুৰীয়া | ঐ | ঐ ঐ |
| ৩৭ | ভেতিকান্ত ভৌমিক | আমিনগাওঁ | ঐ ঐ |
| ৩৮ | গংগা শৰ্মা | উত্তৰ গুৱাহাটী | ঐ ঐ |
| ৩৯ | নিকুঞ্জৰাম ঠাকুৰীয়া | | ঐ ঐ |
| ৪০ | নিকুঞ্জ বিহাৰী চৌধুৰী | ৰঙিয়া | ঐ ঐ |
| ৪১ | ধৰণীমল্ল চৌধুৰী | মুকুন্দপুৰ | মুকুন্দপুৰ মহৰীপাৰা শিবিৰৰ নায়ক ১৯৪২ চন |
| ৪২ | উৎসৱ ভূএগ | ঐ | ঐ শান্তি সেনা |
| ৪৩ | বালি বৰা | ঐ | ঐ ঐ |
| ৪৪ | তাৰেণী দাস | গুৰমৌ আশ্ৰম | ১৯৪২ চনৰ আন্দোলন |
| ৪৫ | কৃষ্ণ ৰাজবংশী | ঐ | ঐ |
| ৪৬ | চন্দ্ৰ ডেকা | ঐ | ঐ |
| ৪৭ | সৃষ্টিৰাম ঠাকুৰীয়া | লোচ | কংগ্ৰেছ নেতা মহেন্দ্ৰ ডেকাক পুলিচৰ হাতৰ পৰা কাঢ়ি নিয়াত অভিযুক্ত। |
| ৪৮ | ভব পাটোৱাৰী | বিহদিয়া | ঐ |
| ৪৯ | সূৰ্য্যকান্ত বৰুৱা | ঐ | ঐ |
| ৫০ | সত্যানাথ দাস | বৰগাওঁ | ঐ |
| ৫১ | দুতিৰাম কাকতি | জটিয়া ভাঙ্গাৰা | ঐ |
| ৫২ | চানমল ডেকা | লোচ | ঐ |
| ৫৩ | পুষ্পৰাম ডেকা | ঐ | ঐ |
| ৫৪ | ফেল্লা ভকত | ঐ | ঐ |
| ৫৫ | তৰামল ডেকা | ঐ | ঐ |
| ৫৬ | কান্দুৰাম গাওঁবুঢ়া | পুবপাৰ জটিয়াভঙাৰা | ঐ |
| ৫৭ | মাণিক ডেকা | ঐ | ঐ |
| ৫৮ | যাত্ৰা ডেকা | বিহদিয়া | ঐ |

| ক্ৰমিক নং | নাম | ঠিকনা | কোনটো আন্দোলনত জড়িত |
|---|---|---|---|
| ৫৯ | লক্ষ্মীৰাম ডেকা | বঙালগাওঁ | ঐ |
| ৬০ | হলিৰাম দাস | সূতাৰগাওঁ | ঐ |
| ৬১ | বংশী গোস্বামী | ক্ষুদ্ৰ পলহা | ক্ষুদ্ৰ পলহা শিবিৰৰ কৰ্মী-'৪২ |
| ৬২ | অভিৰাম ডেকা | | ছেউনি শিবিৰৰ কৰ্মী-১৯৪২ |
| ৬৩ | তনু ডেকা | ঐ | বেঙেনাআটী শিবিৰৰ কৰ্মী-ঐ |
| ৬৪ | ৰঘু শৰ্মা | ঐ | হহৰা শিবিৰৰ কৰ্মী ঐ |
| ৬৫ | হাবিৰাম পাল | ঐ | ঐ ঐ |
| ৬৬ | পদ্ম শালৈ | ঐ | ঐ ঐ |
| ৬৭ | নৰেন ঠাকুৰীয়া | ঐ | ঐ ঐ |
| ৬৮ | ভদ্ৰেশ্বৰ বৰ্মন | ঐ | গাহৰাবী শিবিৰ কৰ্মী ঐ |
| ৬৯ | লম্বিত বৰ্মন | ঐ | ঐ ঐ |
| ৭০ | ৰঞ্জিত বৰ্মন | ঐ | ঐ ঐ |
| ৭১ | গম্ভীৰ নাৰায়ণ ডেকা | ঐ | কৰৰা হাইস্কুলৰ বৰ্ডিং শিবিৰ ঐ |
| ৭২ | ক'লা ডেকা | ঐ | ঐ ঐ |
| ৭৩ | ভূমিধৰ ডেকা | ঐ | ঐ ঐ |
| ৭৪ | গোপীকান্ত গোস্বামী | ঐ | মুক্তাপুৰ মহেন্দ্ৰ ডেকাৰ ঘৰ ঐ |
| ৭৫ | ৰজনী গোস্বামী | ঐ | ঐ ঐ |
| ৭৬ | যোগেন ডেকা | ঐ | ঐ ঐ |
| ৭৭ | নবীউল্লা তালুকদাৰ | ঐ | ঐ ঐ |
| ৭৮ | বনমালী দাস | ঐ | ঐ ঐ |
| ৭৯ | প্ৰিয়নাথ ব্ৰহ্ম | গোৰেশ্বৰ | ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন |
| ৮০ | দুৰ্গাদত্ত আগৰৱালা | ৰঙিয়া | ঐ |
| ৮১ | মফিজুৰ ৰহমান | ঐ | ঐ |
| ৮২ | ভদ্ৰেশ্বৰ মালী | চন মাগুৰী | ঐ |
| ৮৩ | ৰমনী ব্ৰহ্ম | গোৰেশ্বৰ | ঐ |
| ৮৪ | সতীশ চন্দ্ৰ ব্ৰহ্ম | মাগুৰমাৰী | ঐ |
| ৮৫ | বসন্ত ভৰালী | ইছাতঘৰীয়া | ঐ |
| ৮৬ | হেমন্ত ডাউকা | পশ্চিম বড়িগোগ | ঐ |
| ৮৭ | যাদৱ শইকীয়া | ঐ | ঐ |
| ৮৮ | ধীৰেন তালুকদাৰ | বাইহাটা | ঐ |

| ক্ৰমিক নং | নাম | ঠিকনা | কোনটো আন্দোলনত জড়িত |
|---|---|---|---|
| ৮৯ | মুক্তাৰাম ভৰালী | ৰংমহল | ঐ |
| ৯০ | সেবাৰাম ৰাজবংশী | মহৰিপাৰা | ঐ |
| ৯১ | ভূপতি ৰাজবংশী | ঐ | ঐ |
| ৯২ | লক্ষীৰাম নাথ | ঐ | ঐ |
| ৯৩ | তনুৰাম নাথ | ঐ | ঐ |
| ৯৪ | প্ৰতাপচন্দ্ৰ নাথ | মধুকুছি | ঐ |
| ৯৫ | উপেন নাথ | কলবাৰী | ঐ |
| ৯৬ | সোমবৰ ৰাভা | হাতীমাৰা | ঐ |
| ৯৭ | বৈকুণ্ঠ বৰুৱা | বৰফুলচকী | ঐ |
| ৯৮ | প্ৰভাত চন্দ্ৰ ডেকা | দলংদিয়া | ঐ |
| ৯৯ | ৰাজেশ্বৰ ডেকা | ঐ | ঐ |
| ১০০ | নিৰ্মলচন্দ্ৰ ডেকা | ৰামপুৰ | ঐ |
| ১০১ | জীৱন চন্দ্ৰ ডেকা | ঐ | ঐ |
| ১০২ | ধৰ্মকান্ত ডেকা | বেঙেনাহাটী | ঐ |
| ১০৩ | হেমন্ত ডেকা | ঐ | ঐ |
| ১০৪ | জানিৰাম বড়ো | মহৰিপাৰা | ঐ |
| ১০৫ | ৰবিৰাম ডেকা | হাবিজোৰা | ঐ |
| ১০৬ | সমীন ডেকা | ঐ | ঐ |
| ১০৭ | তপেশ্বৰ ডেকা | গোৰেশ্বৰ | ঐ |
| ১০৮ | সোণাৰাম ডেকা | হাতীমুৰা | ঐ |
| ১০৯ | নৰেন ডেকা | ঐ | ঐ |
| ১১০ | ভৰত চৌধুৰী | আঠাৰা | ঐ |
| ১১১ | ধৰ্ম চৌধুৰী | ঐ | ঐ |
| ১১২ | অশোক কলিতা | গড়পোট | ঐ |
| ১১৩ | ৰাঘৱ কলিতা | দৈ-চপৰা | ঐ |
| ১১৪ | ভোলা কলিতা | লোচ | ঐ |
| ১১৫ | ৰমাকান্ত ভূঞা | বাইহাটা আশ্ৰম | ঐ |
| ১১৬ | শুকুৰাম ডেকা | শেমেলিয়া | ঐ |
| ১১৭ | ভূমিধৰ বৰ্মন | ডেকপাৰ | ডেকপাৰ শিবিৰৰ কৰ্মী |
| ১১৮ | কেশৱ ঠাকুৰীয়া | দক্ষিণ শিৰো | মৃত্যু বাহিনীৰ লগত সম্পৰ্ক— বিয়াল্লিশৰ বিপ্লৱত। |

| ক্রমিক নং | নাম | ঠিকনা | কোনটো আন্দোলনত জড়িত |
|---|---|---|---|
| ১১৯ | বিহুৰাম দাস | তিতকুৰি গাওঁ | ১৯৪২ চনত কনিহা শিবিৰৰ প্ৰশিক্ষণপ্ৰাপ্ত স্বেচ্ছাসেৱক। |
| ১২০ | নন্দি ডেকা | বগুলীগাওঁ | ১৯৪২ চনৰ মুক্তাপুৰৰ কৰ্মী |
| ১২১ | ৰত্নেশ্বৰ মিস্ত্ৰী | মুক্তাপুৰ | ঐ |
| ১২২ | মাঘ কুমাৰ | ঐ | ঐ |
| ১২৩ | দাঁতিৰাম ডেকা | শিমেলা | ১৯৪২ চনৰ বণ্ডিয়া কেন্দ্ৰৰ কৰ্মী |
| ১২৪ | চিতাৰাম নাথ | মহৰীপাৰা | ঐ |
| ১২৫ | কালিৰাম ডেকা | ঐ | ঐ |
| ১২৬ | শান্তিৰাম ডেকা | বেঙেনাহাটী | ঐ |
| ১২৭ | অন্নদা প্ৰসাদ মহন্ত | দধি | ৰামপুৰ শিবিৰৰ প্ৰশিক্ষণপ্ৰাপ্ত কৰ্মী-১৯৪২। |
| ১২৮ | কনকচন্দ্ৰ দাস | ৰামপুৰ | ঐ |
| ১২৯ | তাৰানাথ দাস | হাজো | ঐ |
| ১৩০ | কনকচন্দ্ৰ ডেকা | বনগাওঁ | ঐ |
| ১৩১ | ৰাজেন্দ্ৰনাথ ঠাকুৰীয়া | ছাটাবাৰী-বকো | ঐ |
| ১৩২ | বিনোদচন্দ্ৰ পাটগিৰী | গুৱালকুছি | ঐ |
| ১৩৩ | ভুবনচন্দ্ৰ দাস | বামুন্দী | ঐ |
| ১৩৪ | কান্তেশ্বৰ দাস | | ঐ |
| ১৩৫ | সৰ্বেশ্বৰ শৰ্মা | | ঐ |
| ১৩৬ | প্ৰতাপ গোস্বামী | বৰ্তমানৰ- শান্তিপুৰ, গুৱাহাটী | কৈহাটী সত্ৰৰ বাসিন্দা হিচাপে বিয়াল্লিশৰ আন্দোলনত সেনা শিবিৰত খাদ্য যোগান বন্ধ কৰাৰ অপৰাধত ছয় মাহ কাৰাদণ্ড ভোগ কৰিছিল। |

# স্বাধীনতা আন্দোলনৰ— বিশেষকৈ বিয়াল্লিশৰ শ্বহীদসকল

**অসমৰ স্বাধীনতা আন্দোলনৰ— বিশেষকৈ ভাৰত ত্যাগ আন্দোলনৰ শ্বহীদসকলৰ নাম আৰু ঘটনা সম্পৰ্কে সংগৃহীত তথ্য তলত উল্লেখ কৰা হ'ল ঃ**

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| ১। | কুশল কোঁৱৰ | ১৫ জুন ১৯৪৩ | ১৯৪২ চনৰ ১০ অক্টোবৰত সৰুপথাৰত সেনা কঢ়িওৱা ৰে'ল এখন বগৰোৱা ঘটনাত নিৰ্দোষী কংগ্ৰেছ-কৰ্মী কুশল কোঁৱৰক মিছাকৈয়ে দোষী সাব্যস্ত কৰি যোৰহাট কাৰাগাৰত ১৫-৬-৪৩ তাৰিখে ফাঁচী কাঠত ওলোমাই হত্যা কৰিলে। তেওঁৰ ঘৰ সৰু পথাৰতে। ভাৰতৰ ভিতৰত বিয়াল্লিশৰ আন্দোলনত ফাঁচীকাঠত ওলোমাই হত্যা কৰা এইজনেই একমাত্ৰ শ্বহীদ। |
| ২। | কমলা মিৰি | ২২ এপ্ৰিল ১৯৪৩ | গোলাঘাটৰ ওপৰ-টেমেৰা গাঁৱৰ সৰল-সহজ স্বাধীনতা সৈনিক কমলা মিৰিক গোলাঘাটত গ্ৰেপ্তাৰ কৰি পুলিচে জেলত ভৰালে। বিচাৰত আঠ মাহৰ সশ্ৰম কাৰাদণ্ড বিহিলে আৰু ১৮-১০-৪২ তাৰিখে যোৰহাট জেললৈ বদলি কৰি পঠালে। তাতে কৰ্মঠ মানুহজনক বিভিন্ন ৰোগে শয্যাশায়ী কৰিলে। জেলৰ হস্পিতালত থকাৰ সময়ত |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | গাঁৱৰ মানুহে আহি দৰ্খাস্ত দিয়াত তেওঁক মচুলুকা লিখি ওলাই যাবলৈ হুকুম দিলে; কিন্তু দৃঢ়মনা কমলা মিৰিয়ে মুচুলকা দি যাবলৈ অমান্তি হ'ল। ফলত জেলৰ ভিতৰতে ২২-৪-৪৩ তাৰিখে তেওঁ মৃত্যুৰ মুখত পৰিল। স্বাধীন চৰকাৰে তেওঁক শ্বহীদ বুলি ঘোষণা কৰিলে। |
| ৩।<br>৪। | গুণাভি বৰদলৈ<br>হেমৰাম পাটৰ | ২৬ আগষ্ট ১৯৪২ | বাৰপুজীয়া অঞ্চলৰ দৰঙীয়া গাঁৱৰ গুণাভি বৰদলৈ আৰু বাৰপুজীয়াৰ সহ হেমৰাম পাটৰৰ লগত এদল ভলণ্টিয়াৰসহ নিশা জোঙাল বলহু গঁড়ৰ কাষত ট্ৰাঙ্ক ৰোডত ওপৰত থকা দলংখন সেনা বাহিনীৰ গাড়ী অহা-যোৱাত বাধা দিবলৈ ভাঙিবৰ কাৰণে কোৰ-চিপৰাং লৈ অগ্ৰসৰ হ'ল। কিন্তু অলপ পিছতেই এখন সেনাৰ গাড়ী উপস্থিত হৈয়েই জধে-মধে ভলণ্টিয়াৰৰ ফালে গুলীয়াব ধৰিলে। ফলত গুণাভি বৰদলৈ আৰু হেমৰাম পাটৰ সেনাৰ গুলীত নিহত হ'ল। |
| ৫।<br>৬। | হেমৰাম বৰা<br>আৰু কলাই কোচ | ২৬-৮-১৯৪২ | ১১ আগষ্টত নগাওঁ জিলাত ভাৰত ত্যাগ আন্দোলন আৰম্ভৰ লগে লগে পুলিচ-মিলিটেৰীয়ে আন্দোলন দমন কৰিবলৈ বন্দুক-বাৰুদ, লাঠী-বেয়নেট ব্যৱহাৰ কৰিবলৈ ল'লে। সংগ্ৰামী ৰাইজে ভয় নাখাই সভা- |

| ক্রমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
| --- | --- | --- | --- |
| | | | শোভাযাত্ৰাত দলে দলে যোগ দিলে। ২৫ তাৰিখে বেবেজীয়া, দক্ষিণপাট, হাতীচোং অঞ্চলৰ ভালেমান কৰ্মীক গ্ৰেপ্তাৰ কৰি নগাওঁলৈ লৈ যোৱাৰ প্ৰতিবাদত পিছদিনা সেই সেই অঞ্চলৰ কেবা-হাজাৰো লোক নগাওঁলৈ শোভাযাত্ৰা কৰি যোৱা ট্ৰাঙ্ক ৰোডৰ ওপৰত থকা দলং খনৰ তলত থকা সেনাই গুলিয়াবলৈ ধৰিলে। ফলত হাতীগড়ৰ ডেকা হেমৰাম বৰা আৰু কুমাৰ গাঁৱৰ কলাই কোচৰ থিতাতে মৃত্যু হ'ল আৰু ভালেমান ডেকা ঘূনীয়া হ'ল। |
| ৭। | তিলক ডেকা | ২৮/৮/৪২ | পুলিচ-মিলিটাৰিৰ অত্যাচাৰত নিষ্পেষিত হোৱা ৰাইজক নিশা সতৰ্ক কৰি ৰাখিবলৈ নগাওঁ জিলাৰ বাৰপুজীয়া অঞ্চলৰ মিকিৰ গাওঁত শান্তি-সেনা, অতি সাহসী আৰু নিষ্ঠাবান তিলক ডেকাই বিদেশী শত্ৰু অহাৰ খবৰ দিবলৈ ম'হৰ শিঙা ফুকি থকা অবস্থাত পুলিচে বুকু আৰু মূৰলৈ গুলি মাৰি পেলাই দিলে। লগে লগে সেইজন ডেকাৰ মৃত্যু হ'ল। |
| ৮। | লক্ষ্মীকান্ত হাজৰিকা | ১৮/৯/১৯৪২ | নগাওঁ জিলাৰ বঢ়মপুৰ বাকৰিতেই |
| ৯। | ঠগীৰাম সুত | | আছিল শান্তি সেনাৰ প্ৰশিক্ষণৰ |
| ১০। | বলোৰম সুত | | কেন্দ্ৰীয় শিবিৰ। ভাৰত-ত্যাগ |
| ১১। | ভোগেশ্বৰী ফুকননী | | আন্দোলনৰ কেইদিন মানৰ পিছতেই |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | পুলিচে এই শিবিৰ বন্ধ কৰি তলা লগালে যদিও ১৬ চেপ্তেম্বৰত কেবাশও স্বাধীনতা সংগ্ৰামীয়ে এই শিবিৰ পুনৰ দখল কৰিলে আৰু ১৮ চেপ্তেম্বৰত এই শিবিৰ প্ৰাঙ্গনতে এটা বৰভোজৰ আয়োজন কৰিলে। আগদিনা ওচৰৰ ৭/৮ খন গাওঁৰ পৰা শান্তি সেনাসকলে চাউল, মাহ তৰি-তৰকাৰী, মাছ, তেল, নিমখ,খৰি খেৰ সংগ্ৰহ কৰিলে। ১৮ তাৰিখে শান্তি সেনাৰ এটা দলে পুৰুষ-মহিলাৰ লগত ৰন্ধা-বঢ়াত লাগিল, আনটো দলে বিপ্লৱী গীত গাই ৰাইজক জাগৃত কৰি তুলিলে। অৱশ্যে ৰাইজে কোনো সভা-সমিতিও পতা নাছিল— আন্দোলনৰ ওপৰত নগাঁৱৰ পৰা যোৱা প্ৰতাপ শৰ্মাই বক্তৃতাও দিয়া নাছিল। সম্পূৰ্ণ গাঁৱলীয়া পৰিৱেশত ভোজ খাবৰ কাৰণেই ৰাইজ ৰখি আছিল। ৰন্ধা-বঢ়া শেষ হ'ল। কেইবা-শ মানুহে বনিত বহি খোৱা-বোৱা আৰম্ভ কৰিলে। তেনে সময়তে নগাঁৱৰ পৰা পুলিচ বিষয়া, আৰ্মী কমাণ্ডাৰ আদিয়ে সশস্ত্ৰ পুলিচ আৰু সেনা বাহিনী লৈ ভাত খোৱা ঠাই ঘেৰাও কৰি ৰাইজক মাৰ-ধৰ আৰম্ভ কৰিলে। তেনেতে হাতত |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | জাতীয় পতাকা লৈ মহিলাৰ এটা দলে বন্দে মাতৰম ধ্বনি দি শিবিৰলৈ আগবাঢ়ি আহিল। সমুখত আছিল গাভৰু ৰত্না ফুকন। এজন চাহাবে ৰত্নাৰ হাতৰ পৰা পতাকাখন কাঢ়ি আনিবলৈ চেষ্টা কৰাত তেওঁৰ মাক ভোগেশ্বৰী ফুকননীয়ে নিজৰ হাতত থকা পতাকাৰ মাৰি ডালেৰে চাহাবৰ মূৰত কোব দিলে। চাহাবৰ মূৰৰ টুপী সৰি পৰিল। লগে লগে চাহাবে নিজৰ হাতৰ ৰিভলভাৰেৰে ভোগেশ্বৰী আইতাৰ বুকুলৈ গুলী এৰিলে। আইতা পৰি গ'ল। চাহাবে 'ফায়াৰ' বুলি হুকুম দিয়াৰ লগে লগে পুলিচৰ ৰাইফল গৰজি উঠিল। ফলত হাজৰিকাচুকৰ ৩৫-বছৰীয়া লক্ষ্মী হাজৰিকা, পোটনি গোমোঠা গাঁৱৰ ২১-বছৰীয়া ঠগী সূত, চলচলি-বিৰহিগাঁৱৰ ২৭-বছৰীয়া বলো সূতৰ বুকুত গুলী লগাত থিতাতে মৃত্যু হ'ল। দুদিন পিছত তিনি কুৰি বছৰীয়া ভোগেশ্বৰী ফুকননীৰো মৃত্যু হ'ল। |
| ১২। | কনকলতা বৰুৱা | ২০-৯-১৯৪২ | তেতিয়াৰ দৰং জিলাৰ গহপুৰ |
| ১৩। | মুকুন্দৰাম কাকতি | | পুলিচ থানাত স্বাধীনতাৰ পতাকা উত্তোলন কৰি থানা দখল অভিযানৰ কাৰণে ২০ ছেপ্টেম্বৰত গহপুৰৰ চাৰিওফালৰ পৰা মৃত্যু বাহিনীৰ সেনানিসকলৰ নেতৃত্বত হাজাৰ হাজাৰ লোকে শোভাযাত্ৰা কৰি |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | থানাৰ ফালে অগ্ৰসৰ হ'ল। বৰগুবাৰী, ঘাঁহী গাঁও আদিৰ পৰা মৃত্যু বাহিনীৰ বাহী, ষোড়শী গাভৰু কনকলতা বৰুৱাই হাতত জাতীয় পতাকা লৈ এদল মহিলা কৰ্মীক নেতৃত্ব দি থানাৰ গেটত থিয় দি জয়ধ্বনি আৰম্ভ কৰিলে। তেওঁৰ পিছত হাজাৰ হাজাৰ পুৰুষ-মহিলা, ডেকা-গাভৰু। থানাৰ দাৰোগাৰ হমকিলৈ ভয় নকৰি কনকলতাই গেট খুলি সোমাবলৈ চেষ্টা কৰোতেই পুলিচৰ বন্দুক গৰজি উঠিল। এটা গুলী কনকলতাৰ বুকুত লাগি পৰি যাবলৈ ধৰোতেই পিছৰ পৰা আনজন মৃত্যুঞ্জয়ী ডেকা মুকুন্দ কাকতিয়ে দৌৰি আহি কনকলতাৰ হাতৰ পৰা পতাকাখন দাঙি আগবাঢ়ি যাওঁতেই আন এটা গুলী তেওঁ বুকুত সোমাল তেৰোঁ বন্দে মাতৰম বুলি কৈ মাটিত ঢলি পৰিল। আন বহুতৰ হাতে-ভৰিয়ে গুলী সোমাল। ৰাইজ চেদেলি-ভেদেলি হৈ গ'ল। অৱশ্যে, উল্লেখযোগ্য যে থানাৰ আগত এইবোৰ ঘটনা ঘটি থাকোতেই হাৰাজনৰ ৰমাপতি ৰাজখোৱা নামৰ এজন ডেকাই পিছফালৰ পৰা থানাৰ পুবফালে ত্ৰিৰংগ পতাকা উত্তোলন কৰি |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | আঁতৰি গ'ল। |
| ১৪। | মনবৰ নাথ | ২০-৯-১৯৪২ | তেজপুৰ মহকুমাৰ শান্তি সেনা বাহিনীৰ অধিনায়ক জ্যোতি প্ৰসাদ আগৰৱলাৰ আঁচনি মতে, ২০ ছেপ্টেম্বৰ তাৰিখে মহকুমাৰ গহপুৰ, বিহালি, চতিয়া, তেজপুৰ সদৰ আৰু ঢেকীয়াজুলি পুলিচ থানাত ত্ৰিৰংগ পতাকা উত্তোলন কৰি দখল কৰা কাৰ্য্যসূচী মতে ঢেকীয়াজুলি অঞ্চলৰ কেইবাহাজাৰো স্বাধীনতা সেনানিয়ে হাতত ত্ৰিৰংগ পতাকা লৈ ঢেকীয়াজুলি থানালৈ অগ্ৰসৰ হ'ল। থানাৰ বিষয়াই আগতে গম পাই নিজৰ বন্দুক-বাৰুদ সাজু কৰাৰ বাদেও সেই অঞ্চলত নতুনকৈ বসতি স্থাপন কৰা মৈমনসিঙীয়া কিছুমানকো লাঠী লৈ থানাৰ পিছফালে সাজু কৰি ৰাখিছিল। মনবৰ নাথ, কমলা কান্ত দাস, গোলোক নেওগ, কুমলী দেৱী, তিলেশ্বৰী বৰুৱা আদিৰ নেতৃত্বত মৃত্যু বাহিনী আৰু শান্তি সেনাৰ দল থানাৰ সন্মুখত উপস্থিত হওঁতেই পুলিচে বাধা দিলে। সাহসী ডেকা মনবৰ নাথে ত্ৰিৰংগ পতাকা কঢ়িয়াই নিয়া দীঘল বাঁহডাল লৈ পুলিচৰ বেষ্টনি ভাঙি থানাৰ দুৱাৰমুখত থিয় কৰিলেগৈ। কিন্তু থানাৰ দাৰোগাৰ |
| ১৫। | ৰতন কছাৰী | | |
| ১৬। | তিলেশ্বৰী বৰুৱা | | |
| ১৭। | কুমলি দেৱী | | |
| ১৮। | খহুলি নাথ | | |
| ১৯। | মণিৰাম কছাৰী | | |
| ২০। | দয়াল দাস পানিকা | | |
| ২১। | সৰুৰাম চুতীয়া | | |
| ২২। | মহীৰাম কোচ | | |
| ২৩। | মংগল কুৰ্কু | | |
| ২৪। | লেৰেলা বড়ো | | |
| ২৫। | এজন বজাৰলৈ অহা অচিনাক্ত ব্যক্তি | | |
| ২৬। | আন এজন অচিনাক্ত সন্ন্যাসী পুলিচৰ গুলীত আঘাতপ্ৰাপ্ত এই তিনিজনৰ ছয়-সাত মাহত নিজ নিজ ঘৰত মৃত্যু হ'ল- | | |
| ২৭। | পদুমী গগৈ | | |
| ২৮। | ঠুনকী দাস | | |
| ২৯। | যদুৰাম কাকতি (এই তিনিজনৰ নাম চৰকাৰী তালিকাত নাই) | | |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | গুলীত তেওঁ ঢলি পৰিল। লগে লগে পুলিচৰ গুলীত ১৩জন লোক থিতাতে নিহত হ'ল। ৰাইজ চেদেলি-ভেদেলি হ'ল। তেতিয়া পুলিচে ভেৰোণীয়া গুণ্ডা বাহিনীক অহিংস জনতাৰ ওপৰত মাৰপিট কৰিবলৈ লগাই দিলে। ৰতন কছাৰীয়ে সিহঁতৰ এজনৰ হাতৰ লাঠী কাঢ়ি লৈ সিহঁতক খেদি যোৱাত পুলিচে ৰতনকো গুলীয়াই মাৰিলে। গুণ্ডা বাহিনীৰ লাঠীৰ কোবত প্ৰায় ৪০জন পুৰুষ-মহিলা গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হ'ল। স্বাধীনতা সংগ্ৰামীসকলে ঢেকীয়াজুলিক সেয়েহে অসমৰ জালিয়াৱালাবাগ বুলি গণ্য কৰে। |
| ৩০। | মদন চন্দ্ৰ বৰ্মণ | ২৫-৯-১৯৪২ | ভাৰত ত্যাগ আন্দোলনত নগাঁও জিলাত ২৬ আগষ্টৰ পৰা ১৮ ছেপ্টেম্বৰৰ ভিতৰত ন-গৰাকী স্বাদীনতা সংগ্ৰামীৰ পুলিচৰ গুলীত নিহত হোৱাৰ প্ৰতিবাদত ২৫ ছেপ্টেম্বৰ তাৰিখে অসমৰ বিভিন্ন ঠাইত সেইন-জন শ্বহীদৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ নগাওঁ দিৱস পালন কৰিবলৈ অসম কংগ্ৰেছে সিদ্ধান্ত গ্ৰহণ কৰিলে। সেই উপলক্ষ্যে সেইদিনা বৰপেটা মহকুমাৰ জালাহৰ সভাৰ প্ৰধান বক্তা গিৰিশ চন্দ্ৰ চৌধুৰী, ৰজনীকান্ত শৰ্মা আৰু |
| ৩১। | ৰাউতাৰাম বড়ো | | |

| ক্ৰমিক নং | শ্বহীদৰ নাম | তাৰিখ | ঘটনাৰ সবিশেষ |
|---|---|---|---|
| | | | ভদ্ৰেশ্বৰ দাসক পুলিচে গ্ৰেপ্তাৰ কৰি পাটাছাৰকুছি থানালৈ লৈ আহে। তেওঁলোকৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদত এদন শান্তি সেনাই লগে লগে বিভিন্ন ধ্বনি দি শোভাযাত্ৰা কৰি আহে। শোভাযাত্ৰীসকলক ছত্ৰ-ভংগ কৰিবলৈ পুলিচে জালাহ, ৰিহাবাৰী আৰু নিত্যানন্দত গুলীবৰ্ষণ কৰিলে। ফলত স্কুলীয়া ছাত্ৰ মদন বৰ্মন আৰু ৰাউতাৰাম কোচৰ ঘটনাস্থলীতে মৃতু হ'ল আৰু আঠজন শান্তি সেনা আহত হ'ল। |
| ৩২। | নিধানু ৰাজবংশী | | গোৱালপাৰা জিলাৰ বলবলা গাঁৱৰ অতি দৰিদ্ৰ কৃষক নিধানু ৰাজবংশীৰ ওপৰত আঠ টকাৰ পাইকাৰী জৰিমনা লগাইছিল। বিয়াল্লিশৰ গণ আন্দোলনত চৰকাৰী ক্ষয়-ক্ষতিৰ বিৰুদ্ধে চৰকাৰে অঞ্চলে অঞ্চলে পাইকাৰী জৰিমনা লগাইছিল। কিন্তু নিধানু ৰাজবংশীয়ে সেই জৰিমনা আদায় দিব নোৱাৰা কাৰণে পুলিচে ঘৰৰ ভিতৰতে সোমাই থকা নিধানুক বেয়নেটৰে খুচি খুচি মাৰি থৈ গ'ল। ইংৰাজ চৰকাৰৰ চিপাহীৰ বৰ্বৰতাৰ চূড়ান্ত উদাহৰণ নিধানু ৰাজবংশীৰ মৃত্যু। |

*সংকলক : পদ্ম হাজৰিকা*

## কামৰূপ জিলা মুক্তি-যুঁজাৰু জীৱনী-কোষৰ সম্পাদনা সমিতিৰ সদস্যসকল



বাওঁহাতৰ পৰা সোঁহাতলৈ ঃ দ্বিজেন শৰ্মা, পদ্ম হাজৰিকা, যতীন গোস্বামী, কামাখ্যা প্ৰসাদ দাস আৰু অমু বৰা

## কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলনৰ কাৰ্য্য-নিৰ্বাহকৰ সদস্য আৰু আমন্ত্ৰিত সদস্য



বাওঁহাতৰ পৰা সোঁহাতলৈ ঃ প্ৰথম শাৰীত (বহি) – প্ৰফুল্লবালা দাস, উত্তম শৰ্মা, কামাখ্যা প্ৰসাদ দাস, পদ্ম হাজৰিকা, ভুবনেশ্বৰ বৰ্মন, হেম ভৰালী, যতীন গোস্বামী, ধনদা বৰুৱা, কীৰ্তি কলিতা

দ্বিতীয় শাৰীত (থিয় হৈ) – কৰ্তব্য সিংহ লহকৰ, উত্তম কলিতা, দ্বিজেন শৰ্মা. কৰ্নেল বেণুধৰ বৰগোহাঁই, ৰমেশ শৰ্মা, বন্তি নবীশ, লাভেশ্বৰী দাস, শ্ৰীমতী বৰঠাকুৰ, হিতেশ্বৰ বৰঠাকুৰ, জয়কান্ত দাস, অৰবিন্দ ডেকা, অম্বু বৰা